# হেমকোষ-স্মৰণ

সম্পাদনা

ডক্টৰ বসন্তকুমাৰ গোস্বামী



অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

**Hem-kosh Smaran :** *A collection of articles on language and linguistics on the occasion of Hemkosh Centenary, edited by Dr. Basanta Kumar Goswami, and published by General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat- 785 001, Assam. Price Rs. 75/-*

---

**প্ৰকাশক**

**ডক্টৰ বসন্তকুমাৰ গোস্বামী**

**প্ৰধান সম্পাদক**

**অসম সাহিত্য সভা**

**চন্দ্ৰকান্ত সন্দিকৈ ভৱন**

**যোৰহাট - ৭৮৫ ০০১**

**প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ২০০০ খ্ৰীঃ**

**মূল্য : ৭৫.০০ টকা**

**ছপাশাল**
**হিন্দুস্থান অফছেট প্ৰাঃ লিঃ**
**বামুণীমৈদাম**
**গুৱাহাটী- ৭৮১ ০২১**

**হেমকোষ-স্মৰণ গ্ৰন্থৰ সমুদায় ছপাব্যয় বহন কৰিছে হেমচন্দ্ৰ বৰুৱাৰ সুযোগ্য উত্তৰাধিকাৰী শ্ৰীদেৱানন্দ বৰুৱাই।**

# প্ৰধান সম্পাদকৰ একাষাৰ

১৯০০ খ্ৰীঃত প্ৰকাশিত হেমচন্দ্ৰ বৰুৱাৰ অক্ষয় কৃতী (*magnum opus*) হেমকোষৰ এশ বছৰ পূৰ্তি উপলক্ষে সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে হেমকোষ শতবৰ্ষ উদ্‌যাপন কৰিবৰ কাৰণে আঁচনি গ্ৰহণ কৰে। ইতিমধ্যে অসম সাহিত্য সভাৰ অবিচ্ছেদ্য অংগ গোলাঘাট জিলা সাহিত্য সভাই মিছামৰা শাখা সাহিত্য সভাৰ সহযোগত কেন্দ্ৰীয়ভাৱে হেমকোষ-শতবৰ্ষ উলহ-মালহেৰে পালন কৰিবলৈ সানন্দে আগ্ৰহ প্ৰকাশ কৰি সভাক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে। কাৰ্য-নিৰ্বাহক সমিতিয়ে হেমকোষ-শতবৰ্ষৰ উছৱৰ লগতে হেমকোষ-স্মৰণ নামেৰে এখন গ্ৰন্থ প্ৰকাশ কৰিবৰ কাৰণে সিদ্ধান্ত গ্ৰহণ কৰি, গ্ৰন্থখনৰ সম্পাদনাৰ দায়িত্ব আমাক অৰ্পণ কৰে। অসমত আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱাৰ হেমকোষৰ বিষয়ে গ্ৰন্থখনি সম্পাদনাৰ দায়িত্ব ল'বলৈ পাই নিজকে ধন্য বুলি অনুভৱ কৰি কামটি হাতত ললো আৰু গ্ৰন্থখনৰ পৰিকল্পনা এটিও যুগুতাই উলিওৱা হ'ল। হেমচন্দ্ৰ বৰুৱাৰ হেমকোষ ওলায় ১৯০০ চনত, পঢ়াশলীয়া অভিধান ওলায় ১৯০৬ চনত। সংক্ষিপ্ত হেমকোষ নামেৰে সৰু অভিধান এখন হেমচন্দ্ৰ বৰুৱাই যুগুত কৰাৰ কথাও জনা যায়। জীৱনৰ প্ৰায় চাৰিছ বছৰ কালৰ সাধনাৰ সিদ্ধিলাভ হেমকোষ। হেমচন্দ্ৰ বৰুৱাই হেমকোষ আৰু অসমীয়া ভাষাৰ ব্যাকৰণেৰে অসমীয়া ভাষাক সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিলে।

হেমকোষ প্ৰকাশৰ লগে লগে ব্ৰজনৰ অভিধান ইতিহাস হৈ পৰিল। অসমীয়া বৈষ্ণৱ সমাজত নামঘোষাই যি স্থান অধিকাৰ কৰিলে, বিদ্যায়তনিক, সামাজিক, সাংস্কৃতিক জগতত হেমকোষেও একে স্থানকে অধিকাৰ কৰি অভিধান মানেই হেমকোষ এই ধাৰণাৰ সাক্ষী হৈ ৰ'ল। অসমৰ সত্তা আৰু স্মৃতিৰ লগত জড়িত এই অভিধানখনৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ তিনিটা খণ্ডত গ্ৰন্থখনৰ পৰিকল্পনা কৰি লেখকসকলৰ লগত যোগাযোগ কৰা হ'ল যদিও অশেষ চেষ্টা কৰিও সকলোৰে পৰা সহযোগ পোৱা নহ'ল। আমি পৰিকল্পনা কৰা মতে প্ৰবন্ধ সংগ্ৰহ কৰিব নোৱাৰিলোঁ। অভিধান প্ৰণয়নৰ বিষয়টো বৰ্তমান ভাষা-বিজ্ঞানৰ অন্তৰ্ভুক্ত হৈছে, সেয়ে সভাৰ পত্ৰিকাত প্ৰকাশিত কেইবাটাও ভাষা-বিজ্ঞানৰ প্ৰবন্ধ ইয়াত সন্নিবিষ্ট কৰা হৈছে। বিষয়ৰ লগত সম্পৰ্ক থকাৰ কাৰণে পূৰ্বে প্ৰকাশিত কেইবাটাও প্ৰবন্ধ সংকলনখনিত অন্তৰ্ভুক্ত কৰা হৈছে। অনুসন্ধিৎসু পাঠকে একে ঠাইতে ভাষা-বিজ্ঞানৰ সাম্প্ৰতিক চিন্তা-

চৰ্চাৰ বতৰাও ইয়াত পাব। শেষৰফালে ডক্টৰ গোলোকচন্দ্ৰ গোস্বামীয়ে যুগুতাই দিয়া অসমীয়া ভাষাৰ ব্যাকৰণৰ গ্ৰন্থপঞ্জী এখনো সন্নিবিষ্ট কৰা হৈছে। বাতৰিকাকতৰ যোগেদি আৰম্ভণিৰ পৰা সাম্প্ৰতিক কাললৈকে প্ৰকাশিত সকলো ব্যাকৰণৰ নাম বিচাৰি বিজ্ঞপ্তি দিয়া হৈছিল যদিও, সঁহাৰি পোৱা নহ'ল। গতিকে আমাৰ অজ্ঞাতে হয়তো কোনো গ্ৰন্থৰ নাম থাকি গৈছে, তাৰ কাৰণে পাঠকসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

হেমচন্দ্ৰ বৰুৱাৰ সুযোগ্য উত্তৰাধিকাৰী, হেমচন্দ্ৰ বৰুৱাক পুনৰ জীৱন দান কৰিবলৈ, পুনৰ মূল্যায়নৰ সুযোগ দিবলৈ সৰ্বতোপ্ৰকাৰে চেষ্টা কৰি ইতিমধ্যে হেমচন্দ্ৰ বৰুৱা ৰচনাৱলী প্ৰকাশ কৰি উলিওৱা, সাহিত্য সভাৰ এগৰাকী হিতাকাংক্ষী শ্ৰীদেবানন্দ বৰুৱাই গ্ৰন্থখনৰ সমুদায় ছপা ব্যয় বহন কৰাতহে গ্ৰন্থখনৰ সন্মুখত থকা গধুৰ আঁৰ কাপোৰখন দাং খালে। এই মহৎ কৰ্মৰ মাজেদি শ্ৰীবৰুৱাই অসম সাহিত্য সভাক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে। গ্ৰন্থখনৰ পৰিকল্পনা আৰু নামকৰণ সভাৰ এগৰাকী সুহৃদ, মাননীয় প্ৰাক্তন সভাপতি ডক্টৰ নগেন শইকীয়া ডাঙৰীয়াৰ; সততে দিহা-পৰামৰ্শ দিছে সভাৰ মাননীয় সভাপতি শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া ডাঙৰীয়াই— এই দুয়োজনলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰনাথ গোস্বামী ডাঙৰীয়াই আমাক সৰ্বতোপ্ৰকাৰে সহায় কৰিছে, তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। হিন্দুস্থান অফছেট প্ৰাইভেট লিমিটেডে সৰ্বাংগসুন্দৰকৈ গ্ৰন্থখন ছপাই দিয়াৰ কাৰণে স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ শলাগ ল'লোঁ। সাহিত্য সভাৰ সহকাৰী সম্পাদক শ্ৰীজয়ন্ত তালুকদাৰে গ্ৰন্থখন ছপাৰ কামত আৰু শ্ৰীহৰেকৃষ্ণ দাসে গ্ৰন্থখন প্ৰুফ চাই আমাক সহায় কৰি দুয়োজনেই কৃতজ্ঞতাৰ পাত্ৰ হৈছে।

গ্ৰন্থখনে সাম্প্ৰতিক ভাষা-বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীক অনুপ্ৰাণিত কৰিব পাৰিলেই সভাৰ উদ্দেশ্য সফল হ'ব।

বসন্তকুমাৰ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সূচীপত্র

# ঊনবিংশ শতিকাৰ অসমৰ প্ৰথমাৰ্ধ ঃ এটি ৰূপৰেখা

নগেন শইকীয়া

ঊনবিংশ শতিকাত অসম, অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যই নৱজন্ম লাভ কৰিলে। আকস্মিক ৰাজনৈতিক পৰিবৰ্তনৰ ফলত ঘটা আৰ্থ-সামাজিক পৰিবৰ্তনে আৰু নতুন বিদ্বৎ সমাজৰ পত্তনে এই ক্ষেত্ৰত তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। এই শতিকাত প্ৰথমাৰ্ধত ছশ বছৰীয়া আহোম-ৰাজত্ব ইয়াৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক গাঁথনিৰে সৈতে ভাগি পৰিল; লগে লগে বৃটিছ বণিক শক্তিয়ে নিজৰ সুবিধা অনুসৰি অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অৱস্থাৰ পুনৰ্গঠন কৰি ল'লে। বৃটিছ ৰাজ-শক্তিয়ে অসমত খোপনি পুতি লোৱাৰ লগে লগেই নতুন সাংস্কৃতিক মূল্যবোধ প্ৰচাৰ কৰিবলৈ সোমাই আহিল আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰিসকল। এনেকৈয়ে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ধুমুহাৰ মাজত আধুনিক অসমৰ জন্ম-যন্ত্ৰণা আৰম্ভ হ'ল। অসমীয়া ভাষাৰ দুৰ্যোগ— এই ইতিহাসৰে এটা অংশ।

### ৰাজনৈতিক পশ্চাৎপট

মোগলৰ উপৰ্যুপৰি আক্ৰমণ[১] আৰু ৰাজ-সিংহাসনক লৈ হোৱা অন্তৰ্কলহ[২] সত্বেও, চতুৰ্ত্ৰিংশৎ আহোম ৰজা লক্ষ্মীনাথ সিংহ (১৭৬৯-৮০)ৰ দিনলৈকে ৰাজনৈতিকভাৱে অসম শক্তিশালী হৈ আছিল। অৱশ্যে তেওঁৰ দিনতে সূচিত হ'ল মোৱামৰীয়া বিদ্ৰোহ[৩] আৰু কোঁৱৰ বিদ্ৰোহৰ[৪]। স্বৰ্গদেৱ গৌৰীনাথ সিংহ (১৭৮০-৯৪)ৰ দিনত গ্ৰহণ কৰা ভুল নীতিয়ে বিদ্ৰোহৰ জুই দপদপকৈ জ্বলাই তুলিলে। ফলস্বৰূপে, অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱন ছেদেলি-ভেদেলি হৈ পৰিল, আৰু দেশৰ মানুহৰ অৱস্থাও পানীত হাঁহ নচৰা হ'ল।[৫] এই অৱস্থাৰ সুযোগ লৈ অনেক স্বয়ম্ভু ৰজাই মূৰ দাঙি উঠিল। দৰঙৰ কৃষ্ণনাৰায়ণে, ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনাধীন বংগদেশৰ পৰা ভাৰাতীয়া সৈন্য আনি সিংহাসন অধিকাৰ কৰি ল'লে আৰু উত্তৰ গুৱাহাটী পৰ্যন্ত দখল কৰিলে। এই কাৰ্যই অসমলৈ বৰকান্দাজ অহাৰ পথ মুকলি কৰি দিলে। এই অৱস্থাত গৌৰীনাথ সিংহই পূৱত মোৱামৰীয়াৰ পৰা আৰু পশ্চিমত হিন্দুস্থানী চিপাহী আৰু বৰকান্দাজৰ

পৰা তেওঁক ৰক্ষা কৰিবলৈ বংগদেশৰ গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছক আবেদন কৰিলে।[৬] কৰ্ণৱালিছে কেপ্টেইন ৱেলছক ষাঠিজন সৈন্য ছটা বাহিনীৰ সৈতে (১৭৯৪) অসমলৈ পঠালে।[৭] এয়ে বৃটিছ শক্তিৰ প্ৰথম অসম প্ৰৱেশ।[৮]

মোৱামৰীয়া বিদ্ৰোহ দমন কৰি ৱেলছ ঘূৰি গ'ল যদিও আহোম ৰাজসিংহাসনৰ ভেটি থৰক-বৰক হ'ল। চন্দ্ৰকান্ত সিংহ ১৮১১ খ্ৰীত সিংহাসনত উঠাৰ পিছত ৰজা, প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু গুৱাহাটীৰ বৰফুকন বচন চন্দ্ৰৰ মাজত ঘটা মনোমালিন্য আৰু পৰস্পৰৰ মাজত হোৱা অবিশ্বাস আৰু সন্দেহৰ ফলত অসম নতুন আৰু ভয়াবহ দুৰ্যোগৰ সন্মুখীন হ'ল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰ নিজৰ সমস্যা লৈ ব্যস্ত হৈ থকাত এইবাৰ অসমৰ ৰজাৰ অনুৰোধ সত্ত্বেও সহায় কৰিবলৈ আগবাঢ়ি আহিব নোৱাৰিলে।[৯] আনহাতে, বদনচন্দ্ৰ বংগদেশলৈ পলাই গৈ বৃটিছৰ সহায় নাপাই কলিকতাত থকা ব্ৰহ্মদেশৰ ৰজাৰ অভিকৰ্তা (Agent)ৰ যোগে গৈ ৰজা বডোফা (Bo-do-pa-ya))ৰ ওচৰ চাপিলগৈ। এই আমন্ত্ৰণৰ সঁহাৰি দি, বডোফায়ো নিজৰ ৰাজ্য বঢ়োৱাৰ ভিতৰুৱা উদ্দেশ্যেৰে[১০] ১৮১৬ খ্ৰীঃৰ শেহৰফালে তিনিজন সৈন্যাধ্যক্ষৰ অধীনত আঠ হেজাৰ সৈন্য অসম আক্ৰমণৰ বাবে পঠাই দিলে। ১৮১৭ খ্ৰীঃৰ আগফালে আহি এই সৈন্য দল অসম সোমাওঁতে সৈন্যৰ সংখ্যা ১৬ হেজাৰ হৈছিল।

মানৰ এই অসম আক্ৰমণেই অসমৰ স্বাধীনতা সূৰ্যৰ অস্ত যোৱাৰ জাননী কঢ়িয়াই আনিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মৃত্যু, ৰুচিনাথৰ পলায়ন, বদনচন্দ্ৰ বুঢ়াগোহাঁইৰ ক্ষমতা লাভ আৰু চন্দ্ৰকান্ত ব্ৰহ্ম ৰজাৰ তলতীয়া পুতলা ৰজা হোৱাৰ ঘটনাই অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ সুঁতি সলাই দিলে। আনহাতে, মানৰ আক্ৰমণে সৃষ্টি কৰা হত্যা-অগ্নি সংযোগ-লুণ্ঠনৰ ৰাজত্বই অসমৰ সামাজিক জীৱন ভাণ্ডি-ছিণ্ডি ছেদেলি-ভেদেলি কৰিলে, গাৱঁৰ পিছত গাওঁ জনশূন্য কৰিলে, পথাৰ আৰু ভঁৰালৰ শস্য নষ্ট কৰিলে,আৰু অসমক শ্মশানত পৰিণত কৰিলে।[১১] যিখিনি বাকী আছিল ১৮১৯ আৰু ১৮২৪ খ্ৰীঃত কৰা পিছৰ দুটা আক্ৰমণে তাকো সম্পূৰ্ণ কৰিলে। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনৰ অসমৰ ৩০ লাখ জনসংখ্যা ১৮৪১ খ্ৰীঃত ৮ লাখলৈ কমি গৈছিল।[১২] মানৰ আক্ৰমণত অসম আৰু অসমৰ প্ৰজাৰ যি অবৰ্ণনীয় দুৰ্দশা ঘটিল সেই কথা সুঁৱৰি চহা কবিয়ে "কিয়নো আনিলি মানে ঐ বদন তই— কিয়নো আনিলি মান" বুলি তোলা বিননিৰ মাজতে তাৰ ভয়াবহতাৰ ইংগিত সোমাই আছে।

## বৃটিছ শক্তিৰ আগমন

মিঙিমাহা তিলোৱাই অসম আৰু মণিপুৰক ব্ৰহ্মৰজাৰ তলতীয়া কৰি ১৮২৪ খ্ৰীঃত কাছাৰ আৰু জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰিলে আৰু বৃটিছৰ সীমা অধিকাৰৰ বাবে যত্ন কৰিলে। যদিও ডেভিদ স্কট (১৭৮৬-১৮৩১)ৰ পৰামৰ্শ সত্ত্বেও[১৩] বৃটিছ চৰকাৰে অন্য ৰাজ্যৰ বিষয়ত নোসোমোৱাৰ নীতি ত্যাগ কৰা নাছিল, এতিয়া মান সৈন্যই তেওঁবিলাকৰ ৰাজ্য আক্ৰমণ

কৰাত সেই নীতি ত্যাগ নকৰাকৈয়ো মানৰ বিৰুদ্ধে প্ৰতি আক্ৰমণৰ সুযোগ ওলাল। ফলস্বৰূপে ১৮২৪ খ্ৰীঃৰ ৫ মাৰ্চ তাৰিখে বৃটিছ চৰকাৰে আভাৰ ৰজাৰ বিৰুদ্ধে আনুষ্ঠানিক যুদ্ধ ঘোষণা কৰিলে। অসম, আৰাকান আৰু ৰেঙ্গুন— এই তিনি ঠাইত যুদ্ধ আৰম্ভ হ'ল। অসমত গুৱাহাটী, নগাওঁ, যোৰহাট আৰু ৰংপুৰৰ মান সৈন্যই বৃটিছ সৈন্যক প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হ'ল। বৃটিছ সৈন্যই ৰংপুৰ পৰ্যন্ত অধিকাৰ কৰি মান সৈন্যক বহিষ্কাৰ কৰিলে। লগতে চিংফৌৰ আক্ৰমণৰ সন্মুখীন হোৱা মটক ৰাজ্যৰ পৰা চিংফৌবিলাককো খেদি বৰসেনাপতিক তেওঁৰ ৰাজ্য গতাই দিলে। আনহাতে, মণিপুৰ আৰু ব্ৰহ্মদেশৰো ঠায়ে ঠায়ে মানসৈন্য উভতি যাবলৈ বাধ্য হ'ল আৰু বৃটিছ সৈন্যই চিটাগং, ৰেঙ্গুন আৰু আৰাকানো দখল কৰিলে। এনে অৱস্থাত বৃটিছ শক্তিৰ লগত সন্ধি কৰাৰ বাহিৰে আভাৰ ৰজাৰ বাবে আন পথ একো নাথাকিল। আৰু এই মৰ্মেই বৃটিছ শক্তিৰ ইচ্ছানুসৰি ১৮২৬ খ্ৰীঃৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে ইয়াণ্ডাবু নামে ঠাইত, আহোম ৰজাৰ কোনো প্ৰতিনিধি নোলোৱাকৈ বৃটিছ আৰু ব্ৰহ্মৰজাৰ মাজত সন্ধি স্বাক্ষৰিত হ'ল।[১৪] এঘৰটা ঘাই আৰু এটা অতিৰিক্ত ছেদত সম্পূৰ্ণ এই চুক্তিৰ দ্বিতীয় ছেদৰ প্ৰথম বাক্যটোত কোৱা হ'ল যে "আভাৰ ৰজাই অসম আৰু অসমৰ কৰতলীয়া ৰাজ্যসমূহ আৰু চুবুৰীয়া সৰু ৰাজ্য কাছাৰ আৰু জয়ন্তীয়াৰ ওপৰত সাব্যস্ত কৰা সকলো দাবী প্ৰত্যাহাৰ কৰে আৰু ভৱিষ্যতেও এই ৰাজ্যসমূহৰ বিষয়ত হস্তক্ষেপ কৰাৰ পৰা বিৰত থাকিব।"[১৫] এই এটা বাক্যই ছশ বছৰীয়া আহোম ৰাজত্বৰ আৰু অসমৰ স্বতন্ত্ৰতাৰো অনন্ত পেলালে।

১৮২৪ খ্ৰীষ্টাব্দত বৃটিছ শক্তিয়ে ব্ৰহ্মৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ আগে আগে অসমীয়া মানুহৰ উদ্দেশ্যে প্ৰচাৰ কৰা এখন ঘোষণা-পত্ৰত ইতিপূৰ্বে তেওঁবিলাকে হস্তক্ষেপ নকৰাৰ কাৰণ আৰু এতিয়া ব্ৰহ্ম ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ কাৰণ দৰ্শায়; লগতে অসমীয়া মানুহক এই ক্ষেত্ৰত নিৰ্ভীকভাৱে আগবাঢ়ি আহিবলৈ আহ্বান কৰি ঘোষণা কৰে যে বৃটিছ-ভাৰত চৰকাৰ অসম জয় কৰি ৰাজ্য বঢ়োৱাৰ তৃষ্ণাত অসমলৈ সোমোৱা নাই, বৰং নিজৰ প্ৰতিৰক্ষাৰ বাবেহে আগবাঢ়ি আহিবলগা হৈছে। ঘোষণা-পত্ৰত কোৱা হৈছিল, "আপোনালোক সেই বাবে নিশ্চিত থাকিব পাৰে যে অসমৰ পৰা আমাৰ শত্ৰুক খেদি নপঠোৱালৈকে আৰু আপোনালোকৰ দেশৰ সকলো স্তৰৰ মানুহৰ সুখ-শান্তিৰ বাবে কাম কৰিব পৰা আপোনালোকৰ নিজৰ চৰকাৰ এটা পুনঃপ্ৰতিষ্ঠা নকৰালৈকে আমি অসমৰ পৰা আঁতৰি যাবলৈ সন্মত নহওঁ।[১৬] কিন্তু, বৃটিছ চৰকাৰে তেওঁবিলাকৰ এই প্ৰতিশ্ৰুতি ৰক্ষা নকৰিলে। মণিৰাম দেৱানে এ. জে. মোফাট মিলছ চাহাবক দিয়া এতলাত কোৱাৰ দৰে "অসম যেনিবা বনৰজাৰ বৰপেটাতহে সোমাল।"[১৭] কাৰণ, আন ৰাজ্যৰ বিষয়ত হস্তক্ষেপ নকৰাৰ নীতিত লাগি থাকিলেও, ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিলাতত থকা সঞ্চালকসকল আৰু ভাৰতত থকা ব্যৱস্থাপকসকল সকলোৱেই এই অঞ্চলৰ ব্যৱসায়িক সম্ভাৱনীয়তাৰ প্ৰতি সমানেই আগ্ৰহান্বিত আছিল[১৮] আৰু সেই বাবে এনে সম্ভাৱনীয়তাৰ বিষয়ে সময়ে সময়ে সমীক্ষাও চলাইছিল।[১৯]

বৃটিছ চৰকাৰে অসম অধিকাৰ কৰাৰ পিছত ১৮৩৫ খ্ৰীঃত আৰ. বি. পেম্বাৰটনে প্ৰস্তুত কৰা Report on the Eastern Frontier of British India, ১৮৩৭ খ্ৰীঃত প্ৰকাশিত— John Mc Cosh-ৰ দ্বাৰা প্ৰণীত Topography of Assam, ১৮৪১খ্ৰীঃত William Robinson-ৰ A Descriptive Account of Assam আদি গ্ৰন্থই অসম সম্পৰ্কে বৃটিছ শক্তিৰ আগ্ৰহৰ সাক্ষ্য বহন কৰিছে। অসম অধিকাৰ কৰি লোৱাৰ পিছতেই ডেভিদ স্কটে অসমৰ পৰা পাব পৰা ৰাজহৰ সম্ভাৱনীয়তাৰ বিষয়ে অনুসন্ধান কৰিছিল। এই আটাইবোৰ সন্ধান বা অনুসন্ধান কাৰ্য কেৱল জ্ঞান লাভৰ বাবে কৰা অনুশীলন নাছিল; বৰং বণিক ৰাজশক্তিয়ে ব্যৱসায়িক সম্ভাৱনীয়তা বিচাৰ কৰি চোৱাৰ প্ৰযত্নও আছিল। অৱশ্যে, স্কটে কলিকতাৰ চৰকাৰী পৰিষদক যুদ্ধৰ আগতে কৰা ঘোষণাৰ কথা সোঁৱৰাই দিছিল[২০] আৰু বিশ্বনাথলৈকে নামনি অসম বৃটিছ-ভাৰতৰ লগত সংযুক্ত কৰি, খাম্‌টি, মোৱামৰীয়া আৰু চিংফৌসকলৰ ৰাজ্য বাদ দি, উজনি অসম খণ্ড চৰ্তসাপেক্ষে এজন স্থানীয় ৰাজকোঁৱৰৰ অধীনত ৰাখিবলৈ পৰামৰ্শ দিছিল।[২১] ইয়াণ্ডাবু সন্ধিৰ পৰা দুবছৰ এনেকৈয়ে পাৰ হ'ল। ১৮২৮ খ্ৰীঃত কলিকতাৰ পৰিষদে নামনি অসম বৃটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে; কিন্তু উজনি খণ্ড সম্পৰ্কে তেতিয়াও সিদ্ধান্ত নল'লে। ব্ৰহ্মদেশৰ লগত হোৱা যুদ্ধৰ বাবে কোম্পানীৰ চৰকাৰৰ বাজেটত পৰা ঘাটি নামনি অসমৰ পৰা ৩ লাখমান টকাৰ ৰাজহ আদায় কৰি পৰিষদে কিছু পূৰাব পাৰিব বুলি ভাবিছিল; কিন্তু, উজনিৰ পৰা এক লাখ টকাও আদায় নহ'ব বুলি আৰু হোৱাখিনিও আগৰ ৰাজপৰিয়ালৰ উত্তৰাধিকাৰীসকলক পেন্সন দিয়াতেই ব্যয় হ'ব বুলি শংকা কৰিছিল।[২২]

ইতিমধ্যে ১৮৩১ খ্ৰীঃত স্কটৰ মৃত্যু হ'ল আৰু তেওঁৰ ঠাই ল'লে ৰবাৰ্টছনে। অৱশেষত গৱৰ্ণৰ জেনেৰেল স্কটে দি যোৱা পৰামৰ্শ মতেই উজনি খণ্ডৰ এজন স্থানীয় ৰাজকোঁৱৰ পুৰন্দৰ সিংহলৈ বছৰেকীয়া ৫০ হেজাৰ টকাৰ কৰ কোম্পানীক দিয়াৰ আৰু অন্যান্য চৰ্তৰ ভিত্তিত হস্তান্তৰ কৰাৰ নিৰ্দেশ দিলে; সেই মৰ্মেই ১৮৩৩ খ্ৰীঃৰ ২ মাৰ্চত ৰবাৰ্টছন আৰু পুৰন্দৰ সিংহৰ মাজত চুক্তি স্বাক্ষৰিত হ'ল[২৩] আৰু ৰবহাটৰ পৰা ধনশিৰিলৈকে এই উজনি খণ্ড ১৮৩৩ খ্ৰীঃৰ ২৪ এপ্ৰিল তাৰিখে পুৰন্দৰ সিংহলৈ হস্তান্তৰিত হ'ল।[২৪]

পুৰন্দৰ সিংহই প্ৰথম দুবছৰৰ কৰ সম্পূৰ্ণকৈ আদায় দিলেও, প্ৰজাৰ শোচনীয় আৰ্থিক অৱস্থা, মটক ৰাজ্যৰ পৰা হোৱা লোক - প্ৰব্ৰজন, মুদ্ৰাৰ নাটনি আৰু ভুৱা মুদ্ৰাৰ প্ৰচলনৰ বাবে তেওঁৰ পিছৰ দুবছৰ সম্পূৰ্ণকৈ ধন আদায় দিব নোৱাৰি নামনি খণ্ডও অতিৰিক্ত এক লাখ নাৰায়ণী মুদ্ৰা কৰ স্বৰূপে দিয়াৰ চৰ্তত তেওঁক দিবলৈ আবেদন কৰিলে। অসমৰ আয়ুক্ত জেনেৰেল জেনকিন্সে উজনি অসম ভ্ৰমণ কৰি, ৰজাই পোৱা অসুবিধা দেখিও তেওঁৰ বিৰুদ্ধে চোকা প্ৰতিবেদন চৰকাৰলৈ পঠালে,[২৫] যাৰ ফলত কলিকতাৰ চৰকাৰী পৰিষদে পুৰন্দৰ সিংহক ক্ষমতাৰ পৰা আঁতৰাই উজনি খণ্ডও বৃটিছৰ পোনপটীয়া শাসনলৈ আনিবলৈ ১৮৩৮ খ্ৰীঃৰ ৮ আগষ্টত সিদ্ধান্ত ল'লে আৰু ১৬ ছেপ্টেম্বৰত তাক কাৰ্যকৰী কৰিলে।[২৬] ডঃ হেৰম্বকান্ত

বৰপূজাৰীয়ে "জেন্‌কিন্সে যথোপযুক্ত প্ৰতিবিধান লোৱাৰ পৰিবৰ্তে ৰুগীয়া মানুহজনক বিছনাতে হত্যা কৰিলে"[২৭] বুলি কৰা মন্তব্য প্ৰণিধানযোগ্য। উজনি খণ্ড দখল কৰা পিছত ১৯৩৯ খ্ৰীঃত বৃটিছ চৰকাৰে বৰসেনাপতিৰ ৰাজ্যও নিজৰ অধীন কৰি বৃটিছ-ভাৰতৰ লগত অসমৰ সংযুক্তি সম্পূৰ্ণ কৰিলে।[২৮]

বৃটিছ শক্তি সোমাই নহা হ'লে অসমীয়া মানুহৰ কণ-কঠীয়াও নাথাকিলহেঁতেন— এই সম্ভাৱনাও দূৰত নাছিল। মানৰ অৱৰ্ণনীয় অত্যাচাৰ-উৎপীড়নৰ পৰা অসমৰ প্ৰজাক ৰক্ষা কৰোতা কোনো নাছিল। বৰং অসম চিৰকাললৈ ব্ৰহ্মদেশৰ অংগ হোৱাৰ সম্ভাৱনীয়তাই আছিল প্ৰবল। সেই সম্ভাবনাৰ পৰা অসম ৰক্ষা পৰিল; কিন্তু লগে লগে এটা ঔপনিবেশিক-বণিক-সাম্ৰাজ্যবাদী শক্তিৰ অধীন হ'ল। একপ্ৰকাৰে ক'বলৈ হ'লে— অসম মধ্যযুগীয়া ৰাজতন্ত্ৰৰ গ্ৰাসৰ পৰা পশ্চিমৰ আধুনিক ধনতন্ত্ৰৰ গ্ৰাসত পৰিল।

অসমীয়া বা-বিষয়াসকলে আশা কৰিছিল যে যুদ্ধৰ আগতে ঘোষণা কৰাৰ দৰে বৃটিছে অসম দেশ অসম ৰজাক ঘূৰাই দি যাব; আৰু বা-বিষয়াসকলেও পূৰ্বৰ অৱস্থা ঘূৰাই পাব। কিন্তু, তাৰ পৰিবৰ্তে তেওঁবিলাকে দেখিলে যে নতুন শাসন পদ্ধতিত পূৰ্বৰ বিষয়-বাববিলাক উঠাই দিয়া হ'ল, তেওঁবিলাকৰ লগুৱালিক্‌চৌবিলাক আঁতৰাই দিয়া হ'ল আৰু তেওঁবিলাকৰ বন্দী-বেটীবোৰো মুকলি কৰি দিয়া হ'ল। কেপ্টেইন নিউভিল্‌এ, অসমীয়া বা-বিষয়া যিসকলক প্ৰথমতে বিচাৰ আৰু ৰাজহ বিভাগৰ বিভাগত নিযুক্তি দিয়া হৈছিল, আঁতৰাই দিলে। ইয়াৰ পিছতে ১৮২৮ খ্ৰীঃত গমধৰ কোঁৱৰৰ নেতৃত্বত বৃটিছৰ বিৰুদ্ধে প্ৰথম বিদ্ৰোহৰ সূচনা হ'ল।[২৯] পুনৰ ১৮৩০ খ্ৰীঃত ধঞ্জয় বৰগোহাঁই, পিয়লি ফুকন আদিয়ে যোগ দি আৰু মোৱামৰীয়া খামটি, চিংফৌ, খাচী, গাৰো আৰু নগা সকলকো বৃটিছৰ বিৰুদ্ধে থিয় দিবলৈ আহ্বান জনাই বিদ্ৰোহ ঘোষণা কৰিলে যদিও সফলতা লাভ কৰিব নোৱাৰিলে। পিয়লি ফুকন আৰু জীউৰাম দুলিয়া বৰুৱাক ফাঁচী দিয়া হ'ল।[৩০] এনেকৈয়ে বৃটিছৰ বিৰুদ্ধে অসমৰ সম্ভ্ৰান্ত শ্ৰেণীৰ সশস্ত্ৰ বিদ্ৰোহৰ অন্ত পৰিল।

কিন্তু, মণিৰাম দেৱানকে ধৰি এক শ্ৰেণীৰ সম্ভ্ৰান্ত লোকে, মানক খেদাই দেশত শান্তি আৰু শৃংখলা স্থাপন কৰাৰ পিছত বৃটিছ ঘূৰি যাব— এই আশা কৰি বৃটিছক আদৰণি জনাইছিল। আৰু সেই বাবে তেওঁবিলাকে গমধৰ কোঁৱৰ-পিয়লি ফুকনৰ বিদ্ৰোহৰ বিৰোধিতা কৰিছিল। বৃটিছ চৰকাৰৰ ৰাজহ বিভাগৰ চিৰস্তাদাৰ, পুৰন্দৰ সিংহৰ মন্ত্ৰী আৰু আসাম কেম্পানীৰ দেৱান হিচাপে কাম কৰা 'মণিৰাম দত্ত দেৱান বৰভাণ্ডাৰ বৰুৱা'ৰ স্বপ্ন ভংগ হ'বলৈ সৰহ দিন নালাগিল। তেওঁ দেখিলে— পুৰণি বা-বিষয়াসকলৰ বিষয়বাব, লগুৱালিকচৌ আদিৰ পৰা বঞ্চিত কৰাৰ উপৰি তেওঁবিলাকে খাই থকা ৰাজহ-মুক্ত মাটিবাৰীবো বৃটিছে ৰাজহ বান্ধি দিলে; তদুপৰি যিবিলাক মানুহে কেতিয়াও মাটি খন্দা, হালবোৱা, ভাৰ কঢ়িওৱা কাম কৰা নাছিল তেওঁবিলাকক তেনে কাম কৰি খাবলগীয়া অৱস্থা কৰিলে।[৩১]

## প্ৰশাসনীয় সংস্কাৰ

ৰজাদিনীয়া প্ৰশাসনীয় বিষয়-বাবৰ ঠাইত বৃটিছে নিজৰ পদ্ধতিৰ বিষয়বাব সৃষ্টি কৰিলে। ৰাজ্যখনক ছখন জিলাত বিভক্ত কৰি প্ৰশাসনৰ গাঁথনি কৰি ললে। সমগ্ৰ ৰাজ্যখনৰ বাবে এজন আয়ুক্ত, তেওঁৰ অধীনত উপায়ুক্ত, প্ৰতিখন জিলাত এজন মুখ্য বা সহকাৰী আয়ুক্ত আৰু সৰ্বমুঠ আঠজন সহ-সহকাৰী আয়ুক্তৰে প্ৰশাসনীয় গাঁথনি আৰু এজন প্ৰধান সদৰআমীনৰ অধীনত ছখন জিলাৰ বাবে ছজন সদৰ আমীন আৰু সোতৰজন মুন্সিফক লৈ ন্যায় পালিকাৰ গাঁথনি কৰি ল'লে।[৩২] ১৮৭৪ খ্ৰীঃৰ ৬ ফেব্ৰুৱাৰীত বংগদেশৰ পৰা অসমক বেলেগ কৰি এজন মুখ্য আয়ুক্তৰ অধীনত সুকীয়া ৰাজ্য হিচাপে গঠন কৰি ল'লেও প্ৰশাসনীয় গাঁথনি কম-বেছি পৰিমাণে একেই থাকিল।[৩৩] অসমৰ পুৰণি বা-বিষয়াসকল এনে গাঁথনিৰ লগত পৰিচিত নাছিল আৰু তাৰ বাবে প্ৰয়োজনীয় অৰ্হতাও তেওঁবিলাকৰ নাছিল। গতিকে, স্বাভাৱিকতহে এই পদবিলাক অসমীয়া মানুহৰ হাতত নাথাকিল। ওপৰ খাপৰ সকলো পদত ইংৰাজ লোক নিয়োজিত হ'ল আৰু এওঁবিলাকো কলিকতাৰ চৰকাৰী দপ্তৰৰ পৰাই আহিল। তলৰ পদবিলাকৰ বাবেও চৰকাৰৰ কাম-কাজৰ লগত পৰিচিত আৰু অৰ্হতাসম্পন্ন লোক অসমত স্বাভাৱিকতে নাছিল। এতেকে কলিকতাৰ পৰাই এই পদবিলাকৰ বাবে আৱশ্যকীয় লোক আমদানি কৰি আনি নিযুক্ত কৰিলে। আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা বা দীননাথ বেজবৰুৱাৰ দৰে লোক মুন্সিফ বা একষ্ট্ৰা এছিটেণ্ট কমিছনাৰ হোৱাৰ সময়লৈ অসমৰ সকলো স্তৰৰ প্ৰশাসনীয় দপ্তৰ ইংৰাজ বিষয়া আৰু বাঙালী কৰ্মচাৰীৰে ভৰি পৰিল।

## অৰ্থনৈতিক সংস্কাৰ

আনহাতে, আহোম ৰজাৰ দিনৰ অৰ্থনৈতিক গাঁথনিৰো আমূল পৰিবৰ্তন ঘটোৱা হ'ল। পুৰণি 'খেল' আৰু 'পাইক' প্ৰথাৰ বিলুপ্তি সাধিত হ'ল আৰু বিনিময় প্ৰথা-নিৰ্ভৰ অৰ্থনীতিৰ পৰিবৰ্তে মুদ্ৰা-নিৰ্ভৰ অৰ্থনীতি প্ৰচলনৰ কথা ভাবিছিল।[৩৪] বংগদেশতকৈ মাটি সাৰুৱা দেখি অসমৰ মাটিৰ খাজনা তেওঁ বঢ়াই দিলে যাতে মানুহে অধিক পৰিশ্ৰম আৰু অধিক উৎপাদন কৰে।[৩৫] তদুপৰি দেবোত্তৰ, ব্ৰহ্মোত্তৰ আদি ৰাজহ-মুক্ত মাটিৰো তেওঁ খাজনা বান্ধি দিছিল যদিও, জন-অসন্তুষ্টিলৈ চাই সেই নিৰ্দেশ ৰহিত কৰিছিল; তাৰ পৰিবৰ্তে ৰপ্তানি কৰিব পৰাকৈ পাট আৰু মুগা সূতা উৎপাদনৰ বাবে অসমীয়া মানুহক চৰকাৰী সাহায্য দানৰ প্ৰস্তাব কৰিছিল।[৩৬]

সি যি কি নহওক, আগৰ খেল প্ৰথাৰ সলনি ১৮৩৬ খ্ৰীঃৰ পৰা T. Brodie-ৰ পৰিকল্পনা অনুসৰি জিলাবিলাকক মৌজা বা মহলত ভাগ কৰা হ'ল।[৩৭] এই ৰাজহ-খণ্ডৰ দায়িত্বত থকাসকলক উজনি অসমত 'মৌজাদাৰ' আৰু নামনি অসমত চৌধুৰী, বিষয়া, পাটগিৰি, কাকতি বোলা হৈছিল।[৩৮] Mc Cosh-এ উল্লেখ কৰিছে যে কামৰূপত মহল বা মৌজাৰ সলনি কোনো কোনো ক্ষেত্ৰত তালুক আৰু তালুকৰ বা চৌধুৰীসকলৰ অধীনত মণ্ডল, ঠাকুৰীয়া,

পাত্ৰ আৰু নিম্নস্তৰৰ টেকেলা আদি বিষয়া আৰু কৰ্মচাৰী আছিল। মুঠতে বৃটিছে পুঁজিবাদৰ প্ৰথম খুঁটাটো অসমত পুতিলে— এই নতুন ৰাজহ-পদ্ধতি প্ৰয়োগৰ জৰিয়তে। সকলো বৃটিছ বিষয়াই ভাবিছিল যে স্থানীয় মানুহৰ অৰ্থনৈতিক উন্নতি হ'বলৈ হ'লে কৰ লগাবই লাগিব।[৪০] সেই বাবে, কোনো মানুহক ৰাজহ ৰেহাই দিয়াৰ পক্ষপাতী তেওঁবিলাক নাছিল।[৪১] ১৮৩৪ খ্ৰীঃত প্ৰয়োগ কৰা নতুন ৰাজহ প্ৰথাৰ লগতো অসমীয়া মানুহৰ পৰিচয় নাছিল। তদুপৰি অতিৰিক্ত কৰৰ হেঁচাত সাধাৰণ মানুহে কঁকাল পোনাব নোৱৰা অৱস্থা হ'ল। পোন্ধৰ-বিছ মোন ধান হোৱা ভাল ৰুপিত মাটি এপুৰাৰ উৎপাদনৰ মূল্য ১৮৫৩ খ্ৰীঃত আছিল দুটকাৰ পৰা তিনি টকা, অথচ তেনে এপুৰা মাটিৰ খাজনা ধাৰ্য কৰা হৈছিল এটকা চাৰিঅনা, অৰ্থাৎ উৎপাদনৰ আধাখিনিৰ মূল্য খাজনা স্বৰূপে দিবলগীয়া হৈছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ দৰে বৃটিছৰ অনুৰাগী লোকেই এই নিৰিখ অত্যন্ত বেছি হোৱা বুলি অভিযোগ তুলিছিল।[৪২] আনহাতে, অসমৰ আয়ুক্তৰ মাহেকীয়া বেতন আছিল দুহেজাৰ টকা; আনকি, আটাইতকৈ নিম্নস্তৰৰ কৰ্মচাৰী চাপ্ৰাছী এজনৰো বেতন আছিল চাৰি টকা।[৪৩] পুৰণি অসমীয়া বা-বিষয়াসকলৰ ভিতৰত অনেকৰেই মৌজাদাৰ বা তালুকদাৰ হোৱাৰ যোগ্যতা আছিল। তথাপি মাৰোৱাৰ আৰু ছিলেটৰ লোকক অসমত মৌজা চলোৱাৰ দায়িত্ব দিয়াত সম্ভ্ৰান্ত অসমীয়াসকলৰ অনেক অসন্তুষ্ট হৈছিল।[৪৪] অসন্তুষ্ট হ'লেও, খোপনি পুতি লোৱা বৃটিছ শক্তিৰ বিৰুদ্ধে থিয় দিয়াৰ সাহ আৰু শক্তি অসমীয়া ডা-ডাঙৰীয়াসকলৰ নাছিল। এই ক্ষেত্ৰত মণিৰাম দেৱানেই আছিল শেহৰজন লোক; আৰু ৰাজদ্ৰোহ কৰাৰ ফলস্বৰূপে তেওঁ ফাঁচীকাঠত ওলমিবলগীয়া হ'ল।[৪৫] ইতিমধ্যে বৃটিছৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ছত্ৰছায়াত গঢ় লৈ উঠা নতুন সম্ভ্ৰান্ত শ্ৰেণীৰ অসমীয়াসকল বৃটিছৰ সমৰ্থক-সহযোগী শক্তিস্বৰূপেই গঢ় লৈ উঠিল। একপ্ৰকাৰ ক'বলৈ হ'লে তেওঁবিলাক হ'ল— বিদেশী ঔপনিবেশিক বণিক আৰু সাম্ৰাজ্যবাদী শক্তি এটাই গঢ় দিয়া নব্য ধনতান্ত্ৰিক সমাজ-ব্যৱস্থাৰ ফচল। এইসকলৰ ভিতৰত মণিৰাম প্ৰথমে সমৰ্থকস্বৰূপে থাকি পিছলৈ পুঁজিবাদৰ মূল মন্ত্ৰ আহৰণ কৰি চাহ উদ্যোগত ধন বিনিয়োগ কৰি অন্যতম সহযোগী শক্তিস্বৰূপে মূৰ দাঙি উঠিছিল। তেওঁ বৃটিছৰ প্ৰতিদ্বন্দ্বী হৈ নুঠা হ'লে ফাঁচীৰ জৰী ডিঙিত সুমাই ল'ব নালাগিলহেঁতেন। তথাপি তেওঁ আছিল প্ৰথম অসমীয়া পুঁজিপতি— অগ্ৰদূত।

বৃটিছৰ অসম অধিকাৰ হ'ল আধুনিক অসমৰ ইতিহাসত আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনা। এই সংযুক্তিয়ে কেৱল অসমক বৃটিছ-ভাৰতৰ এটা অংশ কৰিয়েই ক্ষান্ত নহ'ল, বৰং বৃটিছ-ভাৰতৰ ভাগ্যৰ লগত চিৰদিনৰ বাবে অসমৰ ভাগ্যকো সাঙুৰি দিলে। দ্বিতীয়তে, নতুন প্ৰশাসন-পদ্ধতিৰ প্ৰয়োগ আৰু মুদ্ৰা-নিৰ্ভৰ অৰ্থনীতিৰ প্ৰচলনে পুৰণি সামাজিক গাঁথনি আৰু স্তৰসমূহ ভাঙি নতুন সামাজিক শ্ৰেণী গঢ়ি তুলিলে। ওপৰ খাপৰ ইউৰোপীয় বিষয়াসকল এটা সুকীয়া শ্ৰেণীস্বৰূপে চিহ্নিত হ'ল, প্ৰশাসনৰ বিভিন্ন স্তৰত বংগদেশৰ পৰা আনি নিযুক্ত কৰাসকল এটা নতুন 'বাবু' (ডাঙৰীয়া) শ্ৰেণীস্বৰূপে গঢ় লৈ উঠিল; থলুৱা মৌজাদাৰ, চৌধুৰী আদি বিষয়বাব

পোৰাসকল এটা নতুন মধ্যবিত্ত শ্ৰেণী হৈ পৰিল। আনকি, টেকেলা, পিয়াদা আদি কৰ্মচাৰীসকলেও সাধাৰণ খেতিয়ক প্ৰজাতকৈ ওপৰ খাপৰ লোক যেন বুলি ভবা হ'ল আৰু এটা শ্ৰেণী হৈ পৰিল।[৪৬] প্ৰশাসন, ন্যায়পালিকা আৰু ৰাজহৰ বিভিন্ন স্তৰৰ বিষয়া আৰু কৰ্মচাৰীসকলে নিজৰ নিজৰ বৃত্তি অনুসৰি একো একোটা সামাজিক শ্ৰেণীৰ মৰ্যাদা লাভ কৰিলে। আনহাতে, ক্ৰমবৰ্ধমান খাজনাৰ হেঁচাত পেঁপুৰা লগা পাইকসকল বা-বিষয়াৰ বন্দীবেটী হৈ থকাৰ সুবিধাৰ পৰাও বঞ্চিত হৈ সমাজৰ শেষ স্তৰত পৰিলগৈ।[৪৭] ইফালে, মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে অহা বেলছৰ সৈন্যক গ্ৰহণী ৰোগৰ প্ৰতিষেধক হিচাপে ব্যৱহাৰ কৰিবলৈ অসমত সুমুওৱা,[৪৮] কানিৰ ব্যৱহাৰ সমাজৰ তলৰ স্তৰ পৰ্যন্ত বিয়পিল।[৪৯] প্ৰসংগক্ৰমে উল্লেখযোগ্য যে বৃটিছে অসমত কানি তেওঁবিলাকৰ ৰাজহ অৰ্জনৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰি অস্থিচৰ্মসাৰ মানুহৰ শৰীৰৰ শেষ টোপা তেজো শুহি নিয়াৰ দৰে নিবলৈ ধৰিলে।[৫০]

এনেভাৱে বিন্যস্ত হৈ পৰা সামাজিক স্তৰসমূহৰ ভিতৰত ইংৰাজ বিষয়া আৰু বাঙালী 'বাবু'সকলৰ ঠাই ল'লে ওপৰ ফালে। তেওঁবিলাকৰ কথা-বতৰা, ৰীতি-নীতি সকলোবিলাক সাধাৰণসকলে শ্ৰেষ্ঠ বিবেচনা কৰিবলৈ ল'লে।

অসমলৈ অহা ইংৰাজ বিষয়াসকল কলিকতাৰ পৰা মকৰল হৈ আহিছিল। তেওঁবিলাকৰ বাবে বঙলা ভাষা কম-বেছি পৰিমাণে পৰিচিত আছিল; কিন্তু অসমীয়া মানুহ আৰু অসমীয়া ভাষা আছিল সম্পূৰ্ণভাৱে অপৰিচিত। অসম শাসনতো বঙালী বিষয়া বা কৰ্মচাৰীসকলৰ চকুৰেই তেওঁবিলাকে সমস্যা বা অৱস্থাৰ প্ৰথম বুজ ল'বলগীয়া হৈছিল বা লৈছিল। এতেকে, ইয়াৰ ফলত দুটা কাণ্ড হ'ল। এক, বৃটিছসকলৰ পিছতে 'বাবু'সকলৰ প্ৰতিপত্তি বাঢ়িল; দুই অসমীয়া মানুহে বৃটিছ আৰু 'বাবু'সকলৰ ওচৰত হীনমন্যতা অনুভৱ কৰিবলৈ ধৰিলে। আনকি এনে হ'ল যে বৃটিছ আৰু 'বাবু'সকলৰ সান্নিধ্য লাভ কৰা এচাম অসমীয়া সম্ভ্ৰান্ত লোকে অসমীয়া মানুহৰ ৰীতি-নীতি, সাংস্কৃতিক- পৰম্পৰা এইবিলাকো হীনজ্ঞান কৰিবলৈ আৰম্ভ কৰিলে। অসমত অসমীয়া ভাষাত বুৰঞ্জী লিখা প্ৰথা চলি অহা সত্ত্বেও হলিৰাম ঢেকিয়াল ফুকনে ১৮২৯ খ্ৰীঃত বঙলা ভাষাত 'আসাম-বুৰঞ্জী' লিখি প্ৰকাশ কৰিলে। কেৱল এয়ে নহয়, এই বুৰঞ্জীখনৰ বিভিন্ন স্থানত অসমৰ ধৰ্মীয় আৰু লোকসংস্কৃতি সম্পৰ্কে কটুক্তি কৰা হৈছে।[৫১] এনে মনোভাৱ 'জোনাকী' যুগৰ লিখকসকলৰ আগৰ চামলৈকে আছিল।[৫২]

চৰকাৰী চাকৰি-বাকৰিৰ বাহিৰে বেপাৰ-বাণিজ্যতো অসমীয়া মানুহৰ দখল নাথাকিল। বৃটিছ অহাৰ প্ৰায় লগে লগেই অসমৰ বাহিৰৰ ব্যৱসায়ী অসমলৈ সোমাই আহিল। ১৮৩৭ চনতে Mc Cosh-এ লক্ষ্য কৰিছে যে যথেষ্ট সংখ্যক মাৰোৱাৰী আহি অসমত থিতাপি লৈছিলহি আৰু দেশখনৰ প্ৰায় সকলো প্ৰকাৰৰ উৎপাদনেই তেওঁবিলাকৰ হাতেদিয়েই পাৰ হৈছিল।[৫৩] একে ধৰণৰ সংবাদ Gazetteer of Bengal and North East India-ত[৫৪] Assam in the Days of Companyত হেৰম্বকান্ত বৰপূজাৰীয়ে[৫৫], আসাম বুৰঞ্জীত

গুণাভিৰাম বৰুৱাই[৫৬] দিছে। সকলো প্ৰকাৰৰ স্থানীয় বাণিজ্য যে মাৰোৱাৰী ব্যৱসায়ীসকলৰ হাতত, সেই বিষয়ে বিভিন্ন সময়ৰ নথি-পত্ৰই সাক্ষ্য বহন কৰিছে।[৫৭] মানিকান্ত বৰুৱা, আনন্দৰাম ফুকন, লক্ষ্মীনাথ বেজবৰুৱা, ভোলা বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদিসকলে শতিকাৰ দ্বিতীয়াৰ্ধতহে ওলাই আহিছে।[৫৮]

বৃটিছ অহাৰ পিছতে অসমত চাহশিল্পও গঢ় লৈ উঠিল। ৰবাৰ্ট ব্ৰুচে ১৮২৩ খ্ৰীঃতে অসমত চাহ গছ আবিষ্কাৰ কৰিলেও[৫৯] চি. এ. ব্ৰুচৰ পৰামৰ্শত ১৮৩৫ খ্ৰীঃত অসমত চাহ পুলিৰ বাগিচা খোলা হ'ল।[৬০] ১৮৩৯ খ্ৰীঃৰ ১৪ ফেব্ৰুৱাৰীত অসমত চাহ শিল্পকে ধৰি বিভিন্ন বিষয়াৰ ব্যৱসায় কৰিবলৈ লণ্ডনত গঠিত হ'ল The Assam Company নামৰ প্ৰতিষ্ঠান।[৬১] আসাম কোম্পানীয়ে আৰম্ভ কৰা চাহ বাগিচাত বনুৱা কাম কৰিবলৈ অসমীয়া মানুহ আগ্ৰহান্বিত নহ'ল।[৬২] ফলত বিহাৰ, বেংগল আৰু উৰিষ্যাৰ পৰা বনুৱা অনা হ'ল।[৬৩] দেখা গ'ল— আসাম কোম্পানীয়েই কেৱল নহয়, দি যোৰহাট টী কম্পেনি, দি আছাম ৰেলৱে এণ্ড ট্ৰেডিং কোম্পানী, দি জেনেৰেল ষ্টীমাৰ কোম্পানী আদি যিবিলাক প্ৰতিষ্ঠান গঢ়ি উঠিল, কোনোটোৱেই থলুৱা লোকক আকৰ্ষণ কৰিব নোৱাৰিলে। ফলত, এই প্ৰতিষ্ঠানবিলাকে বাহিৰৰ পৰা বনুৱা আমদানি কৰিবলৈ ধৰিলে আৰু অসম 'বঙালেৰে' ভৰি পৰিলহি। প্ৰসংগক্ৰমে উল্লেখযোগ্য, অসমৰ সীমাৰ সিপাৰৰ পৰা অহা সকলো লোককে অসমীয়া মানুহে 'বঙাল' বা বঙালী' বুলিছিল।[৬৪] আনকি বৃটিছকো সেই বাবে 'বগা বঙাল' বুলিছিল। 'বঙাল' অহাৰ উৎসাহ দিয়া নহৈছিল যদিও আহোম ৰজাৰ দিনত বিভিন্ন বৃত্তিধাৰী লোকক বাহিৰৰ পৰা অসমলৈ অনা হৈছিল; কিন্তু এনেকৈ অনা বা অহা মানুহে অসমীয়া মানুহৰ ভাষা, ৰীতি-নীতি আৰু একেজাতীয়তাৰ ভাব গ্ৰহণ কৰি মিলি যাবলগীয়া হৈছিল; তেওঁবিলাকে এৰি থৈ অহা নিজৰ দেশ আৰু ভাষাৰ লগত সকলো সম্পৰ্ক ছিঙি পেলাই জীণ যাবলগীয়া হৈছিল।[৬৫] কিন্তু বৃটিছৰ দিনত ন-কৈ সোমাই অহাসকল নিজৰ ৰীতি-নীতি, ভাষা-সংস্কৃতি লৈয়েই সোমাই আহিল। এনেকৈয়ে অসমৰ জনগাঁথনিৰ আৰু ভাষাৰ মানচিত্ৰখনৰ বৰণ এটা প্ৰক্ৰিয়াৰ মাজেদি সলনি হ'বলৈ ধৰিলে।

উনবিংশ শতিকাৰ প্ৰথমাৰ্ধৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক অসমৰ মানচিত্ৰৰ এয়ে ৰূপৰেখা।

টোকা ঃ

১। এই আক্রমণক মোগল আক্রমণ বা মুছলমান আক্রমণ বোলাটো শুদ্ধ নহয়, বৰং দিল্লীৰ বাদছাহৰ অসম-আক্রমণ বোলাহে উচিত আৰু শুদ্ধ।

২। স্বৰ্গদেৱ চুলাম্ফা (১৭৭৩-৭৫)ৰ দিনৰ পৰা চুলিক্‌ফা (১৭৭৯-৮১)ৰ দিনলৈকে এই সময়ছোৱাত ৰাজ সিংহাসনৰ বাবে উপযুক্ত ছটা ৰাজ পৰিয়ালৰ কেইবাগৰাকীও কোঁৱৰ ৰাজনৈতিক ষড়যন্ত্ৰৰ বলি হ'বলগীয়া হৈছিল।

দ্রঃ E.A. Gait, *A History of Assam*, pp 164-171; S. K. Bhuyan, ed., Assam Buranji, pp 106-121.

৩। দ্রঃ S. K. Bhuyan, *Anglo Assamese Relations*, pp 188-237, Sadaramin Harakanta Barua, Assam Buranji, p. 71; Gunabhiram Baruah, Assam Buranji, pp. 99-105; E. A. Gait, OP. Cit, pp. 189, 194-95.

৪। S. K. Bhuyan, *Konwar Bidroh*

৫। E. A. Gait, *OP. Cit*, pp. 201-204.

৬। দ্রঃ গৌৰীনাথ সিংহ আৰু কৰ্নৱালিছৰ মাজৰ যোগাযোগ, BPC, Sept. 10, 1792. No. 49.

৭। দ্রঃ E. A. Gait, OP. Cit, p. 206.

৮। ৱেলছ ১৭৯৪ খ্রীঃৰ মে' মাহলৈকে থাকিল। অসমৰ পৰা কোম্পানীয়ে যথেষ্ট অৰ্থ-সম্পত্তি নিব পাৰিব বুলি ৱেলছে লিখা চিঠিয়ে তেওঁৰ উদ্দেশ্যৰ ইংগিত বহন কৰে। তদুপৰি, তেওঁৰ সৈন্যই লুটি-পুটি পোৱা ১,১৭,৩৩৪ টকা সৈন্যৰ মাজত ভগাই দিয়া ঘটনাও সমানেই উল্লেখযোগ্য। দ্রঃ S. K. Bhuyan, OP. Cit, p. 339.

৯। BPC, 8 Dec. 1815, No. 54.

১০। H. K. Borpuzari, *Assam in the days of Company.*, p. 8.

১১। S. K. Bhuyan *OP. Cit*, M. Bora, ed. *Weissalisa*, pp. 19, 56, 28, 50, E. A. Gait *OP. Cit*, pp 223-237, N. Saikia, *Background of Modern, Assamese Literature*, pp. 31-35.

১২। সূৰ্যকুমাৰ ভূঞা, স্বৰ্গদেৱ ৰাজেশ্বৰ সিং, পৃঃ ২৩৬ W. Robinson, A Descriptive Account of Assam, p. 252.

১৩। N. K. Barooah, *David Scott in North East-India*, p. 65.

১৪। ইষ্ট ইণ্ডিয়া কোম্পানীক প্রতিনিধিত্ব কৰিছিল— মেজৰ জেনেৰেল আৰ্কিবল্ড কেম্পবেল, পেণ্ড আৰু আভাৰ অসামৰিক আয়ুক্ত টমাছ্ কেম্পবেল ৰবাৰ্টছন আৰু ইৰাৱতী নদীত থকা বৃটিছ নৌ বাহিনীৰ অধিনায়ক হেন্‌ৰি দেচি চাদ্‌ছএ; ব্ৰহ্মৰজাক প্রতিনিধিত্ব কৰিছিল— মিঙিমাহা মেনহ্লাহ ক্যান টেন লে-কাইঙৰ শাসন কৰ্তা উংগি আৰু মিঙিমাহা কেনহ্লাহ থি-টু আৰু ৰাজহ বিভাগৰ মুৰব্বী অটবেল উল্ এ। ডঃ A. C. Banerjee. *The Eastern*

*Frontier of British India*, pp. 535-542.

১৫। পৰ্বোল্লিখিত গ্ৰন্থ।

১৬। S. K. Bhuyan, *OP. Cit*, p. 525, *Samachar Darpan*, Serampore, 17 April, 1824.

১৭। A. J. Moffat Mills, *Report on the Province of Assam*, p. ixv.

১৮। A. C. Banerjee, *OP. Cit*, pp. 10-12; S. K. Bhuyan, *OP. Cit*, p. 154.

১৯। S. K. Bhuyan, *OP. Cit*, pp. 338, 340, 240.

২০। B.S.P.C., 1826, July 14, No. 2.

২১। উল্লিখিত প্ৰসংগ।

২২। R.M. Lahiri, Annexation of Assam, pp. 30-32: B.S.P.C., 1826, 14 July, No. 2.

২৩। R. M. Lahiri, *OP. Cit. pp*. 114, 116.

২৪। পূৰ্বোল্লিখিত, পৃঃ ১১৬। কিন্তু সেই বছৰৰে ২৭ জুন তাৰিখে সন্ধি-পত্ৰখন সংশোধন কৰি চুক্তি-পত্ৰলৈ ৰূপান্তৰিত কৰা হ'ল। দ্ৰঃ পূৰ্বোল্লিখিত গ্ৰন্থ, পৃঃ ১৯৯।

২৫। R. M. Lahiri, *OP. Cit*, pp. 166-168.

২৬। উল্লিখিত প্ৰসংগ।

২৭। H. K. Borpuzari, *OP. Cit*, p. 124.

২৮। E. A. Gait, *OP. Cit*, p. 362.

২৯। Hemeswar Dahingia, *Assam's Struggle Against British Rule*, p. 26.

৩০। K. N. Dutta, *Landmarks of the Freedom Struggle in Assam*, pp. 10-11, B.S.P.C., 1830, 30 April, No. 5A.

৩১। *Mills Report*, Appendix K. B., p. lxviii.

৩২। E. A. Gait, *OP. Cit*, p. 383.

৩৩। উল্লিখিত প্ৰসংগ।

৩৪। N. K. Barooah, OP. Cit., p. 95.

৩৫। উল্লিখিত প্ৰসংগ।

৩৬। BPC. 7 May, 1830 No. 51

৩৭। B. H. Baden Powell. *The Land System of British India*, Vol. III, p. Secretariat Procedings; Notes. Files No 638, C.O. of 1840 No. 1, p. 3, sl. 12 1/2.

৩৮। E. A. Gait, *OP. Cit.*, p. 346.

৩৯। Mc. Cosh, *OP. Cit*, p. 121.

৪০। A. H. Danforth, Cf. *Mills Report*, p. xxviii.

৪১। Cf. *Mills Report*, pp. 24-26

৪২। উল্লিখিত গ্ৰন্থ পৃঃ Appendix J., p. xxxviii

৪৩। উল্লিখিত গ্ৰন্থ, পৃঃ Appendix L., pp. Ixii-Ixxxiii.

৪৪। উল্লিখিত গ্ৰন্থ, পৃঃ Appendix K. B., p. Ixvii

৪৫। বেণুধৰ শৰ্মা, *মণিৰাম দেৱান*, পৃঃ ১৮০। এই সময়ত বৃটিছৰ বিৰুদ্ধে হোৱা আন্দোলন সম্পৰ্কীয় বিস্তৃত বিৱৰণৰ বাবে চাওক— *The Rebellion of 1857 vis-avis Assam* by Benudhar Sarma.

৪৬। N Saikia, Background of Modern Assam Literature, pp 57-58

৪৭। *Mills Report*, pp xxvii-xxxviii. Assam Secretariat proceeding Notes File No. 638 c o of 1840, No. 1 Report on the First settlement of the upper Assam Division Resumed from Purandar, 1839-1840, pp. 1-2 Sl 4-10. sli 14, p. 3.

৪৮। গুণাভিৰাম বৰুৱা, *আসাম বুৰঞ্জী*, ১২০-১২৯; মণিৰাম দেৱান, *বুৰঞ্জী বিবেকৰত্ন*, DHAS. Transcript, vol. xii pp. 422-425· B.C. Allen, *District Gazetter of Assam*, vol. vi. p. 196.

৪৯। কানিয়ে অসমীয়া মানুহক সৰ্বস্বান্ত কৰাৰ সংবাদ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অনেক নথিপত্ৰই দিছে। দ্ৰঃ *Mills Report; Indian Opium Commission*, 1893. vol. ii; *Political History of Assam*, vol.1, *Assam Congress Opium Enquiry Report*, বেণুধৰ কলিতা, ফুলগুৰিৰ ধেৱা; Amalendu Guha, *Planters Raj to Swaraj*; Mc. Cosh. *Topography of Assam*; W. Robinson, *A Descriptive Account of Assam* ইত্যাদি।

৫০। দ্ৰঃ N Saikia, *OP. Cit*, pp. 59-69.

৫১। বিহু সম্পৰ্কে "সাধাৰণ লোকেৰ স্ত্ৰীলোক ও লম্পট পুৰুষসকল একত্ৰ হইয়া অত্যন্ত গুজুপিত নৃত্য-গীত কৰিয়া থাকে" বোলা (পৃঃ ১০৩-১০৯ আৰু বৈষ্ণৱসকলে) মন্তব্য দ্ৰষ্টব্য।

৫২। শ্ৰীপ্ৰসেনজিৎ চৌধুৰীয়ে তেওঁৰ *ঊনবিংশ শতিকাৰ অসমত এভুমুকি* নামৰ গ্ৰন্থত "ঊনবিংশ শতিকাৰ বিদ্বৎ সমাজ আৰু বিহু" শীৰ্ষক ৰচনাত এই বিষয়ে আলোচনা কৰিছে। চৌধুৰীয়ে অৱশ্যে জোনাকীযুগীয়া সকলকো সামৰি লোৱা সম্পৰ্কে আমাৰ মতভেদ আছে।

৫৩। Mc Cosh, *OP. Cit*, p. 25.

৫৪। p. 80.

৫৫। p 263.

৫৬। p 196.

৫৭। W. W. Hunter, *A Stastistical Account of Assam*, vol I pp 57. 141, 202, 262, 385-86. vol. 11. pp. 76. 196

৫৮। N. Saikia, OP. Cit, p. 87.

৫৯। H. A. Antrobus. *A History of the Assam Company*. p. 17

৬০। উল্লিখিত গ্ৰন্থ, পৃঃ ৩৩।

৬১। উল্লিখিত গ্ৰন্থ, পৃঃ ৩৫-৩৭; N. Saikia, *OP. Cit*, pp 88-93

৬২। অসমীয়া মানুহে যাতে খেতি-বাতি এৰি চাহ বাগিচাত কাম কৰিবলৈ আহে তাৰ বাবে মাটিত খাজনা বঢ়াই দিবৰ বাবেও কোম্পানীয়ে চৰকাৰক ধৰিছিল। (ডঃ নকুলচন্দ্ৰ ভূঞা, চাহ বাগিচাৰ বনুৱা, পৃঃ ৯৯।)

৬৩। নকুলচন্দ্ৰ ভূঞা, উল্লিখিত গ্ৰন্থ, পৃঃ ৮।

৬৪। S. K. Bhuyan. *OP. Cit*. pp. 56-57.

৬৫। উল্লিখিত প্ৰসংগ।

(গৰীয়সী, অক্টোবৰ সংখ্যা, ১৯৯৯)

# অসমত আধুনিকতাৰ অগ্ৰদূত ঃ হেমচন্দ্ৰ বৰুৱা

হোমেন বৰগোহাঞি

অসমীয়া মানুহে হেমচন্দ্ৰ বৰুৱাক ঘাইকৈ অভিধান-প্ৰণেতা, বৈয়াকৰণ আৰু আধুনিক অসমীয়া গদ্য-ৰীতিৰ প্ৰৱৰ্তক হিচাপেহে জানে। ঊনবিংশ শতাব্দীৰ অসমৰ সামাজিক ইতিহাস সম্পৰ্কে চিন্তা-চৰ্চা আৰু গৱেষণা নোহোৱাৰ ফলত সেই সময়ৰ এজন ডাঙৰ সমাজ-বিপ্লৱী হিচাপে হেমচন্দ্ৰ বৰুৱাৰ ভূমিকা সম্পূৰ্ণ উপেক্ষিত হৈ আছে। অভিধান-প্ৰণেতা আৰু বৈয়াকৰণ হিচাপে অসমীয়া ভাষাক আধুনিক ৰূপ দিয়াত তেওঁৰ অদ্বিতীয় অৱদান চিৰ-স্মৰণীয় হৈ ৰ'ব। কিন্তু তেওঁৰ সম্পূৰ্ণ পৰিচয় কেৱল তাৰ মাজতেই সীমাবদ্ধ নহয়। হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰ বিষয়ে আমি যি যৎসামান্য কথা জানো, তাৰ পৰা প্ৰমাণিত হয় যে তেওঁ আছিল আধুনিক অসমৰ সৰ্ব-প্ৰথম নন্-কন্‌ফৰ্মিষ্ট সমাজ-বিপ্লৱী, প্ৰথম হিউমেনিষ্ট বা মানৱ-তন্ত্ৰী, আৰু অসমত আধুনিকতাৰ প্ৰথম অগ্ৰদূত। অতি পৰিতাপৰ কথা যে এনে এজন মানুহৰ পূৰ্ণাংগ জীৱন-চৰিত এখন আজিলৈকে প্ৰকাশিত হৈ নোলাল।

আধুনিক জগতত জীৱনী সাহিত্যৰ সমাদৰ আৰু আকৰ্ষণ দ্ৰুত গতিৰে বৃদ্ধি পাইছে। ভাবোদ্দীপক শক্তি আৰু মনোহাৰীত্বৰ গুণত সি আনকি উপন্যাসকো চেৰ পেলাইছে। ইয়াৰ প্ৰধান কৃতিত্ব অৱশ্যে লিটন ষ্ট্ৰেচীৰ দৰে যুগান্তকাৰী চৰিতকাৰসকলৰেই প্ৰাপ্য। জীৱনী-ৰচনাৰ ক্ষেত্ৰত লিটন ষ্ট্ৰেচীয়ে কি ধৰণৰ বিপ্লৱ সৃষ্টি কৰিলে সেই কথা জানিবলৈ ইংৰাজী সাহিত্যৰ ঐতিহাসিক এ চি ওৱাৰ্ডৰ নিম্নোদ্ধৃত কথাখিনি অনুধাৱন কৰিলেহে যথেষ্ট হ'ব। ওৱাৰ্ডে তেওঁৰ 'বিংশ-শতাব্দীৰ ইংৰাজী-সাহিত্য' নামৰ বহু-পঠিত গ্ৰন্থৰ এঠাইত লিখিছে ঃ "১৯০০ চনত সাহিত্য-পদ-বাচ্য ইংৰাজী জীৱন-চৰিতৰ সংখ্যা আছিল আঙুলিৰ মূৰত লেখিব পৰা; এই ক্ষেত্ৰত পৰিৱৰ্তন আনিবৰ কাৰণে ছেগা-চোৰোকাকৈ কৰা চেষ্টাৰ লক্ষণীয় সুফল ১৯১৮ চনলৈকে দৃষ্টিগোচৰ হোৱা নাছিল। সেই বছৰত লিটন ষ্ট্ৰেচীৰ 'এমিনেন্ট্ ভিক্টোৰীয়ানছ' নামৰ গ্ৰন্থখন প্ৰকাশিত হয়। সাতমাহৰ ভিতৰতে প্ৰকাশ কৰিব লগা হয়, আমেৰিকাত কিতাপখন ব্যাপক আলোচনাৰ বিষয়-বস্তু হৈ পৰে। কেইসপ্তাহমানৰ ভিতৰতে অন্যান্য লেখকসকলো এই কথাত পতিয়ন

যায় যে জীৱন-চৰিত ৰচনাৰ এইটোৱেই হ'ল সৰ্বোত্তম ৰীতি; তাৰ পিছৰ সাত বছৰত আন কোনো কিতাপৰেই ইমান বেছি অনুকৰণকাৰী ওলোৱা নাছিল। অৱশ্যে কিতাপখনৰ প্ৰশংসাত সকলোৱেই যে সমস্বৰে যোগ দিছিল সেই কথা নহয়। 'এমিনেন্ট্ ভিক্টোৰীয়ানছ' সাহিত্য-ৰচনা-ৰীতিৰ এক নতুন প্ৰচেষ্টা মাত্ৰ নাছিল। ই আছিল ভিক্টোৰীয়ান আত্ম-সন্তুষ্টিৰ প্ৰতি এক জীৱন্ত আৰু স্পৰ্দ্ধিত প্ৰত্যাহ্বান। ভিক্টোৰীয়ানসকলে তেওঁলোকৰ মহৎ লোকসকলৰ জীৱনী edit অৰ্থাৎ সম্পাদনা কৰি উলিওৱাটো বেছি পছন্দ কৰিছিল। ভিক্টোৰীয়ান চৰিতকাৰসকলে সেই কাৰণে সেই সময়ত প্ৰচলিত এই নীতি বা আদৰ্শক মানি চলিছিল যে মৃত লোকসকলৰ জীৱনৰ সম্পূৰ্ণ সত্য প্ৰকাশ কৰাটো নীতি-বিৰুদ্ধ আৰু অসন্মান-সূচক। সম্পূৰ্ণ সত্য প্ৰকাশ কৰাৰ ফলত কোনো দুৰ্নাম বা অপযশ ফুটি নুঠিলেও ভিক্টোৰীয়ানসকলে সেই সত্যক নমনীয় ৰূপত আৰু আবেগৰ দ্বাৰা আচ্ছাদিত কৰি প্ৰকাশ কৰিবলৈ ভাল পাইছিল।"

এনে এটা অৱস্থাৰ বিপৰীতে লিটন ষ্ট্ৰেচীয়ে কি কৰিলে? "ৰোমাণ্টিক ফুলজাৰি দলিয়াই পেলাই তেওঁ সত্যক নিৰাৱৰণ ৰূপত প্ৰকাশ কৰিলে। ....জীৱনী ৰচনাক তেওঁ উদ্যোগৰ (Industry) পৰিৱৰ্তে কলাত পৰিণত কৰিলে।.... জীৱন-চৰিত ৰচনা কৰিবলৈ গৈ তেওঁ যেন এটা বিৰাট প্ৰাসাদত প্ৰৱেশ কৰি দেখিলে যে বহুতো পাৰিবাৰিক গোপন ৰহস্য লোকচক্ষুৰ পৰা লুকুৱাই ৰাখিবলৈ তাৰ বহুতো কোঠালী তলা লগাই আৰু চীল্ মাৰি বন্ধ কৰি থোৱা আছে; ষ্ট্ৰেচীয়ে তলা ভাঙি আটাইবোৰ কোঠালীৰ দুৱাৰ খুলি দিলে। গৰ্ডনে ব্ৰাণ্ডি খাইছিল আৰু বাইবেল পঢ়িছিল; ডিজ্ৰেলীয়ে ব্যক্তিগত আলাপ-আলোচনাত ৰাণী ভিক্টোৰীয়াৰ বিষয়ে নানা পৰিহাসোক্তি কৰিছিল, কিন্তু আনক দেখুৱাই তেওঁক তোষামোদ কৰিছিল; ডঃ আৰ্ণল্ডে যীশুখ্ৰীষ্টৰ 'দ্বিতীয় আবিৰ্ভাৱত' বিশ্বাস কৰিছিল...... ইত্যাদি।"

মুঠতে লিটন ষ্ট্ৰেচীয়ে জীৱন-চৰিতক শিশু-পাঠ্য নীতিশিক্ষা-মূলক গ্ৰন্থৰ পৰিৱৰ্তে জীৱনৰ ৰহস্য আৰু সত্য-জ্ঞাপক এক অভিনৱ কলা-ৰূপত পৰিণত কৰিলে। সমগ্ৰ বিশ্ব-জুৰি জীৱন-চৰিত-ৰচনাৰ আদৰ্শই সম্পূৰ্ণ সলনি হৈ গ'ল।

কিন্তু ভাৰতীয় তথা অসমীয়া চৰিতকাৰসকলক পৰিৱৰ্তনৰ এই নতুন বতাহে এতিয়াও স্পৰ্শ কৰা নাই। ভিক্টোৰীয়ান যুগৰ এলেহুৱা আৰু ভণ্ডামি-পূৰ্ণ আদৰ্শকে সাৱোগত কৰি এতিয়াও বেছিভাগ ভাৰতীয় চৰিতকাৰে তেওঁলোকৰ চৰিত-পুথিৰ নায়কসকলৰ জীৱন edit বা সম্পাদনা কৰাটো এটা নৈতিক কৰ্তব্য বুলি বিবেচনা কৰে। ফলত আমি আমাৰ দেশৰ মহৎ লোকসকলৰ জীৱনৰ সম্পূৰ্ণ সত্য আৰু ৰহস্য কেতিয়াও জানিবলৈ নাপাওঁ। উদাহৰণ স্বৰূপে, প্ৰভাতকুমাৰ মুখাৰ্জীয়ে ৰচনা কৰা ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰসিদ্ধ জীৱন-চৰিতৰ সদ্যোপ্ৰকাশিত ইংৰাজী অনুবাদৰ সমালোচনা

কৰি এজন সমালোচকে অলপতে লেখিছে ঃ "সংৰক্ষণশীলতাৰ চৌহদৰ ভিতৰত মিথ্যা-ভাষণ কৰি কেইটামান বিষয়ত Life of Tagore-ৰ লেখকে প্ৰমাদৰ সৃষ্টি কৰিছে। (বেছিভাগ বৰেণ্য ভাৰতীয় লোকৰ জীৱন-চৰিততে এই সাধাৰণ প্ৰৱণতা পৰিলক্ষিত হয়)। এইসকল চৰিতকাৰে তথাকথিত স্পৰ্শকাতৰ বিষয় বা তথ্যবোৰ সযতনে পৰিহাৰ কৰি চলিবলৈ চেষ্টা কৰে। মৃত্যুৰ আগতে ৰবীন্দ্ৰনাথে ক্ৰমাৎ বাঢ়ি ডাঙৰ হৈ যোৱা প্ৰষ্ট্ৰেট গ্লেণ্ডৰ অস্ত্ৰোপচাৰ কৰাব লগা হৈছিল; তেওঁৰ জীৱন-চৰিতত এই তথ্যটো উল্লেখ নকৰাৰ কোনো যুক্তিসংগত কাৰণ নাছিল। ইয়াৰ দ্বাৰাই বাক্-সংযমক দুৰ্বোধ্য আতিশয্যৰ সীমালৈ ঠেলি নিয়া হৈছে। তদুপৰি লেখকজনে এনে এটা ধাৰণা সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছে যেন কবিজনৰ বিভিন্ন প্ৰণয় ঘটিত ব্যাপাৰৰ বিশদ তথ্যবোৰ জানিবলৈ পাঠকসকলৰ কোনো অধিকাৰ নাই। অথচ ৰবীন্দ্ৰনাথৰ সেই প্ৰথম-কাহিনীবোৰ আজি কিম্বদন্তীত পৰিণত হৈছে। আনকি ৰবীন্দ্ৰনাথৰ প্ৰতি তেওঁৰ ভ্ৰাতৃ-বধূ কাদম্বিনী দেবীৰ স্নেহ-সম্পৰ্কৰ মৰ্মঘাতী ঘটনাটোৰেও চৰিত্ৰকাৰজনৰ পৰা প্ৰয়োজনীয় সুবিচাৰ লাভ কৰা নাই।"

(এইচ এন পণ্ডিত ঃ ইণ্ডিয়া টু-ডে, ২৯ ফেব্ৰুৱাৰী, ১৯৭৬)

অসমীয়া সাহিত্য জীৱন-চৰিতৰ ক্ষেত্ৰত নিচেই দুখীয়া। আধুনিক আদৰ্শৰ জীৱন-চৰিতৰ কথা দূৰতে থাওক, পুৰণি ৰীতিৰ সযত্ন-চয়িত তথ্য-সমৃদ্ধ জীৱন-চৰিতৰ সংখ্যাও আঙুলি মূৰত গণিব পৰাকৈয়ো নাই। যি কেইখন আছে, সেই কেইখনো ওপৰৰ এঠাইত কৈ অহাৰ দৰে Industry বা উদ্যোগৰহে পৰিচায়ক, সেইবোৰ কলাত পৰিণত হ'ব পৰা নাই। অৱশ্যে এই কথাও ঠিক যে জীৱনত কিবা নহয় কিবা এটা ক্ষেত্ৰত লিপিবদ্ধ কৰা প্ৰত্যেকজন মানুহৰ জীৱন-কাহিনীয়েই যে উচ্চস্তৰৰ শিল্প-সৃষ্টি ৰূপে গণ্য হ'ব পৰা আকৰ্ষণীয় জীৱন-চৰিতৰ উপযুক্ত বিষয়-বস্তু হ'ব পাৰিব, সেই কথাও সঁচা নহয়। মানুহ এজনৰ জীৱনটো তাৎপৰ্যপূৰ্ণ আৰু আকৰ্ষণীয় হ'লেহে তেওঁৰ জীৱন-চৰিতো আকৰ্ষণীয় হ'ব পাৰে, শিল্প-সৃষ্টিৰ সৌন্দৰ্য আৰু গৰিমা তাত ফুটি উঠিব পাৰে। এনেকুৱা অসমীয়া মানুহ খুব বেছি নাই। যি দুই-এজনৰ নাম থাওকতে মনলৈ আহে, তেওঁলোক হ'ল আম্বিকাগিৰী ৰায়চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, ফণী শৰ্মা, ব্ৰজ শৰ্মা, মহেন্দ্ৰনাথ ডেকাফুকন ইত্যাদি। উপযুক্ত প্ৰতিভাশালী লোকৰ হাতত পৰিলে এইসকল লোকৰ জীৱন-চৰিত উপন্যাসতকৈয়ো আকৰ্ষণীয় হ'ব পাৰে; লগতে সি অসমীয়া জাতিৰ সাংস্কৃতিক সাধনাৰ ইতিহাসতো ন ন অধ্যায় সংযোজিত কৰিব পাৰে।

কিন্তু আমাৰ এই প্ৰবন্ধৰ আলোচ্য বিষয় হ'ল হেমচন্দ্ৰ বৰুৱা। তেওঁৰ জীৱন এনে অসাধাৰণ আৰু অৰ্থপূৰ্ণ আছিল যে সি ঐতিহাসিক দৃষ্টিকোণৰ পৰা অতীৱ তাৎপৰ্যপূৰ্ণ আৰু শিল্প-দৃষ্টিৰ বিচাৰত অতিশয় আকৰ্ষণীয় জীৱন-চৰিতৰ বিষয়-বস্তু হ'ব পাৰে। বস্তুতঃ তেওঁ আমাৰ দেশৰ এনে এজন বিৰল মানুহ— যিজনৰ জীৱন-কাহিনী

এখন মহৎ আৰু অসাধাৰণ জীৱন-চৰিতৰ বিষয়-বস্তু হ'ব পাৰে। অথচ সৰ্বেশ্বৰ শৰ্মা কটকীয়ে তাহানিতেই লিখি থৈ যোৱা এখন ক্ষীণকায় জীৱন-চৰিতৰ বাহিৰে হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰ বিষয়ে জানিবলৈ দ্বিতীয় এখন গ্ৰন্থ অসমীয়া ভাষাত নাই। শৰ্মা কটকীৰ গ্ৰন্থখনকো আধুনিক অৰ্থত প্ৰকৃত জীৱন-চৰিত বুলি ক'ব নোৱাৰি। সি কেৱল কেতবোৰ তথ্যৰ সমাবেশ আৰু গতানুগতিক গুণানুকীৰ্তন মাত্ৰ। তাত হেমচন্দ্ৰ বৰুৱাৰ প্ৰচণ্ড শক্তিশালী ব্যক্তিত্ব আৰু সমাজ বিপ্লৱীৰ ৰূপটো যেনেকৈ ফুটি উঠা নাই, ঠিক তেনেকৈ তেওঁৰ জীৱনৰ বিভিন্ন কাৰ্যাৱলীৰ সামাজিক তাৎপৰ্য আৰু অসমীয়া সমাজৰ এক যুগসন্ধিৰ কালত তেওঁৰ ঐতিহাসিক ভূমিকাৰ বিশ্লেষণো তাত সমূলি নাই। অৱশ্যে তাৰ কাৰণে সৰ্বেশ্বৰ শৰ্মা কটকীক দোষ দি লাভ নাই। বিংশ শতাব্দীৰ অষ্টম দশকতো যি স্থলত জীৱন-চৰিত ৰচনাৰ আধুনিক ৰীতি বা আদৰ্শই অসমীয়া সাহিত্যত প্ৰবেশ কৰা নাই, তেনেস্থলত আজিৰপৰা কেইবা দশকৰ আগতে শৰ্মা কটকীয়ে ৰচনা কৰি থৈ যোৱা হেমচন্দ্ৰ বৰুৱাৰ জীৱনীত সেই বস্তু আশা কৰাটো হ'ব অতি অন্যায় আবদাৰ। বৰং তেওঁ যে এই অসাধাৰণ মানুহজনৰ জীৱনৰ বিষয়ে কিছু তথ্য সংগ্ৰহ কৰি সেইবোৰ গ্ৰন্থবদ্ধ কৰি থৈ গৈছে তাৰ কাৰণে সদৌ অসমীয়া জাতিয়েই তেওঁৰ ওচৰত কৃতজ্ঞ হৈ থকা উচিত।

কি ধৰণৰ আদৰ্শ আগত ৰাখি সৰ্বেশ্বৰ শৰ্মা কটকীয়ে হেমচন্দ্ৰ বৰুৱাৰ জীৱনী লেখিছিল, তলৰ উদ্ধৃতিৰ পৰা সেইটো বুজা যাব ঃ "ইংৰাজৰ আমোলত তেতিয়া সুৰাপান আদি কেতবোৰ দোষে সমাজক কলংকিত কৰিছিল। সুৰাপানৰ ঢৌ সমাজৰ সৰু-বৰ সকলোৰে মাজত বৰকৈ উঠিছিল। হেমচন্দ্ৰয়ো এই ঢৌৰ খুন্দা নোখোৱাকৈ থকা নাছিল। সুৰাপানত হেমচন্দ্ৰ এনে অভ্যস্ত আছিল যে 'বিনা সুৰাপানে কলম ধৰিলে কলম নচলে'— এনে কথাও মানুহৰ মুখত শুনা আছে। এইবোৰ বিষয়ৰ সূক্ষ্ম বিচাৰ আমাৰ আলোচ্য নহয়। বৃদ্ধ অৱস্থাত হেমচন্দ্ৰই ঔষধ ৰূপে সুৰা ব্যৱহাৰ কৰিছিল। তেওঁ সদায় বাত-বিষালি ৰোগত ভুগিছিল আৰু সুৰাই হেনো তেওঁৰ যন্ত্ৰণা লাঘৱ কৰিছিল। সুৰাপানৰ লগৰীয়াসকলৰ মাজত বহুতবোৰ খুহুটীয়া কথা ওলায়। এবাৰ বোলে কোনোবা এজনে হেমচন্দ্ৰক সুধিলে— 'বৰুৱা, আপুনি স্পিৰিট (অৰ্থাৎ ভূত বা দেৱতা) মানেনে?' হেমচন্দ্ৰই ততালিকে ক'লে— 'মানোতো, নপতিওৱা যদি চোৱা, সৌৱা গাৰুৰ তলত মোৰ 'স্পিৰিট' (অৰ্থাৎ মদ) আছে।'..... তেওঁৰ দোষ খোঁচৰা আমাৰ উদ্দেশ্য নহয়।... অসমীয়া চিৰহিতৈষী হেমচন্দ্ৰৰ গুণাৱলীৰ লগতহে আমাৰ সম্বন্ধ।"

সমাজৰ ইতিহাসত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা এজোকন মানুহৰ বিষয়ে উত্তৰ-পুৰুষে যেতিয়া আলোচনা কৰে, তেতিয়া তেওঁৰ দোষ বা গুণৰ কোনো প্ৰশ্ন নুঠে; দোষ-গুণ সকলো সামৰি তেওঁৰ সমগ্ৰ জীৱনেই নৈতিক বিচাৰৰ উৰ্দ্ধত এক ঐতিহাসিক

আৰু সামাজিক তাৎপৰ্য লাভ কৰে। সৰ্বেশ্বৰ-বাদী প্ৰকৃতিপূজক ওৱৰ্ডছ্ৱৰ্থে ডেকা কালত এগৰাকী ফৰাচী গাভৰুক ৰক্ষিতা হিচাপে ৰাখিছিল; মহাবীৰ নেপোলিয়নে লুই টেৰেছাৰ লগত প্ৰথম বিবাহ-ৰজনীত তেওঁৰ পৌৰুষ প্ৰমাণিত কৰিব নোৱাৰিছিল; কেথাৰিণ ডা গ্ৰেটৰ ষাঠিজনতকৈ বেছি প্ৰেমিক আছিল; টমাছ জেফাৰ্ছনে তেওঁৰ নিগ্ৰো দাসীৰ গৰ্ভত পাঁচটা সন্তানৰ জন্ম দি প্ৰত্যেকটোকে অজ্ঞাত স্থানলৈ নিৰ্বাসিত কৰিছিল— জীৱনীকাৰ বা ঐতিহাসিকে এইবোৰ তথ্যৰ নৈতিক মূল্যায়ন বা বিচাৰ নকৰে; অথচ এইবোৰ তথ্যক গোপন কৰি ইতিহাস-ৰচনা সম্পূৰ্ণ হ'ব নোৱাৰে। ইতিহাস সৃষ্টি কৰা সকলো মানুহৰ প্ৰত্যেকটো তথাকথিত 'ভাল' বা 'বেয়া' কামৰেই একোটা ঐতিহাসিক তাৎপৰ্য থাকে। সেইবোৰক গোপন কৰিবলৈ চৰিতকাৰ বা ঐতিহাসিকৰ একো অধিকাৰ নাই।

হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰ সাধাৰণ জ্ঞাতব্য তথ্যখিনি প্ৰায় সকলো মানুহেই জানে। কেৱল এক বিশেষ যুগৰ পটভূমিত সেইবোৰৰ সামাজিক তাৎপৰ্য আৰু ঐতিহাসিক মূল্য বিশ্লেষণ কৰাটো চৰিত্ৰকাৰ, সমাজ-তত্ত্ববিদ আৰু ঐতিহাসিকৰ কৰ্তব্য। ১৮৩৫ চনত শিৱসাগৰৰ এটা সম্ভ্ৰান্ত পৰিয়ালত তেওঁৰ জন্ম হৈছিল। সেই বছৰতে ভাৰতত ইংৰাজী ভাষা-শিক্ষাৰ পোষকতা কৰি ৰচনা কৰা মেকলেৰ ইতিহাস-বিখ্যাত শিক্ষা-নীতি ঘোষণা কৰা হৈছিল। কিন্তু বংগদেশ তথা ভাৰতত প্ৰবেশ কৰা এই নতুন যুগৰ ঢৌ অসমত তেতিয়াও প্ৰবেশ কৰা নাছিল; ফলত অসমত ইংৰাজী শিক্ষাক তেতিয়াও ঘৃণাৰ চকুৰে চোৱা হৈছিল। সৰুতে পিতৃ-হীন হোৱা হেমচন্দ্ৰ বৰুৱাই নিজৰ ইচ্ছা আৰু প্ৰেৰণাতে ইংৰাজী ভাষা আয়ত্ত কৰিবলৈ চেষ্টা কৰিও তেওঁৰ অভিভাৱক দদায়েকৰ পৰা ইমান বাধা পাইছিল যে কোনেও গম নোপোৱাকৈ গোপনেহে তেওঁ ইংৰাজী শিকিব লগা হৈছিল। এই ক্ষেত্ৰত তেওঁৰ প্ৰধান সহায়ক হৈছিল সেই সময়ৰ শিৱসাগৰৰ জিলা-শাসক ব্ৰোডী চাহাব আৰু বিখ্যাত শিক্ষক পৰমানন্দ ভঁৰালী। নিতান্ত অৰ্থনৈতিক কাৰণত বাঙালীসকলে ইংৰাজী ভাষা আয়ত্ত কৰি দেশত নৱ-জাগৰণৰ সূচনা কৰিলে আৰু ভাৰতৰ আন সকলো প্ৰান্তৰ মানুহতকৈ বহুতখিনি বাট আগবাঢ়ি গ'ল। বাঙালী সমাজ-তত্ত্ববিদ বিনয় ঘোষে লিখিছে ঃ "মনত ৰখা দৰকাৰ যে ভাৰতীয় আৰু প্ৰাদেশিক চৰকাৰবোৰৰ সকলো দপ্তৰ তেতিয়া আছিল কলিকতাত। ওপৰ মহলৰ দৰমহা সকলো চাকৰিয়েই ইংৰাজসকলৰ কাৰণে সংৰক্ষিত আছিল, আৰু মজলীয়া আৰু তলৰ পৰ্যায়ৰ সকলো পদত অন্যান্য ভাৰতীয়সকলৰ তুলনাত শিক্ষিত বাঙালীৰেই অধিকাৰ আছিল বেছি। ইংৰাজী শিক্ষাৰ প্ৰতি এই ধৰণৰ অৰ্থনৈতিক উৎসাহ বিহাৰ, অসম আৰু উৰিষ্যাত দিয়া হোৱা নাছিল। পূৰ্বভাৰতত বংগদেশৰ ওচৰ-চুবুৰীয়া এই প্ৰদেশবোৰত আধুনিক শিক্ষাৰ যে ইমান শ্লথগতি, সম্ভৱতঃ ইয়েই তাৰ এটা কাৰণ।"

প্ৰাচীন গ্ৰীক ভাষা-সাহিত্যৰ লগত নৱ-পৰিচয়ে যেনেকৈ ইউৰোপত নৱ-জাগৰণৰ

সৃষ্টি কৰিছিল, ঠিক তেনেকৈ ইংৰাজী ভাষা-সাহিত্যয়ো ভাৰতত এক ধৰণৰ নৱ-জাগৰণৰ সৃষ্টি কৰিছিল। অসমে ইংৰাজী শিক্ষাৰ ভাগ খুব দেৰিকৈ পালে। পৰিণামত বৌদ্ধিক বিকাশৰ বাটত অসম বহুত পিছ পৰি ৰ'ল। ভাৰতৰ নৱ-জাগৰণৰ প্ৰাণকেন্দ্ৰ কলিকতাৰ পৰা বহুত দূৰত থাকিও আৰু সমসাময়িক ভাৰতীয় চিন্তানায়কসকলৰ লগত প্ৰত্যক্ষ সংস্পৰ্শলৈ নহাকৈয়ে নৱ-যুগৰ বাহক ইংৰাজী ভাষা-সাহিত্যৰ প্ৰতি হেমচন্দ্ৰ বৰুৱাই যি অদমনীয় আগ্ৰহ দেখুৱাইছিল, সি আছিল অসমত আধুনিকতাৰ অগ্ৰদূত আৰু স্বৰূপাৰ্থত অসমৰ প্ৰথম 'বুদ্ধিজীৱী' এই মানুহজনৰ এক বিশেষ মনোবৃত্তিৰ পৰিচায়ক। (দ্ৰষ্টব্যঃ "অসমীয়া বুদ্ধিজীৱীসকলৰ প্ৰথম প্ৰজন্মটিৰ শিক্ষা প্ৰধানত কলিকতাত, আৰু শিক্ষিত বাঙালীসকলৰ লগত তেওঁলোকৰ যোগাযোগ আছিল অতি ঘনিষ্ঠ। ঊনৈশ শতিকাৰ শেষ পাদতো অসমত উচ্চশিক্ষাৰ বিস্তাৰ একান্তই শ্লথগতি।.১৮৯৯-১৯০০ চনত তাত মাত্ৰ এখন আৰ্টছ কলেজ আছিল— ছাত্ৰসংখ্যা ত্ৰিশ । জ্যেষ্ঠ অসমীয়া পণ্ডিতসকলৰ সকলোৱেই বংগদেশৰ কোনো নহয় কোনো এখন কলেজত শিক্ষা লাভ কৰিছিল"— বিনয় ঘোষ)। হেমচন্দ্ৰ বৰুৱাই কিন্তু ইংৰাজী ভাষাত উচ্চশিক্ষাৰ এনে কোনো সুযোগ পোৱা নাছিল। তেওঁ আছিল নিঃস্বাৰ্থ জ্ঞানান্বেষণৰ প্ৰেৰণাই উদ্বুদ্ধ কৰা প্ৰথম অসমীয়া বুদ্ধিজীৱী, আৰু একান্ত ব্যক্তিগত চেষ্টাৰে ইংৰাজী ভাষা আয়ত্ত কৰি তেওঁৰ যি দৃঢ় মনোবল আৰু জ্ঞান-চৰ্চাৰ কাৰণে প্ৰয়োজনীয় একাডেমিক ডিচিপ্লিন দেখুৱাইছিল, তাৰ জোৰতেই সম্পূৰ্ণ একক প্ৰচেষ্টাৰে তেওঁৰ পক্ষে অসমীয়া ভাষাৰ প্ৰথম সাৰ্থক অভিধান আৰু ব্যাকৰণ ৰচনা কৰা সম্ভৱ হৈছিল। অসমীয়া বুদ্ধিজীৱীৰ উৎপত্তি আৰু বিকাশত হেমচন্দ্ৰ বৰুৱাৰ এই মানসিকতা আৰু চৰিত্ৰ বিশেষভাৱে বিচাৰ কৰিবলগীয়া বিষয়। জ্ঞানৰ সাধনাৰ কাৰণে তেওঁ কি পৰিমাণৰ পৰিশ্ৰম কৰিছিল, সিও এটা মন কৰিবলগীয়া বিষয়। কুৰিৰ ডেওনা পাৰ নৌ হওঁতেই তেওঁ চৰকাৰী চাকৰিত সোমাইছিল; তেতিয়াই তেওঁৰ দৈনন্দিন কাৰ্যসূচী আছিল: "ৰাতিপুৱাৰ পৰা দহমান বজালৈকে সংস্কৃত পঢ়া, ১১ বজাৰ পৰা আবেলি ৪ বজালৈকে কাছাৰীত কাম কৰা, ৪ বজাৰ পৰা ৰাতি আঠ-ন বজালৈকে পুনৰ সংস্কৃত পঢ়া, তাৰ মাজতে টৌতে খৰ মাৰি সন্ধ্যাপৰত কিছু সময় ইংৰাজী পঢ়া।" এনে নিঃস্বাৰ্থ আৰু নিৰলস জ্ঞান-চৰ্চাৰ দ্বাৰাই হেমচন্দ্ৰ বৰুৱাই অসমত এক নতুন ধৰণৰ মানসিকতাৰ আমদানি কৰিছিল— যি মানসিকতাই জন্ম দিছিল এটা নতুন যুগৰ।

হেমচন্দ্ৰ বৰুৱা আছিল একাধাৰে অভিধান-প্ৰণেতা, বৈয়াকৰণ, পাঠ্যপুথি ৰচয়িতা, সমাজ-সমালোচক, ছেটায়াৰিষ্ট আৰু সাংবাদিক। যি যুগত অসমত ইংৰাজী ভাষাৰ উচ্চশিক্ষাৰ ব্যৱস্থা আৰম্ভ হোৱা দূৰৰ কথা, মাতৃভাষা অসমীয়ায়ো স্বতন্ত্ৰ ভাষা ৰূপে ১৮৭৩ চনত অৰ্থাৎ হেমচন্দ্ৰ বৰুৱাই প্ৰায় চল্লিশৰ দুৱাৰ-ডলিত ভৰি দিবৰ সময়তে স্বীকৃতি লাভ কৰিছিল, তেনে এটা যুগত এজন মানুহে স্কুল-কলেজৰ মুখ নেদেখাকৈ

জ্ঞান-বিজ্ঞানৰ ইমানবোৰ বিভিন্ন ক্ষেত্ৰত আত্মনিয়োগ কৰিব পৰাটোৱেই এটা বিস্ময়কৰ কথা; তাতোকৈ বিস্ময়কৰ কথা যে এই সকলোবোৰ ক্ষেত্ৰতে তেওঁ চিৰস্থায়ী কীৰ্তি অৰ্জন কৰি যাব পাৰিছিল। যথাৰ্থতেই তেওঁ আছিল অসমত আধুনিক ধৰণৰ বহুমুখী জ্ঞান-সাধনাৰ অগ্ৰদূত।

হেমচন্দ্ৰ বৰুৱাৰ তাতোকৈ ডাঙৰ পৰিচয় আছিল এই যে তেওঁ আছিল এজন নন্-কন্‌ফৰ্মিষ্ট সমাজ-বিপ্লৱী। আধুনিকতাৰ পোহৰ নপৰা সেই প্ৰাচীন সংস্কাৰাচ্ছন্ন যুগতে তেওঁ জাতিভেদ প্ৰথাক বুঢ়া-আঙুলি দেখুৱাই নিজে ব্ৰাহ্মণ হৈয়ো অব্ৰাহ্মণ বান্ধনীৰ হাতেৰে ভাত খাইছিল— যাৰ কাৰণে তেওঁ সমাজ-চ্যুত হৈছিল। কিন্তু সেইবোৰ কথালৈ হেমচন্দ্ৰ বৰুৱাই তিলমাত্ৰ ভ্ৰূক্ষেপ কৰা নাছিল। অচলায়তন প্ৰাচীন সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে তেওঁ ব্যক্তিগত জীৱন-পদ্ধতিৰে এনেভাৱে বিদ্ৰোহ কৰিছিল যে মৃত্যুৰ পিছত জাতি-চ্যুত বৰুৱাৰ শৱটি স্পৰ্শ কৰি দাহ কৰা সম্পৰ্কে অসমীয়া সমাজত তোলপাৰ লাগিল। সেই সময়ত তেওঁৰ আলমাৰীৰ ভিতৰত এখনি তেওঁৰ নিজে হাতে লিখা কাকত পোৱা গৈছিল; তাত তেওঁ মৰিলে তেওঁৰ শৱটি কি কৰিব লাগিব সেই বিষয়ে উপদেশ আছিল। ...তাত এইদৰে লিখা আছিল: "জীৱশূন্য মৃতদেহটো এডোখৰ কাঠৰ নিচিনা, তাক যত্ন কৰি সৎকাৰ কৰাৰ নিমিত্তে বৃথা খৰচ বা পৰিশ্ৰম কৰাৰ কোনো প্ৰয়োজন নাই। মৃতদেহ মাটিত পোতা ভাল নহয়, কাৰণ তাৰ পৰা ওচৰত থকা মানুহৰ স্বাস্থ্য হানি হ'ব পাৰে। এতেকে মৃতদেহটি এখন গৰুৰ গাড়ীত তুলি নি লোকৰ বাসস্থানৰ পৰা দূৰ ঠাইত পেলাই দিয়াই ভাল।" সমাজৰ অবৈজ্ঞানিক বিশ্বাস আৰু সংস্কাৰৰ বিৰুদ্ধে কেৱল জীৱন-কালতে বিদ্ৰোহ কৰি ক্ষান্ত নাথাকি হেমচন্দ্ৰ বৰুৱাই তেওঁৰ মৃতদেহটোকো বিদ্ৰোহৰ প্ৰতীকত পৰিণত কৰি থৈ গৈছিল। অৱশ্যে কেইজনমান উদাৰ-পন্থী ব্ৰাহ্মণে তেওঁৰ ইচ্ছামতে কাম নকৰি হিন্দু বিধি মতে তেওঁৰ শৱ-সৎকাৰ কৰিলে। এইখিনিতে এটা কথা বিশেষভাৱে উল্লেখনীয় যে অসমীয়াসকলে হেমচন্দ্ৰ বৰুৱাৰ মৃতদেহ স্পৰ্শ কৰিবলৈ ইচ্ছা নকৰাৰ বাতৰি পাই কেইজনমান বাঙালী ডেকাই স্বেচ্ছাই তেওঁৰ শৱ-দেহ শ্মশানলৈ নিবলৈ আগবাঢ়ি ওলাই আহিছিল। অসমীয়া বাঙালীৰ মাজত চিৰ-বিদ্বেষ জগাই ৰাখিব খোজা লোকসকলে এই তথ্যটি মনত ৰখা উচিত হ'ব।

হেমচন্দ্ৰ বৰুৱা আছিল উনৈশ শতিকাৰ সৰ্বশ্ৰেষ্ঠ ভাৰতীয় আৰু মানৱতাবাদৰ পূজাৰী ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ সমসাময়িক। হেমচন্দ্ৰ বৰুৱাৰ জন্ম ১৮৩৫ চনত, মৃত্যু ১৮৯৬ চনত। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জন্ম ১৮২০ চনত, মৃত্যু ১৮৯১ চনত। বিদ্যাসাগৰৰ লগত হেমচন্দ্ৰ বৰুৱাৰ বহুতো বিষয়ত মিল দেখা যায়। বিদ্যাসাগৰে বাংলাভাষাৰ প্ৰথম পঢ়াশলীয়া আদি-পুথি 'বৰ্ণ-পৰিচয়' ৰচনা কৰিছিল, হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰিছিল 'আদিপাঠ'। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ হাততেই যেনেকৈ আধুনিক বাংলা-গদ্যই প্ৰথম ৰূপ

পায়, ঠিক তেনেকৈ হেমচন্দ্ৰ বৰুৱা আছিল আধুনিক অসমীয়া গদ্যৰ জনক। হিন্দু-সমাজত বিধৱা বিবাহৰ প্ৰচলন বিদ্যাসাগৰৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি; হেমচন্দ্ৰ বৰুৱায়ো বিধৱা বিবাহ উগ্ৰভাৱে সমৰ্থন কৰিছিল। হেমচন্দ্ৰ বৰুৱাই নিজে লিখি থৈ গৈছে : 'পূজনীয় বিদ্যাসাগৰে বিধৱা-বিবাহ যে শাস্ত্ৰ-সিদ্ধ ইয়াকে প্ৰমাণ কৰিয়েই মনে মনে নেথাকিল, আপোনাৰ পুতেকৰ সৈতে বিধৱাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গ'ল, কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে সি চিৰকাললৈকে থাকিব, লুপ্ত নহয়। সেই খোজৰ পাছত চলোঁতা মানুহ আমাৰ দেশত ওলাব কেতিয়া? প্ৰতিধ্বনিয়ে সুধিছে কেতিয়া?" ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে ঈশ্বৰৰ অস্তিত্বত বিশ্বাস নকৰিছিল। হেমচন্দ্ৰ বৰুৱায়ো নিজৰ ধৰ্ম-বিশ্বাস ব্যক্ত কৰি কৈছিল : "মই নাস্তিক। হিন্দুৰ সংখ্যা-দৰ্শনতেই ঈশ্বৰ মনা নাই।"

হেমচন্দ্ৰ বৰুৱাই তেওঁৰ জীৱন-কালত অসমৰ সীমা পাৰ হোৱা নাছিল যদিও তেওঁৰ মুক্ত-বুদ্ধি জীৱন-জিজ্ঞাসাই যে সেই যুগৰ উদাৰ মানৱতাবাদী ভাব-মণ্ডলৰ পৰা চিন্তৰ আহাৰ আহৰণ কৰিছিল, সেই বিষয়ে কোনো সন্দেহ নাই।

ওপৰত এবাৰ কৈ অহা হৈছে যে তেওঁ আছিল অসমৰ প্ৰথম হিউমেনিষ্ট বা মানৱ-তন্ত্ৰী। তেওঁৰ মুক্ত বুদ্ধি জীৱন-জিজ্ঞাসা, নাস্তিকতাবাদ, সৰ্বসংস্কাৰমুক্ত মানসিকতা, নিঃস্বাৰ্থ জ্ঞান-সাধনা, তিৰোতাৰ শিক্ষা আৰু সমানাধিকাৰৰ প্ৰতি সমৰ্থন ("মতা, তিৰোতা দুটা সমান জীৱ, তথাপি এটাৰ যি স্বত্ব আছে আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়" -হে. ব.), মানসিক চৰ্চাৰ লগতে শৰীৰ-চৰ্চাৰ প্ৰতিও সমান মনোযোগ ("ল'ৰাবিলাকক তেওঁৰ টোলৰ ময়দানত খেলিবলৈ দিছিল। এসময়ত তেওঁ ল'ৰাবিলাকক ব্যায়াম শিক্ষা দিবলৈ ডেকা অভয়শংকৰ গুহক লগাই দিছিল" -স.শ.ক.)— প্ৰকৃত হিউমেনিষ্টৰ এই সকলো গুণ তেওঁৰ চৰিত্ৰত আছিল। সময়-জ্ঞান বা সময়-সচেতনতা— ঘড়ী যি আধুনিক ইউৰোপীয় ঔদ্যোগিক সভ্যতাৰ প্ৰতীক— সিও আছিল হেমচন্দ্ৰ বৰুৱাৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। প্ৰতি মুহূৰ্ততে তেওঁ ঘড়ীৰ কাঁটাৰ নিৰ্দেশ মানি জীৱনত চলিছিল। তেওঁ যথাৰ্থতেই আছিল এজন 'আধুনিক' মানুহ।

তেওঁৰ জীৱন-ধাৰায়ো মানুহৰ আবেগ বা কল্পনাক আলোড়িত নকৰাকৈ নাথাকে। পত্নীৰ মৃত্যুৰ পিছত তেওঁ নিঃসংগ জীৱন যাপন কৰিছিল। কাছাৰীৰ পৰা ঘূৰি আহি তেওঁ ঠেঙা পিন্ধা অৱস্থাতে ঘৰৰ সমুখৰ বাগিচাত কিছু সময় কোৰ মাৰিছিল, অৰ্থাৎ শাৰীৰিক পৰিশ্ৰমত তেওঁ মৰ্যাদা দিছিল। সেই সময়ত কোনোবা ল'ৰাই তেওঁৰ ওচৰত কিবা কথা শিকিবলৈ বা বুজিবলৈ আহিলে সিহঁতকো তেওঁ প্ৰথমে বাগিচাত কোৰ মাৰিবলৈ লগাই দিছিল। প্ৰৌঢ় বয়সৰ পৰাই তেওঁ বাত-ব্যাধিত আক্ৰান্ত হ'ল। তেতিয়াৰ পৰা তেওঁ ঘৰৰ বাহিৰ ওলাবলৈ এৰি দিলে। সৰ্বেশ্বৰ শৰ্মা কটকীয়ে তেওঁৰ জীৱন-চৰিতত

লিখি থৈ গৈছে যে গোটেই বছৰটোত মাত্র এবাৰ অৰ্থাৎ বিজয়া দশমীৰ দিনা তেওঁ ঘৰৰ পৰা বাহিৰ ওলাই ফুৰিবলৈ গৈছিল। এজন ৰুগ্ন, নিঃসংগ, সমাজ-চ্যুত মানুহ, বছৰৰ পিছত বছৰ ধৰি তেওঁ কেৱল ঘৰৰ চাৰিবেৰৰ ভিতৰত সোমাই তিলে তিলে দেহৰ তেজ দি অভিধান আৰু ব্যাকৰণ লিখিছে, যি অভিধান লিখিছে তাৰপৰা তেওঁ নিজৰ জীৱন-কালত অৰ্থ বা যশ পাবলৈ বিন্দুমান আশা কৰা নাই— হেমচন্দ্ৰ বৰুৱাৰ এই নিঃসংগ, নিৰ্লোভ আৰু সংসাৰ-উদাসী জ্ঞান-তপস্বীৰ ৰূপটো কল্পনা কৰিলে মনত নানা আবেগৰ হেন্দোলনি উঠে।

এই বিপ্লৱী, প্ৰচণ্ডভাৱে ব্যক্তিত্ববাদী আৰু সংস্কাৰমুক্ত মানুহজনৰ বিষয়ে আৰু এষাৰ কথা লিখিয়েই এই চমু প্ৰবন্ধৰ সামৰণি মাৰিম। কিন্তু বহুতো পাঠকেই কথাষাৰ শুনি বা পঢ়ি ইমান সচকিত হৈ উঠিব পাৰে যে মুখবন্ধ হিচাপে ভল্‌তেয়ৰৰ এষাৰ কথা কৈ ল'ব খোজোঁ। ভল্‌তেয়ৰে কৈছিল ঃ One owes respect to the living, but to the dead one owes nothing but the truth, —অৰ্থাৎ জীৱিতজন সন্মানৰ পাত্ৰ, কিন্তু মৃতজনৰ প্ৰতি সত্যৰ বাহিৰে আমাৰ আন একো দেয় নাই। জনশ্ৰুতি আছে যে হেমচন্দ্ৰ বৰুৱাই তেওঁৰ পত্নীৰ মৃত্যুৰ পিছত উজান বজাৰৰ এগৰাকী অনুসূচিত জাতিৰ মহিলাক প্ৰণয়িনী হিচাপে গ্ৰহণ কৰিছিল। এই জনশ্ৰুতিৰ সত্যাসত্য জানিবৰ কাৰণে মই এদিন অসমৰ এজন সৰ্বজনমান্য, বয়োবৃদ্ধ জীৱিত বুৰঞ্জীবিদক এই বিষয়ে প্ৰশ্ন কৰিছিলোঁ। তেওঁ নিজে জনা আৰু শুনা বহুতো তথ্য-পাতি কৈ এই কথাৰ সত্যতা আছে বুলি মত প্ৰকাশ কৰিলে। হেমচন্দ্ৰ বৰুৱাৰ নিচিনা বিৰাট পুৰুষৰ উপযুক্ত চৰিতকাৰ যিদিনা অসমত ওলাব, তেওঁ নিশ্চয় এই বিষয়টোৰ ওপৰত আলোকপাত কৰিব। কিন্তু কথাটো যদি সঁচা হয়, তেন্তে এজন মুক্ত-বুদ্ধি মানৱতাবাদী আৰু সমাজ-বিপ্লৱী হিচাপে হেমচন্দ্ৰ বৰুৱাৰ ভাব-মূৰ্তি নিশ্চয় অধিক আকৰ্ষণীয় আৰু উজ্জ্বলতৰ হ'ব।

হেমচন্দ্ৰ বৰুৱাৰ উপযুক্ত চৰিতকাৰ অসমত ওলাব কেতিয়া?

(হোমেন বৰগোহাঞি ঃ প্ৰজ্ঞাৰ সাধনা, ১৯৯৪ খ্ৰীঃ)

# আভিধানিক হেমচন্দ্ৰ বৰুৱা

## বিশ্বেশ্বৰ হাজৰিকা

হেমচন্দ্ৰ বৰুৱাই (১৮৩৬-৯৭) "হেমকোষ" (১৯০০) অভিধানেৰে অসমীয়া অভিধান সাহিত্যৰ সুদৃঢ় ভেটি প্ৰতিষ্ঠা কৰে। সেই কাৰণে আভিধানিক হিচাপে হেমচন্দ্ৰ বৰুৱাৰ এটি আলোচনা কৰিব পাৰি। প্ৰসংগক্ৰমে সুঁৱৰিব পাৰি যে হেমচন্দ্ৰই তেখেতৰ অভিধানৰ নাম "শব্দকোষ"হে দিছিল বুলি কোৱা হয়। কিন্তু এই দাবীৰ সমৰ্থনত কোনো নিৰ্ভৰযোগ্য তথ্য পোৱা নাযায়।

আভিধানিক হিচাপে হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে অভিধানতত্ত্ব বা অভিধান ৰচনা কৰা প্ৰণালীৰ বিষয়ে আমি জানি লোৱা উচিত। অভিধানতত্ত্ব শব্দটো ইয়াত Lexicographyৰ প্ৰতিশব্দ হিচাপে দিয়া হৈছে।

অভিধান এখন ৰচনা কৰোঁতে যিবোৰ নীতি মানি চলা হয় সেই নীতিবোৰেই অভিধানতত্ত্ব। অভিধানতত্ত্বৰ প্ৰধান তত্ত্ব দহোটা - (১) শব্দ সংকলন (২) জোঁটনি নিৰ্দেশ (৩) শব্দক্ৰম নিৰ্দেশ (৪) ব্যাকৰণগত বিষয় (৫) অৰ্থ নিৰ্দেশ (৬) উদাহৰণ (৭) চিত্ৰ (৮) উচ্চাৰণ নিৰ্দেশ (৯) ব্যুৎপত্তি নিৰ্দেশ আৰু (১০) শব্দ-নিৰ্ণয়।

(১) শব্দ সংকলন ঃ মানুহৰ মুখত শুনা, লিখিত সাহিত্যত ব্যৱহৃত হোৱা আৰু ইতিমধ্যে ৰচিত অভিধান, শব্দ-পুথি, পৰিভাষাকোষ আদিৰপৰা অভিধান এখনৰ বাবে শব্দ সঙ্কলন কৰা হয়।

(২) জোঁটনি নিৰ্ণয় ঃ শুনা শব্দবোৰ, লিখিত সাহিত্যৰ শব্দবোৰ আৰু পৰিভাষাকোষ আদিৰ শব্দবোৰ যি জোঁটনিতেই নাথাকক লাগিলে আভিধানিককে সমবেশ (য়ুনিফৰ্ম) ৰূপত জোঁটনি নিৰ্ণয় কৰি ল'ব। জোঁটনি নিৰ্ণয়ৰ উদ্দেশ্য পাঁচোটা। (ক) জোঁটনিৰপৰা শব্দৰ উচ্চাৰণ সকলোৱে বুজি পাব লাগিব। (খ) শব্দটোৰ মূল বুজি পাব লাগিব। (গ) শব্দটোৰ জনাজাত ৰূপটোৰ অনুমান কৰিব পাৰিব লাগিব। (ঘ) অৰ্থ বুজি পোৱাত সহায়ক হ'ব লাগিব আৰু (ঙ) শব্দটোৰ কি পদ তাক বুজি পাব লাগিব।

(৩) শব্দক্ৰম নিৰ্দেশ ঃ অভিধানখন (ক) বৰ্ণানুক্ৰম, (খ) অক্ষৰ সংখ্যানুক্ৰম, (গ) সুৰ অনুক্ৰম, (ঘ) বৰ্গ বা বিভাগ অনুক্ৰম আৰু (ঙ) ব্যুৎপত্তি অনুক্ৰম পদ্ধতিৰ ভিতৰত কোনটো অনুক্ৰম মানি চলা হ'ব সেই বিষয়ে সিদ্ধান্ত ল'ব লাগিব।

(৪) ব্যাকৰণগত নিৰ্দেশ ঃ অভিধানক প্ৰয়োগ হোৱা ব্যাকৰণ (এপ্লাইড) গ্ৰামাৰ) বুলি

কোৱা হয়। অভিধানত সংকলিত শব্দবোৰৰ পদ নির্দেশ কৰাটো অৱশ্য কৰণীয় বিষয়।

(৫) **অৰ্থ নিৰ্দেশ ঃ** সংকলিত শব্দবোৰৰ অৰ্থ দিয়া হয়। ব্যুৎপত্তিগত অৰ্থ, প্ৰাচীন অৰ্থ আৰু প্ৰচলিত অৰ্থ সকলোখিনি অভিধানত থাকিব লাগে। ইয়াৰ উপৰিও, অৰ্থ দিওঁতে প্ৰতিশব্দ দিয়া হয়, কেতিয়াবা আকৌ শব্দবোৰৰ সূত্ৰ দিয়া হয়।

(৬) **উদাহৰণ ঃ** প্ৰয়োজনবোধে শব্দবোৰৰ ব্যৱহাৰৰ উদাহৰণ দিয়া হয়। 'চকৰি' শব্দৰ অৰ্থ 'দুৰ্গতি'। এই অৰ্থ বুজিবলৈ হ'লে, "সি মোক নকৰিবৰ চকৰি কৰিলে" বাক্যটোৰ উদাহৰণ নিদিলে বুজা নাযায়।

(৭) **চিত্ৰ ঃ** যিবিলাক শব্দৰ অৰ্থ ছবিৰে বুজাই নিদিলে অসুবিধা হয়, তেনে শব্দৰ ক্ষেত্ৰত চিত্ৰ দিয়াটো বাঞ্ছনীয়। উদাহৰণস্বৰূপে 'নাক্‌ডেওনা' শব্দটোৱে শৰীৰৰ কোন অংশক বুজায়, ছবি নিদিলে বুজা টান।

(৮) **উচ্চাৰণ নিৰ্দেশ ঃ** কোনটো শব্দ কেনেকৈ উচ্চাৰণ কৰা হয়, সেই বিষয়ে নিৰ্দেশ থাকিব লাগে। উদাহৰণস্বৰূপে ৬০ অনুপল বুজোৱা 'পল' আৰু মাছ মৰা সঁজুলি 'পল'ৰ উচ্চাৰণ নিৰ্দেশ নহ'লেই নহ'ব।

(৯) **ব্যুৎপত্তি নিৰ্দেশ ঃ** সংকলিত প্ৰতিটো শব্দৰ ব্যুৎপত্তি দিয়া বাঞ্ছনীয়। কিছুমান শব্দৰ মূল অনুমান কৰিব পাৰি, কিছুমান মূলটো কৈ নিদিলে উলিয়াব নোৱাৰি। সংস্কৃত ভাষাৰ জ্ঞান থকা লোকে 'কাণ' শব্দটোৰ মূল 'কৰ্ণ' বুলি অনুমান কৰিব পাৰিব, কিন্তু 'হেঠ' শব্দৰ মূল যে সংস্কৃত 'অধস্তাৎ', 'ওজা' শব্দৰ মূল যে সংস্কৃত 'উপাধ্যায়' এই কথা অনুমান কৰিবলৈ টান হ'ব।

(১০) **শব্দ নিৰ্ণয় ঃ** শব্দ নিৰ্ণয়ৰ প্ৰধান কাম হ'ল— একে ধৰণেৰে উচ্চাৰিত একাধিক শব্দৰ প্ৰত্যেকটোকেই অভিধানত স্থান দিয়া হ'ব, নে এটা শব্দ বুলি ধৰি সেইবোৰ তাৰ অৰ্থ বুলি ধৰা হ'ব, এই বিষয়ে সিদ্ধান্ত। উদাহৰণস্বৰূপে, 'গজ' মানে হাতী, 'গজ' মানে দুহাত, 'গজ' মানে হোকাৰ নলিচা চফা কৰা মাৰি। এই তিনিটা শব্দকে অভিধানত বেলেগ বেলেগ শব্দ হিচাপে ঠাই দিয়া হ'ব নে নহয়। সেইদৰে 'বেলি' মানে সময়, 'বেলি' মানে সূৰ্য আৰু 'বেলি' মানে পলম- এইকেইটা বেলেগ শব্দ হিচাপে দেখুওৱা হ'ব নে, একেটা শব্দৰ বেলেগ অৰ্থ হিচাপে দেখুওৱা হ'ব। এইবোৰেই শব্দ নিৰ্ণয়ৰ সমস্যা।

অভিধান এখন লিখোঁতে অভিধানৰ এই দহোটা দিশ ধৰচি মাৰি যাব লাগে। তেনে অভিধান লেখককহে স্বৰূপাৰ্থত আভিধানিক বুলিব পাৰি। হেমচন্দ্ৰ বৰুৱাৰ কীৰ্তি 'হেমকোষ'ৰ এই দহোটা দিশ ধৰচি মাৰি চোৱা হৈছে নে?

(১) মাইল্‌চ্ ব্ৰনছে ১৮৬৭ চনত ১৪০০০ শব্দ সংকলন কৰিছিল। হেমচন্দ্ৰ বৰুৱাই নিজাববীয়াকৈ ৮,৩৪৬টা শব্দ যোগ দিয়ে। ১৮৬৭-৯২ খ্ৰীষ্টাব্দৰ ভিতৰত ৰচিত 'হেমকোষ'ত ২২,৩৪৬টা শব্দ সংকলিত হয়। ১৮৬৭ চনৰ পৰা ১৮৯২ চনলৈ এই ২৬ বছৰৰ ভিতৰত

বছৰে প্ৰতি ৩২১টাকৈ, প্ৰায় দিনে ১টাকৈ হেমচন্দ্ৰ বৰুৱাই শব্দ সংগ্ৰহ কৰিছিল। ১৮৬৭ চনত হেমচন্দ্ৰ বৰুৱা গুৱাহাটীৰ জুডিচিয়েল কমিশ্যনাৰৰ কাৰ্য্যালয়ত মুখ্য সহকাৰী পদত অধিষ্ঠিত আছিল। গুৱাহাটীৰ উজান বজাৰৰ ঘৰতেই হেমচন্দ্ৰ বৰুৱাই 'হেমকোষ' আৰম্ভ কৰিছিল। ১৮৮১ৰ ১ জানুৱাৰীত তেখেতে অৱসৰ গ্ৰহণ কৰে। এই সময়ছোৱাত চৰকাৰী চাকৰিৰ উপৰিও আদিপাঠ, পাঠমালা, স্বাস্থ্যৰক্ষা, অসমীয়া ল'ৰাৰ ব্যাকৰণ, পঢ়াশলীয়া অভিধান ৰচনা আৰু 'আসাম নিউচ' নামৰ সাপ্তাহিক কাকতৰ সম্পাদনা কৰি আছিল। এনে কৰ্মব্যস্ততাৰ মাজত গড়ে দিনে এটাকৈ শব্দ সংগ্ৰহ সহজ কাম নাছিল।

(২) হেমচন্দ্ৰই নিৰ্দ্ধাৰণ কৰা জোঁটনি ৰীতি যুক্তিসন্মত আৰু ভাষাবিজ্ঞানসন্মত। অসমীয়া ভাষাৰ বৈশিষ্ট্যলৈ চাই ইয়াতকৈ ভাল জোঁটনি নীতি তেতিয়া নাছিল আৰু এতিয়াও নাই। অসম সাহিত্য সভাই ১৯২৭ খ্ৰীষ্টাব্দৰপৰা মাহে ৭৫ টকা আৰু বছৰি ১০ কি ৫ টা বাঢ়তি দৰমহা দি কৰ্মচাৰী নিয়োগ কৰি লিখোৱা 'চন্দ্ৰকান্ত অভিধান' (১৯৩২)ৰ কোনো জোঁটনি নীতি নাছিল।

(৩) হেমচন্দ্ৰৰ অভিধানৰ বৰ্ণানুক্ৰম পুৰুষোত্তম বিদ্যাবাগীশৰ প্ৰয়োগ ৰত্নমালা ব্যাকৰণ মত অনুসৰি কৰা হৈছে। উক্ত ব্যাকৰণৰ প্ৰথম বিন্যাসৰ প্ৰথম সূত্ৰত কোৱা হৈছে- অকাৰাদিক্ষকাৰান্তা বৰ্ণমালা নুবৰ্ত্ততে।।' অৰ্থাৎ অ কাৰৰপৰা ক্ষকাৰলৈয়ে বৰ্ণমালা। সেই কাৰণে, হেমচন্দ্ৰ বৰুৱাই হ্ৰ পাচত ক্ষৰে আৰম্ভ হোৱা শব্দবোৰ দিছে।

(৪) তেখেতে (১) অব্যয় (অব্য), (২) বিশেষ্য (বি.), (৩) বিশেষণ (বিণ.), (৪) সৰ্বনাম (সৰ্ব.), (৫) ক্ৰিয়া (ক্ৰি.), (৬) অনুকাৰ শব্দ (অনুক), (৭) অনুৰূপ শব্দ (অনুৰূ.), (৮) উপসৰ্গ (উপস.), (৯) সংখ্যাবাচক শব্দ (সংখ্যা.)— এই ৯টা ভাগত বিভক্ত কৰা হৈছে। অব্যয় শব্দবোৰ (ক) আনুষংগিক অব্যয় (আনু.অব্য.), (খ) ভাববোধক অব্যয় (ভাৱ. অব্য.), (গ) যোজক অব্যয় (যো. অ.), (ঘ) সম্বোধনাৰ্থক অব্যয় (সম্বো. অব্য.) এই ছয়টা ভাগত ভগোৱা হৈছে। বিশেষ্যৰ ভিতৰত কৃদন্ত বিশেষ্য (কৃদ. বি.) আৰু গুণবাচক বিশেষ্য (গু. বি.) এই দুবিধকহে অভিধানখনত চিহ্নিত কৰা হৈছে। বিশেষণ পদৰ বেলিকা কৃদন্ত বিশেষণ (কৃদ. বিণ.) আৰু ক্ৰিয়া-বিশেষণ (ক্ৰি. বিণ.) চিহ্নিত হৈছে। সৰ্বনামৰ ভিতৰত (ক) কালবাচক সৰ্বনাম (কা.স.), (খ) বিশেষণ সৰ্বনাম (বিণ. স.), (গ) ব্যক্তিবোধক সৰ্বনাম (ব্য. স.) আৰু (ঘ) স্থানবাচক সৰ্বনাম (স্থা. স.) বিশেষভাৱে চিহ্নিত কৰা হৈছে। ক্ৰিয়াপদৰ (ক্ৰি.) ভাগকেইটা যথাক্ৰমে অকৰ্মক ধাতু (অ.ধা.) অকৰ্মক ক্ৰিয়া (অক. ক্ৰি.) আৰু সকৰ্মক ধাতু (স. ধা.)। শব্দবোৰৰ তিনিটা লিংগ দেখুওৱা হৈছে- পুলিংগ (পুং.), স্ত্ৰীলিংগ (স্ত্ৰী.) আৰু ক্লীবলিংগ (ক্লীব.)। অসমীয়া ভাষাৰ ব্যাকৰণগত বিভাজনবোৰ অভিধানখনত প্ৰয়োজন অনুসাৰে সামৰা হৈছে।

(৫) মূল নিৰ্ণয় কৰিব পৰা শব্দবোৰত মূল অৰ্থকে প্ৰথমতে দিয়া হৈছে, যেনে—

সংস্কৃত 'বেলা' শব্দৰপৰা অসমীয়াত 'বেলি' শব্দ হৈছে। সেই কাৰণে, বেলি শব্দৰ প্ৰথম অৰ্থ দিয়া হৈছে সময়। কাৰণ, সংস্কৃত 'বেলা'ৰ অৰ্থ সময়। ইয়াৰদ্বাৰা সময় নিৰ্ণীত হয়, সেই কাৰণে দ্বিতীয় অৰ্থ দিয়া হৈছে সূৰ্য। তৃতীয় অৰ্থ দিয়া হৈছে বাৰ বা কোনো কাৰ্য কৰা সময় (তেওঁ তিনিবেলি ভাত খাইছে)। পলম অৰ্থটো চতুৰ্থ স্থানত দিয়া হৈছে। কিছুমান শব্দত ব্যুৎপত্তিগত অৰ্থ হেৰুৱাই অন্য অৰ্থ গ্ৰহণ কৰিছে। তেনেকুৱা শব্দত ব্যুৎপত্তিগত অৰ্থ দি অনাহকতে পাত খৰচ কৰা নাই। উদাহৰণস্বৰূপে, 'মন্তব্য' শব্দটো কৃদন্ত বিশেষণ। ইয়াৰ অসমীয়াত ব্যৱহাৰ নাই। ইয়াৰ প্ৰচলিত অৰ্থ মনোভাব, অভিপ্ৰায়, কোনো কাৰ্যৰ অভিমত। অভিধানত এই প্ৰচলিত অৰ্থহে দিয়া হৈছে। য'ত দৰকাৰ ত'ত প্ৰতিশব্দ দিয়া হৈছে আৰু য'ত প্ৰয়োজন বুলি ভবা হৈছে নাইবা প্ৰতিশব্দ পাবলৈ নাই, ত'ত সূত্ৰ দিয়া হৈছে। 'মনুষ্য' শব্দৰ অৰ্থ প্ৰতিশব্দ মানুহৰ দ্বাৰা বুজোৱা হৈছে। আনহাতে, 'বৃত্ত' শব্দৰ অৰ্থ সূত্ৰ ৰূপত দিয়া হৈছে, যেনে- বিত্ত, বি., ঘূৰণীয়া আকৃতি বা ক্ষেত্ৰ।

অৰ্থ লিখোঁতে প্ৰতিশব্দ বুজোৱা শব্দবোৰ পাচত কমা দিয়া হৈছে কিন্তু অন্য অৰ্থ বুজোৱা শব্দৰ পাচত চেমিকোলন দিয়া হৈছে। উদাহৰণস্বৰূপে 'মংগল' শব্দৰ চাৰিটা অৰ্থ 'হেমকোষ'ত দিয়া হৈছে। প্ৰথম অৰ্থ শুভ। ইয়াৰ লগতে প্ৰতিশব্দ কুশল আৰু কল্যাণ দিয়া হৈছে। শুভ, কুশল আৰু কল্যাণৰ মাজত কমা দিয়া হৈছে। দ্বিতীয় অৰ্থ মংগল গ্ৰহ আৰু গ্ৰহবোৰৰ ক্ৰমিক তালিকাত ইয়াৰ স্থান তৃতীয় কাৰণে তৃতীয় গ্ৰহ বুলিও কোৱা হয়। প্ৰথম অৰ্থ শেষ হোৱা শব্দ 'কল্যাণ'ৰ পাচত চেমিকোলন দি দ্বিতীয় অৰ্থ দিয়া হৈছে। ইয়াৰ তৃতীয় অৰ্থ শুভাশুভ গণনা। 'তৃতীয় গ্ৰহ'ৰ পাচত চেমিকোলন দি এই তৃতীয় অৰ্থটো দিয়া হৈছে। চতুৰ্থ অৰ্থ সপ্তাহৰ তৃতীয় দিন। শুভাশুভ গণনা বুজোৱা শব্দৰ পাচত চেমিকোলন দি এই চতুৰ্থ অৰ্থটো দিয়া হৈছে। এনে এটা নিৰ্দিষ্ট প্ৰণালী অনুসৰণ কৰাত অৰ্থ বুজিবলৈ সহজ হৈছে।

(৬) তেখেতৰ অভিধান 'হেমকোষ'ত প্ৰয়োজন অনুসাৰে উদাহৰণ সংযোগ কৰা হৈছে। য'ত প্ৰতিশব্দ বা সূত্ৰ দিলেই হয় ত'ত উদাহৰণ দি পৃষ্ঠাৰ অপব্যৱহাৰ কৰা হোৱা নাই। য'ত উদাহৰণ নিদিলে অৰ্থ স্পষ্ট নহয় বা প্ৰয়োগ কৰিবলৈ অসুবিধা হয়, তাতহে উদাহৰণ দিয়া হৈছে। 'বেলি' শব্দৰ চাৰিটা অৰ্থ উদাহৰণ নিদিলে স্পষ্ট নহয়। সেই কাৰণে প্ৰত্যেকটো অৰ্থত বেলি শব্দৰ প্ৰয়োগ উদাহৰণ দি বুজোৱা হৈছে। বেলি, বি., (১) সময়, কাল, যেনে— বহুত বেলি হ'ল, (২) সূৰ্য, যেনে- বেলি ওলাল, (৩) বাৰ, কাৰ্য এটা কৰাৰ সময়, যেনে- এবেলি আহিল, (৪) পলম, যেনে- তই তাত বেলি নকৰিবি। এনেদৰে উদাহৰণ সংযোগ কৰাত শব্দবোৰৰ প্ৰয়োগ সম্বন্ধে হ'ব পৰা সন্দেহ আঁতৰিছে।

(৭) যিবিলাক বস্তু বা অৰ্থ চিত্ৰেৰে বুজাই নিদিলে বুজিবলৈ টান হয়, তেনে বস্তুবোৰৰ চিত্ৰ দি বুজাই দিয়া হয়। ১৯০০ খ্ৰীষ্টাব্দত প্ৰকাশিত 'হেমকোষ'ত অৱশ্যে 'মাছ' শব্দৰ লগত

থকা মাছৰ ছবিৰ বাহিৰে আন ছবি নাই। ইয়াত মাছৰ গাল-পাখি, বুকু-পাখি নাই-পাখি, ফান বা ফিছা, ফানৰ গুৰিৰ পাখি, পিঠি-পাখি আদি অংগবোৰ বুজাবলৈ ছবিখন দিয়া হৈছে। ছবিৰ অভাৱত এই অংগবোৰ বুজাবলৈ চিনিবলৈ অসুবিধা হ'লহেঁতেন। 'হেমকোষ'ৰ এই ছবিখন লেখকে আঁচনি কৰি গৈছিল, নে হেমকোষৰ সম্পাদক হেমচন্দ্ৰ গোস্বামী আৰু P. R. T. Gurdon -এ সংযোগ কৰি দিয়া, এই বিষয়ে পাতনিত একো উল্লেখ নাই। অনুমান কৰিব পাৰি— এনেকৈ হয়তো অনেক স্থলত ছবিৰ বাবে ব্যৱস্থা তেখেতে কৰি গৈছিল। কিন্তু সেই সময়ত অসমত চিত্ৰকৰ নথকাত আৰু চিত্ৰ ছপোৱা খৰচ অধিক হোৱাৰ ভয়ত সেই চিত্ৰবোৰ সংযোগ কৰাৰ পৰা প্ৰকাশক বিৰত হ'ল। কেৱল হেমচন্দ্ৰই নিজে আঁকোৱা মাছৰ ছবিখনকে আৰ্হিস্বৰূপে সংযোগ কৰা হ'ল।

(৮) অসমীয়া আখৰবোৰৰ উচ্চাৰণ, যুক্তাক্ষৰবোৰৰ উচ্চাৰণ আৰু শব্দবোৰৰ অন্ত্য আখৰবোৰৰ উচ্চাৰণ জানিলে প্ৰায় সঠিকভাৱে অসমীয়া শব্দবোৰৰ উচ্চাৰণ কৰিব পাৰি। জ্ঞ -ৰ উচ্চাৰণ যে গ্যঁ আৰু হ্য -ৰ উচ্চাৰণ যে জ্য হয়, এই কথা তেখেতে 'অসমীয়া ব্যাকৰণক "উচ্চাৰণ সম্বন্ধে বিশেষ কথা" শিতানত লিখিছে। যিবোৰ শব্দৰ উচ্চাৰণ সাধাৰণ নিয়মেৰে সামৰিব নোৱাৰি, তেনেবোৰ ক্ষেত্ৰত বন্ধনীৰ ভিতৰত সেই উচ্চাৰণান্তৰিত আখৰটোৰ উচ্চাৰণ লিখি দিয়া হৈছে। যেনে- বৎস (-চ)। ইয়াৰ অৰ্থ হ'ল- বৎসৰ উচ্চাৰণ বৎচ। সেইদৰে উনৈশ, বাইশ আদি শব্দৰো উচ্চাৰণ দিয়া হৈছে। হেমচন্দ্ৰ বৰুৱাই দীৰ্ঘ অ আৰু দীৰ্ঘ এ, এই দুটা স্বৰৰ উচ্চাৰণ স্বীকাৰ কৰিছে। দীৰ্ঘ অ বুজাবলৈ অ আৰু দীৰ্ঘ এ বুজাবলৈ এ, এই দুটা নতুন চিহ্ন ব্যৱহাৰ কৰিছে, যেনে— পাতলীয়া, বনৰীয়া, মহৰজীয়া ইত্যাদি। সেইদৰে বেপেৰুৱা, লেচু, দেহ ইত্যাদি শব্দত দীৰ্ঘ এ-ৰ উচ্চাৰণ দেখুওৱা হৈছে। ৰৈয়া আদি শব্দত উচ্চ অ বুজাবলৈ কমা, উৰ্দ্ধকমা ব্যৱহাৰ কৰা হৈছে। শব্দটোৰ প্ৰথম অংশৰ পৰা দ্বিতীয় অংশ বেলেগাই মাতিবলগীয়া ক্ষেত্ৰত- (হাইফেন) ব্যৱহাৰ কৰা হৈছে; যেনে- ম-ময়া, ধী-ধিয়া, কু-কুৱা ইত্যাদি। কোনো এটা শব্দৰ শেষৰ আখৰটো অকাৰান্ত নে ব্যঞ্জনান্ত, এই কথা বুজাবলৈও হেমকোষত চিহ্ন ব্যৱহাৰ কৰা হৈছে। অকাৰান্ত শব্দৰ পাছত কোনো চিহ্ন নাই; যেনে- পাৰ (পাৰাৱত), বাত (মাছ), কাছ (কচ্ছপ) ইত্যাদি। ব্যঞ্জনান্ত শব্দৰ পাছত হচন্ত চিন ব্যৱহাৰ কৰা হৈছে; যেনে- পাৰ্ (দাঁতি), বাত্ (বেমাৰ), গছ্ ইত্যাদি। এই সংকেতবোৰ বুজি ল'লে হেমকোষত সংকলিত অসমীয়া শব্দবোৰৰ উচ্চাৰণ বুজাত কোনো প্ৰকাৰৰ অসুবিধা পোৱা নাযায়।

(৯) যিমান দূৰ সম্ভৱ হেমকোষত শব্দবোৰৰ ব্যুৎপত্তি দিয়া হৈছে। সংস্কৃতমূলক শব্দৰ ক্ষেত্ৰত মূল শব্দৰ সৈতে সম্বন্ধ দেখুওৱা হৈছে; যেনে- ছাতি, (বি.), (সং ছত্ৰ) ইত্যাদি। যাৱনিক বা অন্য বিদেশী শব্দৰ ক্ষেত্ৰত সেই শব্দটো দিয়া হৈছে। অসমীয়া শব্দৰপৰা উদ্ভৱ শব্দৰ ক্ষেত্ৰত সেই শব্দটো উল্লেখ কৰা হৈছে। 'মানুহ' শব্দৰ ব্যুৎপত্তি সংস্কৃত 'মানুষ' শব্দৰপৰা, 'বাউল' শব্দৰ ব্যুৎপত্তি সংস্কৃত 'বাতুল' শব্দৰপৰা, 'ধনিয়া' শব্দৰ ব্যুৎপত্তি সংস্কৃত 'ধন্যাক'

শব্দৰপৰা হোৱা বুলি দেখুওৱা হৈছে। আৰবী-ফাচী শব্দৰ 'বাবৎ', 'আফিউন', আৰু 'মজবুৎ' শব্দৰ পৰা অসমীয়া 'বাবে', 'আফু' আৰু 'মজ পুত' শব্দ হোৱা বুলি ব্যুৎপত্তি দেখুওৱা হৈছে। ইংৰাজী 'চেণ্ট্ৰী', 'কোম্পানী' আৰু 'উইল' শব্দৰপৰা অসমীয়া 'চন্তৰী', 'কোম্পানী' আৰু 'উইল' শব্দৰ ব্যুৎপত্তি দেখুওৱা হৈছে। অসমীয়া 'জাক', 'নাও', 'উজতি' শব্দৰপৰা 'জাকৰুৱা', 'নাওৰা', 'জুটি' শব্দৰ ব্যুৎপত্তি দিয়া হৈছে। ব্যুৎপত্তি দিয়া কাৰণে মাইলচ্ ব্ৰন্সনৰ অভিধানখনতকৈ ই অধিক পাণ্ডিত্যপূৰ্ণ আৰু ঐতিহাসিক ভাষাবিজ্ঞানচৰ্চাৰ এখন অৱশ্য গ্ৰন্থ হৈ পৰিছে।

(১০) শব্দ-নিৰ্ণয়ৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাই অনুসৰণ কৰা নীতি হ'ল- বিভিন্ন ৰূপৰ শব্দবোৰৰ মাজৰপৰা এটা ৰূপ নিৰ্বাচন কৰোঁতে যিটো ৰূপৰ সৈতে অৰ্থৰ অধিক সম্বন্ধ থকা যেন লাগে, সেই ৰূপটো তেখেতে গ্ৰহণ কৰিছে। 'আঁকৰা' আৰু 'অকঁৰা' এই দুটা ৰূপৰ মাজৰ 'আঁকৰা' ৰূপটো গ্ৰহণ কৰিছে। কাৰণ, এৰো নুবুজি মুখ মেলি আঁ কৰি থাকে- এই অৰ্থটোকে তেখেতে প্ৰধান অৰ্থ বুলি ভাবিছে। সেইদৰে 'নাওৰা' আৰু 'নাৱৰা' এই দুটা ৰূপৰ মাজৰপৰা 'নাওৰা' ৰূপটো বাছি লোৱাৰ কাৰণ হৈছে নাওৰাৰ সম্বন্ধ 'নাও'ৰ সৈতেহে বেছি। মূল নিৰ্ণয় আৰু শব্দৰ একক নিৰ্ণয়ৰ ক্ষেত্ৰত হেমকোষত অনুসৃত নীতিয়েই এতিয়ালৈকে শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন হৈছে।

ইয়াৰ উপৰিও হেমাকোষত সমাৰ্থক শব্দৰ ব্যৱহাৰ সম্পৰ্কীয় টোকা সংযোগ কৰা হৈছে। উদাহৰণস্বৰূপে 'চা' আৰু 'দেখ্' এই দুটা সমাৰ্থক ধাতুৰ ব্যৱহাৰ সম্পৰ্কত হেমচন্দ্ৰ বৰুৱাৰ অভিমত চাওক-

"চা, দেখ্- প্ৰথমৰটোৱে ইচ্ছা কৰি, পাচৰটোৱে এনেই দৃষ্ট কৰা বুজায়, যেনে— অমুক পূজা চাবলৈ গৈছে, অমুকে হাবিত এটা বাঘ দেখিলে।" (পৃঃ ৫১৫)

অভিধানতত্ত্বৰ দৃষ্টিৰে হেমচন্দ্ৰ বৰুৱাক এজন সেই সময়ৰ উত্তম আভিধানিক বুলিব পাৰি। এখন ভাল অভিধানৰ লেখকে যিবোৰ কথা বিবেচনা কৰিব লাগে, হেমকোষ লেখোঁতে হেমচন্দ্ৰই সেইবোৰ বিবেচনা কৰিছিল। অভিধান লেখক হিচাপে হেমচন্দ্ৰ বৰুৱা এতিয়াও অনন্য হৈ আছে, যদিও অভিধানত লিপিবদ্ধ কৰিবলগীয়া আৰু অনেক তত্ত্ব আৰু বিবেচনা কৰিবলগীয়া অনেক বিবেচনা বাঢ়িছে। জয়তু হেমচন্দ্ৰ। *

(অসম ভাষা-বিজ্ঞান-সমিতিৰ সৌজন্যত)

# হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণৰ বৈশিষ্ট্য আৰু গুৰুত্ব

লীলাৱতী শইকীয়া বৰা

সুদূৰ ত্ৰয়োদশ শকিতাৰ পৰাই বিশুদ্ধ অসমীয়া ভাষাত সাহিত্য সৃষ্টিৰ সমৃদ্ধ পৰম্পৰা আৰম্ভ হৈছিল যদিও সেই ভাষাটোৰ প্ৰথম ব্যাকৰণ ৰচিত হৈছিল উনবিংশ শতিকাৰ চতুৰ্থ দশকত আৰু প্ৰথম অভিধান ৰচিত হৈছিল উনবিংশ শতিকাৰ সপ্তম দশকত। উনবিংশ শতিকাৰ তৃতীয় দশকত অৰ্থাৎ ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ জৰিয়তে অসম বৃটিছ শাসনৰ অধীনলৈ যোৱাৰ ন বছৰৰ পাছত ১৮৩৬ চনত কোচ-কছাৰী আৰু আহোম ৰাজত্বত ৰাজভাষা হৈ পৰা অসমীয়া ভাষা হঠাৎ অসমৰ স্কুল-আদালতৰ পৰা অপসাৰিত হ'ল আৰু তাৰ ঠাইত বঙলা ভাষা চলিল। কিন্তু বঙলা ভাষাৰ মাধ্যমত যে অসমৰ স্থানীয় মানুহৰ লগত ব্যৱসায়িক কাম-কাজ চলোৱা সম্ভৱ নাছিল, সেই কথা বৃটিছ প্ৰশাসনীয় বিষয়াসকলে উপলব্ধি কৰিছিল। সেয়েহে তৎকালীন অসমৰ প্ৰশাসনীয় বিষয়া তথা গুৱাহাটী চেমিনাৰীৰ দ্বিতীয় প্ৰধান শিক্ষক আৰু শেষত অসমৰ স্কুল পৰিদৰ্শক হোৱা উইলিয়াম ৰবিনচনে অসমৰ শিক্ষা আৰু প্ৰশাসনীয় ভাষা বঙলা হোৱাৰ তিনি বছৰৰ পাছতে ১৮৩৯ চনত ইংৰাজী ভাষাত অসমীয়াৰ ভাষাৰ প্ৰথমখন ব্যাকৰণ 'A Grammar of the Assamese Language' ৰচনা কৰে। শ্ৰীৰামপুৰত ছপা হোৱা এই ব্যাকৰণখনত অসমীয়া ভাষাৰ উদাহৰণবোৰ ৰোমান আখৰেৰে লেখা হৈছিল। ব্যাকৰণখনৰ আৰ্হি আছিল প্ৰধানতঃ হ্যালেদ (Nathaniel Brassy Halhed) আৰু উইলিয়াম কেৰীয়ে ক্ৰমে ১৭৭৮ আৰু ১৮০১ চনত ইংৰাজী ভাষাত লিখা বঙলা ভাষাৰ ব্যাকৰণ। ব্যাকৰণখনৰ উদ্দেশ্য আছিল ইংৰাজ বেপাৰী আৰু শাসকবৰ্গক অসমীয়া ভাষা বিকাশত সহায় কৰা।

ৰবিনচনৰ ন বছৰৰ পাছত ১৮৪৮ চনত ড° নাথান ব্ৰাউনে ইংৰাজী ভাষাতে অসমীয়া ভাষাৰ দ্বিতীয়খন ব্যাকৰণ 'Grammatical Notes on the Assamese Language' ৰচনা কৰে। ব্ৰাউনৰ ব্যাকৰণৰ উদ্দেশ্য আছিল, অসমীয়া ভাষাৰ স্বকীয়তা প্ৰতিপন্ন কৰি ভাষাটোৰ গাঁথনিক দিশৰ সাধাৰণ পৰিচয় দিয়া। ইয়াত উদাহৰণবোৰ অসমীয়া হৰফত অসমীয়া ভাষাত দিছিল। ব্যাকৰণখন ছপাই উলিয়াইছিল শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছত।

ইতিমধ্যে ব্ৰাউন-ব্ৰন্সন প্ৰমুখ্যে ভালেকেইজন উদাৰ খৃষ্টান মিছনেৰিৰ প্ৰযত্নত মুখ্যতঃ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যেই ১৮৪৬ চনত অসমীয়া ভাষাৰ প্ৰথম বাতৰি কাকত 'অৰুণোদয়' ছপা হৈ ওলাইছিল। অৰুণোদয়ৰ প্ৰথম সম্পাদক ড° ব্ৰাউনে তেওঁৰ অসমীয়া ব্যাকৰণত অৰুণোদয়ৰ উচ্চাৰণভিত্তিক সৰল আখৰ জোঁটনিকে ব্যৱহাৰ কৰিছিল আৰু অসমীয়া-বঙলা ভাষাৰ পাৰ্থক্যসূচক ধ্বনি চিহ্ন 'ৱ' অৰুণোদয়ৰ দৰে তেওঁৰ ব্যাকৰণতো ব্যৱহাৰ কৰিছিল। বঙলা ভাষাত নথকা অথচ অসমীয়া ভাষাৰ বিশেষ বৈশিষ্ট্য সম্বন্ধবাচক শব্দত যোগ হোৱা -এৰ, -এক আদি পুৰুষবাচক প্ৰত্যয়ৰ উল্লেখো ব্ৰাউনৰ ব্যাকৰণৰ এটি বিশেষ বৈশিষ্ট্য। কিন্তু ব্ৰাউনে অসমীয়া ভাষাৰ ঘৰুৱা ঠাঁচটোৰ ওপৰতহে গুৰুত্ব দিছিল। অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ সকলো উপাদানতে যে সংস্কৃতীয়া ৰূপ এটাও জড়িত হৈ আছে, সেই কথালৈ তেওঁ সমূলি মন দিয়া নাছিল। সেয়ে হ'লেও অসমীয়া যে বঙলাৰ দৰে এটা স্বতন্ত্ৰ ভাষা, সুষমা আৰু কোমলতাৰ দিশতো অসমীয়া যে বঙলাতকৈ শ্ৰেষ্ঠ (For beauty and softness the Assamese language is much superior to the Bengali' Introduction, p. XI) সেই কথা তেওঁৰ ব্যাকৰণৰ জৰিয়তে প্ৰতিপন্ন কৰি অসমৰ স্কুল-আদালতত পুনৰ অসমীয়া প্ৰচলনৰ বাটটো সুচল কৰিছিল।

ব্ৰাউনৰ ব্যাকৰণৰ দহ বছৰৰ পাছত ২৪ বছৰীয়া অসমীয়া ডেকা হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ তৃতীয়খন ব্যাকৰণ "অসমীয়া ভাষাৰ ব্যাকৰণ" ৰচনা কৰে। সংখ্যাৰ পিনৰ পৰা তৃতীয় হ'লেও অসমীয়া ভাষাত লেখা এইখনেই প্ৰথম অসমীয়া ব্যাকৰণ। হেমচন্দ্ৰ বৰুৱাৰ জন্ম হয় ১৮৩৫ চনত। তাৰ পাছৰ বছৰতে অসমীয়া ভাষা অসমৰ স্কুল-আদালতৰ পৰা অপসাৰিত হয়। গতিকে বৰুৱাদেৱৰ জীৱন-কালত "স্কুলত বঙ্গালী, কাছাৰীত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱে ৰঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল।" হেমচন্দ্ৰ বৰুৱাও সেই নিয়মৰ বাহিৰত নাছিল। কিন্তু তেওঁ বঙলা ভাষা শিকাৰ আগতে মৌজাদাৰ পিতৃ মুক্তাৰাম বৰুৱাৰ তত্ত্বাৱধানত ঘৰতে সংস্কৃত শিক্ষা লাভ কৰিছিল। আকস্মিকভাৱে হোৱা পিতৃৰ মৃত্যুৰ পাছত দদায়েকৰ নিৰ্দেশত 'চাৰি টকা বেতনত' শিক্ষা নবিচ নিযুক্ত হৈ সেই চেগতে দিনত বঙালী লিখিব-পঢ়িবলৈ শিকি পুৱা-গধূলি উৰ্ব্বীধৰ বৰুৱা পঢ়াশালিত সংস্কৃত পঢ়িছিল। সেইখিনি সময়তে তেওঁ সেই সময়ৰ শিৱসাগৰ জিলাৰ কেপ্টেইন ব্ৰোডী চাহাবৰ ওচৰত হিন্দী আৰু গোপনে ইংৰাজী শিকাও আৰম্ভ কৰে। ইংৰাজী শিকাত তেওঁক বিশেষভাৱে সহায় কৰিছিল বন্ধু-বান্ধৱৰ লগতে তেতিয়াৰ ইংৰাজী স্কুলৰ শিক্ষক পৰমানন্দ ভৰালী প্ৰমুখ্যে দুই-এক দেশী পণ্ডিতে আৰু শিৱসাগৰত থকা বেপ্তিষ্ট মিছনেৰিসকলে। তাৰ মাজতে তেওঁ অসমীয়া পদ-পথিও পঢ়িব পৰা হৈছিল। এইদৰে একাগ্ৰতা আৰু অধ্যৱসায়ৰ বলত বৰুৱাদেৱে আনুষ্ঠানিক শিক্ষা নোপোৱাকৈয়ে সংস্কৃত, ইংৰাজী, বঙালী, হিন্দী আদি ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। এই বিভিন্ন ভাষাৰ

জানক আধাৰ কৰি নিজৰ মাতৃভাষাত থকা অদ্ভুত দক্ষতাৰে মাত্ৰ ২৪ বছৰ বয়সতে 'অসমীয়া ভাষাৰ ব্যাকৰণ' ৰচনা কৰি অসমীয়া ভাষাক এক সুদৃঢ় প্ৰতিষ্ঠা দিলে।

হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' ৰচনাৰ মূল আদৰ্শ আছিল সংস্কৃত, ইংৰাজী আৰু বঙলা ব্যাকৰণ। সংস্কৃত ব্যাকৰণৰ ক্ষেত্ৰত তেওঁ পাণিনিৰ অষ্টাধ্যায়ী অথবা মধ্যযুগৰ অসমৰ প্ৰসিদ্ধ সংস্কৃত বৈয়াকৰণ পুৰুষোত্তম বিদ্যাবাগীশৰ 'প্ৰয়োগ ৰত্নমালা' ব্যাকৰণতকৈ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ- প্ৰণিত 'সংস্কৃত ব্যাকৰণৰ উপক্ৰমণিকা (১৮৫১) আৰু 'সমগ্ৰ ব্যাকৰণ কৌমুদী' খনৰহে (১৮৫৩-৫৪, ১ম, ২য় আৰু ৩য় ভাগ) বিশেষভাৱে সহায় লৈছিল। সেই সময়ত ব্যাকৰণ কৌমুদী ইমান বেছি জনপ্ৰিয় হৈ পৰিছিল যে সেই ব্যাকৰণে পশ্চিমবঙ্গৰ লগতে অসম, বিহাৰ, উৰিষ্যা আৰু ঢাকাৰ (বৰ্তমান বাংলাদেশ) উচ্চ ইংৰাজী বিদ্যালয়সমূহতো পাঠ্য-পুথিৰূপে স্থান লাভ কৰিছিল। 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত ব্যাকৰণ কৌমুদীৰ প্ৰভাৱ স্পষ্ট। ব্ৰাউনৰ ব্যাকৰণৰ লগতে তৎকালীন অসমৰ ইংৰাজী বিদ্যালয়ত চলা ইংৰাজী আৰু বঙলা ভাষাৰ ব্যাকৰণেও হেমচন্দ্ৰ বৰুৱাক অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাত বিশেষ সহায় কৰিছিল। বঙলা ব্যাকৰণৰ ভিতৰত ৰাজা ৰামমোহন ৰায় প্ৰণীত আৰু ১৮৩৩ চনত প্ৰকাশিত বঙলা ভাষাত লেখা প্ৰথম বঙালী ব্যাকৰণ "গৌড়ীয় বাংলা ব্যাকৰণ'ৰ কথা উল্লেখ কৰিব পাৰি। কিন্তু এটা কথা ঠিক যে বৰুৱাদেৱে ব্যাকৰণ-প্ৰণয়নত ইংৰাজী আৰু বঙলাতকৈ সংস্কৃত ভাষাৰ ব্যাকৰণৰ প্ৰণালীহে বিশেষভাৱে গ্ৰহণ কৰিছিল। ব্যাকৰণখনৰ 'ভূমিকা'ত তেওঁ কৈছে, "অসমীয়া ভাষা সংস্কৃতমূলিকা হেতু, এই ব্যাকৰণ সংস্কৃত ভাষাৰ ব্যাকৰণৰ প্ৰণালীৰে লিখি স্থান বিশেষে অন্য ভাষাৰ ব্যাকৰণৰ পৰাও অনেক কথা ইয়াত প্ৰবিষ্ট কৰা হৈছে।"

সেই অন্য ভাষাৰ ব্যাকৰণ যে ঘাইকৈ ইংৰাজী আৰু বঙালী তাৰ সাক্ষ্য দিয়ে গ্ৰন্থখনৰ 'আগকথা'ত (preface) লিখা নিম্নলিখিত কথাখিনিয়ে,

"I have not over looked those of other languages too, and have borrowed such instances from the English and Bengalee, as could properly be introduced into the grammar of the Assamese language."

বৰুৱাদেৱে ভাবিছিল, ঘাইকৈ সংস্কৃত আৰু বঙলা ব্যাকৰণৰ আৰ্হিত লিখা এই ব্যাকৰণে অকল অসমীয়া ভাষা শিকাতেহে যে সহায় কৰিব এনে নহয়, 'সংস্কৃত আৰু বঙলা প্ৰভৃতি শিকাসকলেও কিছু কিছু উপকাৰ পাব।'

হেমচন্দ্ৰ বৰুৱাই প্ৰধানতঃ তিনিটা উদ্দেশ্য লৈ 'অসমীয়া ভাষাৰ ব্যাকৰণ' ৰচনা কৰিছিল। প্ৰথমটো হৈছে, অসমীয়া ব্যাকৰণৰ অভাৱ পূৰণ। ঘাইকৈ অৰুণোদয়ৰ জৰিয়তে মিছনেৰিসকলে আৰু আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা প্ৰমুখ্যে অসম হিতৈষী ডেকা কেইজনমানে 'দেশী ভাষাক বিদ্যামন্দিৰৰ সোপান জ্ঞান' কৰি অসমত পুনৰ অসমীয়া

ভাষা চলাবলৈ চেষ্টা কৰাৰ লগতে দেশী ভাষা অৰ্থাৎ মাতৃভাষা অসমীয়াৰ উন্নতিকল্পে অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু অসমীয়াত পাঠ্যপুথিকে ধৰি ব্যাকৰণ, অভিধান আদিৰ অভাৱ আছিল। সেই অভাৱ পূৰণৰ কাৰণেই ৰবন্‌চনে প্ৰথমে ব্যাকৰণ আৰু পাছত অভিধান প্ৰণয়নত মনোনিবেশ কৰিছিল। ৰবন্‌চনৰ ভাষাত "To make up this deficiency, I employed myself sometime ago to prepare a grammar of the language (preface)."

দ্বিতীয় উদ্দেশ্য হৈছে, সংস্কৃত মূলীয় অসমীয়া ভাষাটোৰ নিজস্ব আৰু সংস্কৃতীয়া ৰূপটো প্ৰতিষ্ঠা কৰি ভাষাটোক এটা স্থায়ী আৰু সুদৃঢ় ৰূপ দিয়াৰ লগতে অসমীয়া যে বঙলাৰ দৰে সংস্কৃতৰ পৰা উদ্ভুত এটা স্বতন্ত্ৰ ভাষা, সেই কথা দৃঢ়তাৰে প্ৰতিপন্ন কৰা। ব্ৰাউনে তেওঁৰ ব্যাকৰণত উচ্চাৰণভিত্তিক জোঁটনি গ্ৰহণ কৰিছিল আৰু অসমীয়া ভাষাৰ সন্ধি, সমাস, কৃৎপ্ৰত্যয়, তদ্ধিত প্ৰত্যয় উপসৰ্গ আদি বিষয় অনাৱশ্যক বুলি ভাবি তেওঁৰ ব্যাকৰণত সেইবোৰ বিষয় অন্তৰ্ভুক্ত নকৰিছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাই কথিত ভাষাৰ লগতে পুৰণি অসমীয়া সাহিত্যৰ ভাষলৈ লক্ষ্য কৰি ব্ৰাউনৰ বিপৰীতে গৈ অসমীয়া ভাষাৰ ঘৰুৱা ৰূপটোৰ লগতে সন্ধি, সমাস আদিৰ ক্ষেত্ৰত থকা সংস্কৃতীয়া ৰূপটোৰো ব্যাখ্যা দাঙি ধৰি 'মিছনেৰীয়ে ধৰিব নোৱৰা অসমীয়া ভাষাৰ কালিকাটো দেখুৱাবলৈ যত্ন কৰিছিল' আৰু তাৰ দ্বাৰা অসমীয়া ভাষাৰ স্বকীয়তা প্ৰতিপন্ন কৰিছিল।

'অসমীয়া ভাষাৰ ব্যাকৰণ' ৰচনাৰ তৃতীয় উদ্দেশ্যটো হৈছে, অসমীয়া মানুহক নিজৰ মাতৃভাষা অসমীয়াৰ গঠনপদ্ধতি সম্পৰ্কে ভালৰূপে অৱগত কৰোৱা। ৰবন্‌চনে উপলব্ধি কৰিছিল যে নিজভাষা ভালৰূপে জানিলেহে অন্য ভাষা শিকিবলৈ উজু হয়, আৰু 'তাকে নাজানিলে যে, বিদেশী ভাষা শিকা টান, ইয়াক কোৱা বাহুল্য মাত্ৰ।' সেয়েহে তেওঁ অসমীয়া ভাষাটোক 'খণ্ড খণ্ড কৰি, তাৰ গঠন আৰু গঠন প্ৰণালীটোক ভাঙি-ছিঙি ভিন ভিন নাম দি' ভাষাটোৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু বাক্যতত্ত্বৰ এখন স্পষ্ট ছবি দাঙি ধৰিছিল।

অসমীয়া ভাষাৰ ব্যাকৰণৰ বিষয়বস্তুক হেমচন্দ্ৰ বৰুৱাদেৱে এঘাৰটা প্ৰকৰণত বিভক্ত কৰিছে ঃ বৰ্ণবিন্যাস প্ৰকৰণ, সন্ধি প্ৰকৰণ, শব্দবৃত্তি প্ৰকৰণ, কাৰক প্ৰকৰণ, সমাস প্ৰকৰণ, তদ্ধিত প্ৰকৰণ, আখ্যাত প্ৰকৰণ, কৃদন্ত প্ৰকৰণ, বাক্যবিন্যাস প্ৰকৰণ, অন্বয় আৰু চিহ্ন প্ৰকৰণ। চিহ্ন প্ৰকৰণৰ পাছত 'পৰিশিষ্ট অৰ্থাৎ উপসংহাৰ ভাগ' এটা আছে। ইয়াৰে প্ৰথম শিতান 'শব্দ বিকৃতি'ত, প্ৰাকৃতৰ মাজেৰে সংস্কৃতৰ পৰা অসমীয়ালৈ অহা শব্দবোৰৰ অৰ্থাৎ তদ্ভৱ শব্দবোৰৰ এখন দীঘল তালিকা আছে। তালিকাখনৰ ঠিক আগতে সংস্কৃত শব্দ বিকৃত নোহোৱাকৈ অসমীয়া ভাষাৰ লগত মিলি যোৱা শব্দকেইটামানৰ উল্লেখ আছে। এইবোৰেই অসমীয়া ভাষাৰ তৎসম শব্দ। কিন্তু ব্যাকৰণখনৰ ক'তো ৰবন্‌চনে তদ্ভৱ আৰু তৎসম শব্দ দুটা উল্লেখ কৰা নাই। 'শব্দ বিকৃতি'ৰ শেষত আছে 'উপসৰ্গৰ বিষয়'। এইটোৱেই

ব্যাকৰণখনৰ সৰ্বশেষ আলোচ্য বিষয়। ইয়াত সংস্কৃতৰ কুৰিটা উপসৰ্গই প্ৰকাশ কৰা বিভিন্ন অৰ্থ আৰু সেই অৰ্থত অসমীয়া ভাষাত ব্যৱহৃত হোৱা তৎসম শব্দ কিছুমানৰ উদাহৰণ দাঙি ধৰি উপসৰ্গৰ যোগত কি দৰে শব্দৰ অৰ্থৰ বিভিন্নতা হয়, তাৰ চানেকি হিচাপে হৃ আৰু কৃ ধাতুত বিভিন্ন উপসৰ্গ যোগ হৈ সাধিত হোৱা ভিন্ন অৰ্থবাচক প্ৰহাৰ, বিহাৰ, পৰিহাৰ, প্ৰকৰণ, অনুকৰণ, উপকাৰ, অপকাৰ আদি শব্দ উল্লেখ কৰিছে।

মুখ্যতঃ সংস্কৃত ব্যাকৰণৰ আৰ্হিত লিখা 'অসমীয়া ভাষাৰ ব্যাকৰণ অতিমাত্ৰায় সংস্কৃত ব্যাকৰণৰ ৰীতি অনুসৃত। ব্যাকৰণখনৰ প্ৰায় প্ৰতিটো প্ৰকৰণৰ আৰম্ভণি আৰু সামৰণি সংস্কৃতীয়া। যেনে, অথ সমাস প্ৰকৰণাৰম্ভঃ, সমাস প্ৰকৰণং সম্পূৰ্ণং, অথ তদ্ধিত প্ৰকৰণাৰম্ভঃ, ইতি তদ্ধিত প্ৰকৰণং সম্পূৰ্ণং, অথ অব্যয় প্ৰকৰণং, ইতি অব্যয় প্ৰকৰণং সম্পূৰ্ণং ইত্যাদি। প্ৰকৰণ হিচাপে থকা মূল শিতানৰ তলত বা মাজত উল্লিখিত উপশিতানবোৰৰ নামো সংস্কৃতগন্ধী। যেনে, বৰ্ণবিন্যাস প্ৰকৰণৰ তলত থকা 'তত্ৰ বৰ্ণোতপত্তিস্থান', শব্দবৃত্তি প্ৰকৰণৰ তলত থকা 'তত্ৰ শব্দনিৰ্ণয়', বাক্য বিন্যাস প্ৰকৰণৰ মাজত থকা 'অথ বাক্য নিৰ্দেশ' ইত্যাদি। ব্যাকৰণখনৰ বিভিন্ন শিতানৰ আলোচনাৰ মাজতো সংস্কৃত ব্যাকৰণৰ অনুশাসন আৰু প্ৰভাৱ স্পষ্ট। এই প্ৰসঙ্গত অসমীয়া শব্দ বিভক্তি, ক্ৰিয়া বিভক্তি, বিভিন্ন সৰ্বনাম বুজাবলৈ ব্যৱহাৰ কৰা ক্ৰমে সুপ্, তিঙ্, অস্মদ, যুষ্মদ, তদ, এতদ, যদ্, কিম্ আদি শব্দলৈ আঙুলিয়াব পাৰি। এনে কৰাৰ প্ৰধান কাৰণ আছিল অসমীয়া ভাষাৰ সংস্কৃত মূলিকা চৰিত্ৰৰ প্ৰতি উচ্চাৰণভিত্তিক আখৰজোঁটনি আৰু সৰল অসমীয়া ভাষাৰীতি গ্ৰহণ কৰা ব্ৰাউন-ব্ৰন্সন প্ৰমুখ্যে মিছনেৰি তথা অসমীয়া লেখকসকলৰ দৃষ্টি আকৰ্ষণ কৰা। কিন্তু বৰুৱাদেৱে বুজি পাইছিল যে বিভক্তি বুজোৱা সুপ্, তিঙ্, বিভিন্ন সৰ্বনাম বুজোৱা অস্মদ, যুস্মদ, তদ, এতদ আদি শব্দ অসমীয়া ভাষাৰ লগত জীণ নাযায়। সেয়েহে ১৮৭৩ চনত প্ৰকাশিত 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ সংশোধিত সংস্কৰণ 'অসমীয়া ব্যাকৰণ'ত তেওঁ সেইবোৰ সংস্কৃতীয়া ৰূপ বাদ দিলে। 'অসমীয়া ব্যাকৰণ'ৰ পাতনিত বৰুৱাদেৱে কৈছে,

"অসমীয়া ব্যাকৰণ প্ৰথমে ১৭৮১ শকত ছপোৱা হৈছিল। অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ সেয়ে প্ৰথম উদ্যোগ, এতেকে সেই পুথিত ভালেমান অশুদ্ধ আছিল। যদিও পুথি প্ৰকাশিত হোৱাৰ অলপ দিনৰ পাচতে সেই অশুদ্ধবিলাক লেখকৰ চকুত পৰিছিল, তথাপি তেতিয়া অসমীয়া ভাষাক বঙালীৰ বিকৃতি বুলি অনেকে তালৈ হেলা কৰাত এই ব্যাকৰণ শুদ্ধ কৰি আকও ছপাবৰ আৱশ্যক দেখা নগ'ল। এতিয়া ভাগ্যৰ গুণে বঙ্গদেশৰ দুৱলীয়া গৰাকী স্যাৰ জৰ্জ্জ কেম্বেল চাহাবৰ অনুগ্ৰহত অসমীয়া ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজসভাৰ কাৰ্যত চলিত হোৱাত তাৰ এখনি ভাল ব্যাকৰণ প্ৰয়োজন হৈছে; এতেকে ইয়াক পুনৰায় প্ৰকাশিত কৰা গ'ল।"

ইয়াৰ পৰা দেখা যায় যে হেমচন্দ্ৰ বৰুৱাই তেওঁৰ প্ৰথম ব্যাকৰণত থকা বিসঙ্গতিবোৰৰ

কথা কিতাপখন ছপা হৈ ওলোবাৰ পাছতে গম পাইছিল। কিন্তু অসমীয়া ভাষাটোলৈ তেতিয়াৰ অসমীয়া মানুহৰ অবহেলা দেখি বৰুৱাদেৱে সংশোধিত দ্বিতীয় সংস্কৰণ উলিয়াবলৈ বাট চাব লগা হ'ল তেৰটা বছৰ। ১৮৭৩ চনত অসমীয়া ভাষা পুনৰ স্বস্থানত উপবিষ্ট হ'ব বুলি জানি সেই বছৰতেই ঘাইকৈ পঢ়াশলীয়া আৰু প্ৰশাসনীয় প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ সংশোধিত ৰূপ 'অসমীয়া ব্যাকৰণ' ছপাই উলিয়ালে। কিন্তু 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত থকা 'অচলিত সৰহভাগ সংস্কৃত শব্দৰ পৰিবৰ্তে দেশী শব্দ ব্যৱহাৰ কৰি, অনেক অকামিলা কথা গুচাই সেইবিলাকৰ ঠাইত অতি লাগতিয়াল নিয়মবিলাক' দি তেওঁ তাৰ ইমান বেছি সংশোধন ঘটালে যে সংশোধিত 'অসমীয়া ব্যাকৰণ' হেমচন্দ্ৰ বৰুৱাদেৱৰ ভাষাতে "সংক্ষেপকৈ ক'ব লাগিলে এই পুথি একেবাৰেই ন-কৈ লিখা হৈছে বোলা উচিত।" এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে ব্যাকৰণত একোটা নিৰ্দিষ্ট সময়ৰ ভাষাৰ গঠনহে প্ৰতিফলিত হয়। হেমচন্দ্ৰ বৰুৱা ভাষাবিজ্ঞানসম্মত এনে দৃষ্টিভঙ্গীৰ প্ৰতি সজাগ আছিল। সেয়েহে সংশোধিত অসমীয়া ব্যাকৰণৰ পাতনিত তেওঁ লিখিছিল, "শেহান্তৰত কব লাগে যে, অসমীয়া ভাষাৰ এতিয়া যেনে অবস্থা তাৰ উপযোগী কৰি এই ব্যাকৰণ কৰা গৈছে, এতেকে সেই ভাষাৰ উন্নতি হলে, ইয়াকো অৱশ্যে লৰাব লাগিব।" বৰুৱাদেৱৰ এনে বিজ্ঞানসম্মত মন্তব্যৰ আধাৰতে পৰবৰ্তী কালত অসমীয়া ভাষাৰ পৰিবৰ্তনৰ লগত খাপ খুৱাই 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ ইমান বেছি সংশোধন ঘটোৱা হ'ল যে ১৮৫৯ চনৰপৰা ১৯৫৯ চনলৈকে এই এশ বছৰৰ ভিতৰত প্ৰকাশিত ব্যাকৰণখনৰ ২৪টা সংস্কৰণহে বিশেষকৈ বৰুৱাদেৱৰ মৰণোত্তৰ কালৰ সংস্কৰণবোৰত তেওঁ নঘটোৱা বহুতো পৰিবৰ্তন ঘটিল— যাৰ ফলত সেই সংস্কৰণবোৰৰ মাজত 'অসমীয়া ভাষাৰ ব্যাকৰণ' প্ৰণেতা হেমচন্দ্ৰ বৰুৱাজনক বিচাৰি উলিওৱাটো দুৰূহ হৈ পৰিল।

'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ প্ৰধান আৰু গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হৈছে, সংস্কৃতীয়া আখৰ-জোঁটনিৰে অসমীয়া ভাষাৰ নিজস্ব আৰু সংস্কৃতীয়া ঠাচটো স্পষ্ট কৰি তোলা। ব্ৰাউনে তেওঁ ইংৰাজীত লেখা অসমীয়া ব্যাকৰণত অৰুণোদয়ৰ উচ্চাৰণভিত্তিক আখৰ-জোঁটনি মানি লৈছিল অৰ্থাৎ "ভাসা লিখোঁতে আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই" এই নীতি মানি ব্ৰাউনে শ ষ স-ৰ ঠাইত কেৱল স, ন, ণ- ৰ ঠাইত কেৱল ন, জ য -ৰ ঠাইত কেৱল জ আৰু হ্ৰস্ব - দীৰ্ঘ স্বৰৰ ঠাইত কেৱল হ্ৰস্ব স্বৰহে ব্যৱহাৰ কৰিছে। কিন্তু এই নীতিৰ বিপৰীতে গৈ বৰুৱাদেৱে 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ 'বৰ্ণবিন্যাস প্ৰকৰণ'ৰ এঠাইত কৈছে, "অসমীয়া ভাষা সংস্কৃত মূলিকা, অতএব যি সংস্কৃত শব্দ বিকৃত হৈ অসমীয়া ভাষাত ব্যৱহাৰ হৈছে, তাৰো পূৰ্ব্বৰ সংস্কৃত শব্দৰ যি আখৰ আছিল বিকৃতি হ'লেও সেই এই থাকিব। অতএব সংস্কৃত যা ধাতুৰ পৰা অসমীয়া যাওঁ, যাম প্ৰভৃতি যে ক্ৰিয়া উৎপন্ন হৈছে, তাকো আমি অন্তস্থ য কাৰেৰে লিখিব লাগে" (পৃ. ১০)। হেমচন্দ্ৰ

বৰুৱাই উপলব্ধি কৰিছিল যে ব্ৰাউনৰ উচ্চাৰণভিত্তিক আখৰজোঁটনি মানি ল'লে ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰপৰা ৰচিত হৈ অহা বিশাল আৰু সমৃদ্ধ অসমীয়া সাহিত্যৰ লগত আমাৰ সংযোগ বিচ্ছিন্ন হৈ পৰিব। কিয়নো পুৰণি আৰু মধ্যযুগীয় অসমীয়া সাহিত্যৰ ভাষাৰ আখৰ-জোঁটনি উচ্চাৰণভিত্তিক নহয়। সেয়েহে উচ্চাৰিত নোহোৱা সংস্কৃত আৰ্হিৰ ছ, ণ, য, শ, ষ, ই, উ, ইত্যাদি আখৰবোৰো পুৰণি অসমীয়া ভাষাত ব্যৱহৃত হৈছে। তদুপৰি বিবিধ কাব্যালঙ্কাৰ, কৃৎ, তদ্ধিত, সন্ধি, সমাসকে ধৰি ভালেমান সংস্কৃতীয়া উপাদান পুৰণি অসমীয়া ভাষাটোৰ লগত এনেদৰে মিলি আছে যে কোনোৱাই আঙুলিয়াই নিদিলে পীতাম্বৰ যে সংস্কৃত বহুব্ৰীহি সমাসসিদ্ধ শব্দ, ভোজন, দয়ালু যে সংস্কৃত কৎ-তদ্ধিত প্ৰত্যয়ান্ত শব্দ, হিমালয় যে সংস্কৃত স্বৰসন্ধিৰে সাধিত শব্দ, সেয়া সংস্কৃত নজনা অসমীয়া পাঠকে ধৰিবই নোৱাৰিব। তেনেকৈয়ে অৰ্থাৎ উত্তৰকালীন সময়ৰে পৰা অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্যবোৰৰ লগে লগে প্ৰয়োজনানুসৰি সংস্কৃত উপাদানে স্থান লাভ কৰি আহিছে। অসমীয়া ভাষাৰ প্ৰত্নৰূপ চৰ্যাপদবোৰো তাৰ সুন্দৰ নিদৰ্শন। হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ এই কালিকাটো ধৰিব পাৰিছিল আৰু সেয়েহে অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ যুঁজখনত সক্ৰিয় ভূমিকা লোৱা ব্ৰাউন-ব্ৰন্সনৰ বিপৰীতে গৈয়ো তেওঁ অসমীয়া ভাষাৰ ব্যাকৰণৰ জৰিয়তে ভাষাটোৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু বাক্যতত্ত্বৰ এক স্পষ্ট ৰূপ দাঙি ধৰি আধুনিক অসমীয়া বাষাৰ ভেটি গজগজীয়া কৰিলে।

ঘাইকৈ ইংৰাজী ব্যাকৰণৰ আৰ্হিত ৰচিত ব্ৰাউনৰ অসমীয়া ব্যাকৰণৰ বিপৰীতে হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' চাৰি হেজাৰ সূত্ৰযুক্ত পাণিনিৰ ব্যাকৰণৰ দৰে সূত্ৰপ্ৰধান। সেয়েহে পদ্ধতিৰ পিনৰ পৰা বৰুৱাদেৱৰ ব্যাকৰণ নিদানমূলক (prescriptive)। 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ এইটো এটা বিশেষ বৈশিষ্ট্য। ব্যাকৰণখনৰ এঘাৰটা প্ৰকৰণলৈ লক্ষ্য কৰিলে দেখা যায় যে প্ৰতিটো প্ৰকৰণ বা অধ্যায়ৰ বিষয়বস্তু সূত্ৰ একোটাৰ লগতে উদাহৰণ দি আগবঢ়াই নিয়া হৈছে। তদ্ধিত প্ৰকৰণত মুঠ ৩৭টা সূত্ৰৰ আধাৰত উদাহৰণসহ সংস্কৃত আৰু অসমীয়া তদ্ধিত প্ৰত্যয়ৰ এটা স্পষ্ট ৰূপ দাঙি ধৰা হৈছে। সেইদৰে আখ্যাত বা ক্ৰিয়া প্ৰকৰণত ৪৯টা সূত্ৰৰ সহায়ত ক্ৰিয়াৰ বিভিন্ন প্ৰকাৰ, কাল, ভাব, বিভিন্ন কালত বিভিন্ন ধাতুৰ ৰূপ ইত্যাদিৰ এক স্পষ্ট ধাৰণা দিবলৈ চেষ্টা কৰিছে। কেতিয়াবা সূত্ৰ আৰু দুই-এটা উদাহৰণত বিসঙ্গতি দেখা যায় যদিও তদ্ধিত, আখ্যাত প্ৰকৰণকে ধৰি বিভিন্ন প্ৰকৰণত অসমীয়া ভাষাটো খণ্ড খণ্ড কৰি তাৰ গঠন প্ৰণালীটো আলোচনা কৰাৰ যি বিৰল আদৰ্শ দাঙি ধৰিলে, অসমীয়া ব্যাকৰণ ৰচনাত সেই আদৰ্শ আজিও আদৰণীয় হৈ আছে। বিভিন্ন প্ৰকৰণত অসমীয়া ভাষাটো খণ্ড খণ্ড কৰি বৰুৱাদেৱে কেনেদৰে আলোচনা কৰিছে, তাৰ এটি চমু আভাস তলত দাঙি ধৰা হ'ল।

ব্যাকৰণখনিৰ প্ৰথম অধ্যায় 'বৰ্ণবিন্যাস' প্ৰকৰণত বৰুৱাদেৱে বৰ্ণ, ধ্বনি, আখৰ বুজাবলৈ

ঘাইকৈ বৰ্ণ শব্দ ব্যৱহাৰ কৰিছে আৰু ইয়াত ধ্বনিৰ সংজ্ঞা, অক্ষৰৰ সংখ্যা, উচ্চাৰণ স্থান অনুযায়ী বৰ্ণৰ শ্ৰেণীবিভাগ, বৰ্ণবোৰৰ উচ্চাৰণ প্ৰক্ৰিয়া, স্বৰবোৰৰ গৌণৰূপ, যুক্ত ব্যঞ্জন আৰু ণত্ব-ষত্ববিধিৰ বিষয়ে আলোচনা কৰা হৈছে। বৰুৱাদেৱৰ মতে স্বৰ-ব্যঞ্জন মিলি অসমীয়া বৰ্ণ বা অক্ষৰ হ'ল ৫০টা। পুৰুষোত্তম বিদ্যাবাগীশে তেওঁৰ 'প্ৰয়োগ ৰত্নমালা ব্যাকৰণ'তো পাণিনিৰ ৪৫ টা বৰ্ণৰ বিপৰীতে অং, অঃ ক্ষকে ধৰি ৫০ টা বৰ্ণ দেখুৱাইছে। এই ক্ষেত্ৰত বৰুৱাদেৱে প্ৰয়োগ ৰত্নমালাকে অনুসৰণ কৰিছে বুলিব পাৰি। পাছত তেওঁকে অনুসৰণ কৰি ১৯২৫ চনত ৰচনা কৰা সত্যনাথ বৰাৰ 'বহল ব্যাকৰণ'তো (যিখনক 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ পাছতে স্থান দিয়া হৈছে) অং, অঃ ক্ষ-কে ধৰি ৫০টা বৰ্ণ দেখুওৱা হৈছে। মন কৰিবলগীয়া যে হেমচন্দ্ৰ বৰুৱাই সংস্কৃত ব্যাকৰণৰ আৰ্হিত অসমীয়া ভাষাতো প্লুত স্বৰৰ ব্যৱহাৰ আৰু স্বৰৰ গুণ-বৃদ্ধি হোৱা দেখুৱাইছে আৰু সংস্কৃতৰ দৰে উচ্চাৰণৰ স্থান অনুযায়ী অৰ্থাৎ কণ্ঠ্য, তালব্য, মূৰ্দ্ধন্য আদি অনুযায়ী স্বৰ ব্যঞ্জনৰ আলোচনা কৰিছে। সত্যনাথ বৰাই অসমীয়া ভাষাত প্ৰয়োগ কৰিব নোৱৰা গুণ-বৃদ্ধি বাদ দিছে আৰু উচ্চাৰণ-স্থান অনুযায়ী বৰ্ণৰ শ্ৰেণীবিভাগ আৰু প্লুত স্বৰৰ ব্যৱহাৰত বৰুৱাদেৱকে অনুসৰণ কৰিছে। বৰ্ণোচ্চাৰণ, ণত্ব-ষত্ববিধি আৰু সন্ধিৰ ক্ষেত্ৰতো বৰাই হেমচন্দ্ৰ বৰুৱাকে অনুসৰণ কৰিছে। বৰ্ণোচ্চাৰণত বৰাৰ বিশ্লেষণ যদিও উন্নত ণত্ব-ষত্ববিধি আৰু সন্ধিত সত্যনাথ বৰা বৰুৱাদেৱৰ পৰা এখোজো আঁতৰি অহা নাই। বৰুৱাদেৱৰ দৰে তেৰোঁ মতপ্ৰকাশ কৰিছে যে অসমীয়া ভাষাত সন্ধি নাই। কিন্তু শব্দ সন্ধিৰ ক্ষেত্ৰতহে এই কথা প্ৰযোজ্য। হেমচন্দ্ৰ বৰুৱাই তদ্ধিত প্ৰকৰণত দেখুওৱা ঘৰুৱা, ভতুৱা, ভিতৰুৱাল আদি শব্দত শব্দ আৰু প্ৰত্যয়ৰ মাজত হোৱা সন্ধিৰেই সুন্দৰ উদাহৰণ।

ব্যাকৰণখনৰ আটাইতকৈ দীঘল আৰু গুৰুত্বপূৰ্ণ অধ্যায় তিনিটা হৈছে: শব্দবৃত্তি প্ৰকৰণ, আখ্যাত প্ৰকৰণ আৰু বাক্যবিন্যাস প্ৰকৰণ। শব্দবৃত্তি প্ৰকৰণত বৰুৱাদেৱে বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়াবাচক বিশেষ্য, অব্যয়, অনুকাৰ শব্দ আদিৰ উল্লেখ কৰিছে আৰু কেইটামান বিশেষ্য আৰু সৰ্বনাম শব্দৰ বিভক্তি আৰু বচন অনুযায়ী ৰূপ হোৱা দেখুৱাইছে। অধ্যায়টোৰ শেষত ১৪টা সূত্ৰত লিঙ্গৰ বিষয়ে নাতিদীৰ্ঘ আলোচনা আগবঢ়াইছে। দৰাচলতে এই অধ্যায়টোৰ আদৰ্শতেই পৰৱৰ্তী কালৰ ব্যাকৰণত শব্দৰ শ্ৰেণীবিভাগ, শব্দৰ ৰূপ, পদৰ শ্ৰেণীবিভাগ, বিশেষ্য, বিশেষণ, সৰ্বনাম, অব্যয় আদিৰ শ্ৰেণীবিভাগ, বচন, লিঙ্গ আৰু সেইবোৰৰ প্ৰয়োগ সম্পৰ্কে একো একোটা স্বতন্ত্ৰ অধ্যায় সংযোজিত হৈছে। মন কৰিব লগীয়া যে এই অধ্যায়ত বৰুৱাদেৱে ব্ৰাউনে দেখুওৱা উত্তম পুৰুষ আৰু মধ্যমপুৰুষৰ সৰ্বনাম ময়, তয় -ৰ সলনি 'মই', 'তই' লিখিছে আৰু কৰ্তাকাৰকত ব্যৱহৃত এই দুটা সৰ্বনামৰ শেষৰ 'ই' যে প্ৰথমা বিভক্তি, সেই কথাও উল্লেখ কৰিছে।

'আখ্যাত প্ৰকৰণ' ব্যাকৰণখনিৰ আন এটি গুৰুত্বপূৰ্ণ অধ্যায়। হেমচন্দ্ৰ বৰুৱাৰ মতে

আখ্যাত শব্দৰ অৰ্থ হৈছে, 'যাৰ দ্বাৰা ক্ৰিয়াকালাদিৰ জ্ঞান হয়' (পৃ. ৬৭)। অৰ্থাৎ ধাতু, ক্ৰিয়া, কাল, ভাব আদিৰ আলোচনাই 'আখ্যাত প্ৰকৰণ'ৰ বিষয়। বঙলা ব্যাকৰণত ক্ৰিয়াপদ বুজাবলৈ 'আখ্যাত' শব্দটো ব্যৱহৃত হৈছে। গতিকে বঙলা ব্যাকৰণৰ প্ৰভাৱতে বৰুৱাদেৱে ক্ৰিয়াপদ বুজাবলৈ 'আখ্যাত' শব্দটো ব্যৱহাৰ কৰিছে বুলি ক'ব পাৰি। এই অধ্যায়ত লেখকে অসমীয়া ভাষাৰ এটি বিশেষ বৈশিষ্ট্যলৈ আঙুলিয়াইছে। সেইটো হৈছে উত্তম (বৰুৱাদেৱৰ মতে অস্মদ) আৰু মধ্যম (বৰুৱাদেৱৰ মতে যুস্মদ) পুৰুষৰ ক্ৰিয়াপদৰ পাছত বহুবচনবাচক 'হঁক' প্ৰত্যয়ৰ ব্যৱহাৰ। সত্যনাথ বৰাদেৱেও তেওঁৰ ব্যাকৰণত এই বৈশিষ্ট্যৰ কথা উল্লেখ কৰিছে। এই অধ্যায়টোৰ আন এটা মন কৰিবলগীয়া বিশেষত্ব হৈছে, সন্ধি সমাস আদিৰ বিপৰীতে ইয়াত ব্যৱহাৰ কৰা সকলো উদাহৰণ ঘৰুৱা অসমীয়া ভাষাৰ অৰ্থাৎ তদ্ভৱ শব্দ। সূত্ৰভিত্তিক এই অধ্যায়ত বৰুৱাদেৱে অসমীয়া ভাষাৰ ধাতু, ক্ৰিয়া, ক্ৰিয়াৰ কাল, ভাব, বাচ্য, পাঁচনিক্ৰিয়া (লেখকৰ মতে প্ৰেৰণী ক্ৰিয়া) যৌগিক ক্ৰিয়া ইত্যাদিৰ বিষয়ে যথোপযুক্ত উদাহৰণসহ সাৰগৰ্ভ আলোচনা আগবঢ়াইছে। বৰুৱাদেৱে পুৰুষবাচক বিভক্তিবোৰৰ কালানুসৰি তালিকা দিয়া নাই; কিন্তু সূত্ৰৰ সহায়ত প্ৰতিটো কালত, প্ৰতিটো পুৰুষত বিভক্তিবোৰে কেনে ৰূপ লয় সেয়া উদাহৰণসহ দেখুৱাই দিছে। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে অৰুণোদয় আৰু ব্ৰাউনৰ ব্যাকৰণত অ-বৰ্ণান্ত ধাতুৰ পাছত তৃতীয় পুৰুষৰ 'এ' বিভক্তি 'ই' হোৱা দেখুৱাইছে। যেনে হই (হৈ) লই, (লৈ) থই, (থৈ) আদি (ব্ৰাউনৰ ব্যাকৰণ, পৃ. ৪৯)। এই নীতিৰ বিপৰীতে বৰুৱাদেৱে 'এ'ৰ ঠাইত 'য়' হোৱা দেখুৱাইছে এনেদৰে লয়, হয়, যায় আদি (অসমীয়া ভাষাৰ ব্যাকৰণ, পৃ. ৭০)। সেইদৰে অৰুণোদয় আৰু ব্ৰাউনৰ ব্যাকৰণত অনুসৃত যা, ল আৰু হ ধাতুৰ নিত্য বৰ্তমান কালৰ গইচো, গইচা, লইছা, হইচো, কৈছা, গৈছা আদি দুই ধৰণৰ ৰূপৰ বিপৰীতে হেমচন্দ্ৰ বৰুৱাই গৈছো, গৈছা, লৈছো, হৈছো, কৈছা আদি ৰূপহে বিকল্পহীনভাৱে দেখুৱাইছে।

'বাক্যবিন্যাস প্ৰকৰণ'ত মন কৰিবলগীয়া বিশেষত্ব হৈছে, ইয়াত সূত্ৰৰ সলনি বিভিন্ন 'বিধি' অৰ্থাৎ ২৬ প্ৰকাৰ নিয়মৰ কথা উল্লেখ কৰি সেই নিয়মানুযায়ী কি দৰে বাক্যত কৰ্তা, কৰ্ম, ক্ৰিয়া আদি বিবিধ পদ সংস্থাপিত হয়, তাৰ নাতিদীৰ্ঘ ব্যাখ্যা দাঙি ধৰাৰ লগতে সংস্কৃতৰ বিবিধ লক্ষণা অৰ্থালঙ্কাৰ অসমীয়া বাক্যত প্ৰয়োগ হোৱাৰ সুন্দৰ উদাহৰণ দাঙি ধৰিছে। এই অধ্যায়ত লেখকে গদ্য ভাষাৰ বাক্যৰ লগতে পদ্য ভাষাৰ ছন্দোবদ্ধ.বিবিধ বাক্যত ব্যৱহৃত সৰ্বনামত ক্ৰিয়াপদ আদিৰ বিষয়েও আলোচনা কৰিছে। 'পদ্য ৰচনা' শিতানৰ বিশেষত্ব হৈছে ইয়াতে পোন প্ৰথমবাৰৰ বাবে বিভিন্ন পদ পুথিৰ দুলড়ী, ছবি, লেছাৰী, ঝুমুৰী, কুসুমমালা আৰু মুক্তাৱলী ছন্দৰ উল্লেখ পোৱা যায়। তেওঁৰ আৰ্হিতে সত্যনাথ বৰা প্ৰমুখ্যে পৰৱৰ্তী বৈয়াকৰণসকলে তেওঁলোকৰ ব্যাকৰণত 'পদ্য প্ৰকৰণ' ধৰণৰ শিতান একোটাত অসমীয়া ভাষাৰ ছন্দ বিষয়ক আলোচনা সংযোজন কৰিছে। পুৰণি পদ্য ভাষাৰ প্ৰসঙ্গতে বৰুৱাদেৱে

'ধ্বন্যাঘাত' শব্দৰে অসমীয়া ভাষাত থকা শ্বাসাঘাতৰ উল্লেখ কৰি তেওঁৰ অসমীয়া ভাষাত থকা দক্ষতা তথা ধ্বনি উচ্চাৰণৰ ক্ষেত্ৰত সূক্ষ্ম চিন্তাৰ পৰিচয় দিছে। বাক্যবিন্যাস প্ৰকৰণ ব্ৰাউনৰ ব্যাকৰণত নাই। গতিকে সংস্কৃত আৰু বঙলা ভাষাৰ আৰ্হিত এই অধ্যায়ত বৰুৱাই মৌলিক চিন্তাৰ সুন্দৰ নিদৰ্শন দাঙি ধৰিছে।

ব্ৰাউনৰ ব্যাকৰণত নথকা কিন্তু হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণত সংযোজিত আন এটি প্ৰয়োজনীয় অধ্যায় হৈছে 'চিহ্ন প্ৰকৰণ'। "পঢ়িবৰ সময়ত বিশ্ৰাম আদিৰ নিমিত্তে কিছুমান চিনৰ আৱশ্যক।" পুৰণি অসমীয়া ভাষাত এনে ধৰণৰ চিন মাত্ৰ দুটা আছিল : প্ৰথম চৰণৰ শেষত এডাল আঁচ '।' আৰু দ্বিতীয় চৰণৰ শেষত দুডাল আঁচ '।।'। পৰৱৰ্তী কালত এনে চিহ্নৰ সংখ্যা বাঢ়িল। হেমচন্দ্ৰ বৰুৱাই উল্লিখিত চিন দুটাক ক্ৰমে ছেদ আৰু পূৰ্ণছেদ বুলি দেখুৱাই ইংৰাজী ব্যাকৰণৰ আৰ্হিত ভালেমান চিনৰ উল্লেখ কৰিছে। যেনে, যতি (,), আবেগ চিহ্ন (!), উদ্ধৃত চিহ্ন (" "), ধনুৰেখা ( ), একদেশ চিহ্ন (-) ইত্যাদি। এই বোৰ ক্ৰমে ইংৰাজী Comma, note of admiration, quotation, bracket, Hyphen আদি শব্দৰে অসমীয়া ৰূপান্তৰ। বৰুৱাদেৱৰ আৰ্হিতে পৰৱৰ্তী কালৰ অসমীয়া ব্যাকৰণত 'চিহ্ন প্ৰকৰণ' শিতান এটা সংযোজিত হৈছিল আৰু বৰুৱাদেৱে দিয়া চিনবোৰৰ নাম সলনি হোৱাৰ লগতে পৰিণতিদ্যোতক (>), উৎপত্তিদ্যোতক (<) আদিকে ধৰি ভালেমান নতুন চিহ্নৰ নামো সেই শিতানৰ অন্তৰ্ভুক্ত হৈছিল।

এইদৰে দেখা যায় যে হেমচন্দ্ৰ বৰুৱাই প্ৰথমগৰাকী অসমীয়া ভাষাবিদ, যি সূত্ৰভিত্তিক নিদানমূলক 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ জৰিয়তে অসমীয়া ভাষাটোৰ ধ্বনিগত, ৰূপগত আৰু বাক্যগত, এই কেউটা দিশৰ গাঁথনিক বিশ্লেষণ কৰি আধুনিক অসমীয়া ভাষাটোৰ সুদৃঢ় ভেটি প্ৰতিষ্ঠা কৰিলে। কিন্তু অতি আচৰিত কথা, অসমীয়া ভাষাটোৰ নাড়ী-নক্ষত্ৰ চিনি পোৱা বৰুৱাদেৱৰ এই ব্যাকৰণখনত এটা গুৰুত্বপূৰ্ণ অসমীয়া বাগধ্বনি 'ৱ' -ৰ সলনি বঙলাৰ দৰে 'য়' ব্যৱহাৰ হৈছে। ব্যাকৰণখনৰ প্ৰথম অধ্যায় 'বৰ্ণবিন্যাস প্ৰকৰণ'ৰ আদিতে থকা বৰ্ণমালাৰ ৫০টা আখৰৰ মাজত 'ৱ' -ৰ ব্যৱহাৰ আছে, কিন্তু মুদ্ৰণপ্ৰমাদ হেতু 'ৱ' নহৈ 'ব' হৈ আছে। তাৰ পাছত এই বৰ্ণটো ব্যাকৰণখনৰ মাত্ৰ দুঠাইতহে ব্যৱহাৰ হৈছে : ওষ্ঠ্য বৰ্ণ হিচাপে দুই পৃষ্ঠাত ('ৱ' হিচাপে নহয়, বঙলাৰ দৰে 'ব' হিচাপেহে) আৰু বৰ্ণৰ উচ্চাৰণ ব্যাখ্যা কৰোঁতে পৃষ্ঠাত থকা এই বাক্যত " ৱ বৰ্ণমালাৰ লকাৰৰ পাছত থকা ৱকাৰৰ উচ্চাৰণ সিটো বকাৰতকৈ লঘু।" ইয়াত একেটা বাক্যতে 'ৱ' দুবাৰ ব্যৱহাৰ হৈছে। ইয়াৰ পাছত আৰু ব্যাকৰণখনৰ ক'তো 'ৱ' ব্যৱহাৰ দেখা নাযায়। ফলত পোৱা, খোৱা, যোৱা, হোৱা আদি ৰূপবোৰ বঙলা ভাষাৰ দৰে পোয়া খোয়া, যোয়া, হোয়া হৈ পৰিল, যিটোৱে ব্যাকৰণখনৰ সৌন্দৰ্য বহুখিনি লাঘৱ কৰিছে। এতিয়া কথা হ'ল, যি গৰাকী হেমচন্দ্ৰ বৰুৱাই অৰুণোদয় তথা মিছনেৰিসকলৰ সবল আখৰ জোঁটনি সলাই সংস্কৃতমূলীয় কৰিছিল, অসমীয়া-বঙলা ভাষাৰ পাৰ্থক্যসূচক 'ৱ' আখৰটো

অসমীয়া ভাষাত ব্যৱহাৰ কৰিবৰ কাৰণে যিজন সমকালীন চৰকাৰৰ লগত মসী যুদ্ধত অৱতীর্ণ হৈ শেষত 'উনবিংশ শতিকাৰ অষ্টমটো দশকত জয়ী' হৈছিল, সেইজন হেমচন্দ্র বৰুৱাই কিয় তেওঁৰ ব্যাকৰণত 'ৱ' ৰ সলনি অবাধে 'য়' ব্যৱহাৰ কৰিছিল, সেয়া আজিও অবোধ্য। মন কৰিবলগীয়া, বৰুৱাদেৱতকৈ ন-বছৰৰ আগতেই অসমীয়া ভাষাৰ ব্যাকৰণ লিখা ব্রাউনে 'ৱ'ৰ অস্তিত্ব স্বীকাৰ কৰি তেওঁৰ ব্যাকৰণত প্রয়োগ কৰিছিল আৰু কৈছিল,

"For the two Sanskrit letters b and v, the Bengali alphabet has but one representative b, while the Assamese contains ব and ৱ pronounced b and w" (Introduction).

অৰুণোদয় আৰু ব্রজনৰ অভিধানতো 'ৱ'ৰ প্রয়োগ হৈছিল আৰু ১৮৫৫ চনত প্রকাশিত 'য়োচেফৰ বিবৰণ আৰু ইস্রায়েল লোকৰ যাত্রা' গ্রন্থতো ঠায়ে ঠায়ে 'ৱ' -ৰ প্রয়োগ হৈছিল। উল্লিখিত আটাইবোৰ গ্রন্থ শিৱসাগৰৰ আমেৰিকান বেপ্তিষ্ট মিছন প্রেছত ছপা হৈছিল। ১৮৫৯ চনত হেমচন্দ্র বৰুৱাৰ ব্যাকৰণখনো সেই একেটা প্রেছতে ছপা হৈ ওলাইছিল। কিন্তু বৰুৱাদেৱৰ ব্যাকৰণত কেনেকৈ 'ৱ'ৰ ঠাইত 'য়' হ'ল, সেয়া 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ দ্বিতীয় সংস্কৰণৰ সংগ্রাহক ড° যোগেন্দ্রনাৰায়ণ ভূঞাদেৱে ক'বৰ দৰে 'নিশ্চয় অভিনিৱেশ যোগ্য'। যান্ত্রিক বিজুতি বা ছপা ভুলৰ বাবেও এনে হৈছে বুলিব নোৱাৰি। কিয়নো সমসাময়িক কালত একেটা প্রেছৰ পৰাই মুদ্রিত হোৱা উল্লিখিত গ্রন্থবোৰত 'ৱ'ৰ ব্যৱহাৰ আছে। আমাৰ বোধেৰে অতিমাত্রা বঙলা প্রভাৱৰ বাবেই বৰুৱাদেৱে তেওঁৰ প্রথম গ্রন্থ 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত বঙলাৰ দৰে 'ৱ'ৰ ঠাইত 'য়' ব্যৱহাৰ কৰিছিল। বৰুৱাদেৱে বঙলা ব্যাকৰণৰ লগতে বঙলা ভাষাত লিখা সংস্কৃত ব্যাকৰণ কৌমুদীকে তেওঁৰ ব্যাকৰণ ৰচনাৰ প্রধান আৰ্হি হিচাপে লৈছিল। গতিকে তাৰ প্রভাৱতে তেওঁৰ জীৱনৰ প্রথম গ্রন্থ 'অসমীয়া ভাষাৰ ব্যাকৰণ'ত 'ৱ'ৰ সলনি 'ব' আৰু 'য়' হৈছিল। মন কৰিবলগীয়া যে বৰুৱাদেৱে তেওঁৰ এই ভুল ধৰিব পাৰিছিল আৰু সেয়েহে তাৰ দুবছৰৰ পাছত ১৮৬১ চনত প্রকাশিত 'কানীয়া কীৰ্ত্তন'ত তেওঁ 'ৱ'ৰ যথাযথ ব্যৱহাৰ কৰিছিল।

কেৱল 'ৱ'ৰ ব্যৱহাৰৰ ক্ষেত্রতে নহয়, আন আন বৈয়াকৰণিক ৰূপৰ বিশ্লেষণৰ ক্ষেত্রতো 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ ভালেখিনি ত্রুটি-বিচ্যুতি আছে। কিন্তু অসমীয়া ভাষাৰ সংস্কৃতীয়া আৰু নিজস্ব— এই দুয়োটা ৰূপ ফুটাই তুলিবলৈ গৈ ণত্ববিধি-ষত্ববিধি, কাৰক, সমাস, কৃৎ, তদ্ধিত, ক্রিয়াপদ, বাক্যবিন্যাস আদিৰ আলোচনাত তেওঁ যি বিৰল প্রতিভাৰ পৰিচয় দিছে, সি অতুলনীয়। আজিৰপৰা প্রায় ডেৰশ বছৰৰ আগতে উল্লিখিত দিশবোৰৰ বিষয়ে তেওঁ যি মূল্যবান আলোচনা আগবঢ়াই থৈ গৈছে, তাত নতুন নতুন কথা সংযোগ হৈছে সঁচা, কিন্তু সেই সেই বিষয়ত তেওঁৰ দৃষ্টিভঙ্গীক আজিও কোনেও অতিক্রম কৰিব পৰা নাই। সমাসৰ ক্ষেত্রত হেমচন্দ্র বৰুৱাই দি যোৱা ৬টী তৎপুৰুষ সমাসৰ উদাহৰণ গছতল,

হাতীদাঁত আদি। ৭মী তৎপুৰুষ সমাসৰ উদাহৰণ গছপকা, তলসৰা আদি, নঞ্ তৎপুৰুষৰ উদাহৰণ অমানুহ, অকলে আদি এতিয়াৰ ব্যাকৰণতো একেদৰে ব্যৱহৃত হৈ আছে। সেইদৰে বৰুৱাদেৱে তদ্ধিত প্ৰকৰণত দেখুওৱা শব্দগঠনাত্মক অধিকাংশ তদ্ধিত প্ৰত্যয়ো এতিয়াৰ ব্যাকৰণত সামান্য পৰিবৰ্তিত ৰূপত ৰক্ষিত হৈছে। কাৰকৰ বিভক্তিৰ ক্ষেত্ৰত দেখা যায় যে ব্ৰাউনে কৰ্তাকাৰকৰ কাৰণে কোনো বিভক্তি নিৰ্দেশ কৰা নাই; ৫মী বিভক্তি হিচাপে - এ। এৰে দেখুৱাইছে যদিও সি অশুদ্ধ। হেমচন্দ্ৰ বৰুৱাই অপাদানৰ ৫মী 'পৰা' কে ধৰি সাতোটা কাৰকৰ (সম্বন্ধ পদসহ) কাৰণে সাতোটা বিভক্তি নিৰ্দিষ্ট কৰি দিছে। যেনে, ১মা -এ, (-ই), ২য়া -ক্, ৩য়া -ৰে, ৪র্থী -লৈ, ৫মী -পৰা, ৬ষ্ঠী -ৰ আৰু ৭মী -ত। ১ মা -ই বিভক্তিয়ে যে পৰিবেশ বিশেষে -এ ৰূপ লয়, তাকো উনুকিয়াই দিছে। বৰুৱাদেৱৰ আৰ্হিতে অধিকাংশ স্কুলীয়া ব্যাকৰণত ১মা -এ, -ই আৰু ৫মী 'পৰা'কে ধৰি সাতোটা বিভক্তিৰ উল্লেখ আছে, যদিও 'পৰা' পৰসৰ্গহে। এই দৰে দেখা যায় যে উনবিংশ শতিকাৰ ষষ্ঠ দশকতে ৰচিত হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ গুৰুত্ব এতিয়াও অক্ষুণ্ণ হৈয়ে আছে। বৰ্তমান বিশিষ্ট ভাষাবিদ ড° গোলোকচন্দ্ৰ গোস্বামী আৰু ড° উপেন্দ্ৰনাথ গোস্বামীদেৱে ভাষাবৈজ্ঞানিক দৃষ্টিভঙ্গীৰে অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাত প্ৰবৃত্ত হৈছে যদিও অসমীয়া ভাষাটোৰ ধ্বনিগত, ৰূপগত আৰু বাক্যগত উপাদান কেতবোৰৰ আলোচনাত হেমচন্দ্ৰ বৰুৱাক উলাই কৰিব পৰা নাই। মুঠতে হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া ভাষাটো ফালি-ছিৰি তাৰ ভিতৰ ডোখৰ কেনেকুৱা' তাক 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ জৰিয়তে ফঁহিয়াই দেখুৱাই তাৰ প্ৰতি এহাতেদি তৎকালীন অসমৰ দেশী-বিদেশী সকলো লোকৰে দৃষ্টি আকৰ্ষণ কৰি অসমৰ স্কুল-আদালতত অসমীয়া ভাষাৰ পুনৰ প্ৰচলনৰ যুঁজখনত সেই ব্যাকৰণক পাশুপাত হিচাপে ব্যৱহাৰ কৰিছিল আৰু আনহাতেদি একেমূলীয় বঙলাৰ দৰে সংস্কৃতীয়া আখৰ-জোঁটনি আৰু সংস্কৃতিয়া ভাষাৰীতি গ্ৰহণ কৰি আধুনিক অসমীয়া ভাষাৰ ভেটি কটকটীয়া কৰিছিল।

'অসমীয়া ভাষাৰ ব্যাকৰণ'ত কেৱল তৎকালীন অসমীয়া ভাষাটোৱেই নহয়, হেমচন্দ্ৰ বৰুৱাৰ ব্যক্তিগত জীৱন আৰু সমসাময়িক সমাজ-জীৱনৰো একো চমকা পোহৰ বিচ্ছুৰিত হৈ আছে। হেমচন্দ্ৰ বৰুৱা যে জীৱনৰ আগডোখৰত ঈশ্বৰ বিশ্বাসী আছিল আৰু তৎকালীন অসমীয়া সমাজত যে বেশ্যা বৃত্তিৰ প্ৰচলন আছিল, সেই কথাৰ উমান পাব পাৰি ব্যাকৰণখনত দাঙি ধৰা বিভিন্ন উদাহৰণৰ পৰা। সন্দেহসূচক 'যদি' শব্দৰ প্ৰয়োগত উল্লেখ কৰা "যদি ঈশ্বৰে দিয়ে, পাম" (পৃ. ১১০), অনুজ্ঞা বা প্ৰাৰ্থনা অৰ্থত দিয়া "হে প্ৰভু ক্ষমা কৰা" (পৃ. ১১১), দ্বিমাত্ৰ যতি প্ৰসঙ্গত দিয়া "ঈশ্বৰ সৰ্বশক্তিমান, সৰ্বকৰ্তা আৰু সৰ্বজ্ঞ; অতএব মানুহৰ উচিত, তেওঁলৈ ভয়, শ্ৰদ্ধা আৰু ভক্তি কৰে" (পৃ. ১৫১) আদি উদাহৰণে বৰুৱাদেৱৰ ঈশ্বৰত বিশ্বাস থকাৰ ইঙ্গিত দিয়ে। সেইদৰে বাক্য প্ৰকৰণত ব্যঞ্জক লক্ষণা আৰু শ্লেষ লক্ষণাৰ উদাহৰণ স্বৰূপে দাঙি ধৰা গণিকা সম্পৰ্কীয় তেনেই সংক্ষিপ্ত কাহিনী আৰু দুটামান বাক্যই তৎকালীন

অসমত গণিকা বৃত্তিৰ প্ৰচলন থকাৰ, স্বামী থকা সত্ত্বেও উপপতিৰ লগত গোপনে মিলিত হোৱাৰ আৰু 'ৰাতিএ পতি পাঁচ টকাকৈ লোৱা' গণিকা নাৰীৰ খণ্ডিত ছবি দাঙি ধৰিছে। এনে উদাহৰণত ডেকা বৈয়াকৰণজনৰ 'কল্পনাৰ চপলতা" অথবা তেওঁ কৰা বঙলা সাহিত্যৰ পঠনৰ প্ৰভাৱো থাকিব পাৰে। কিন্তু এনে প্ৰভাৱো সমসাময়িক অসমীয়া সমাজৰে চিত্ৰ। অসমীয়া পদ্য ৰচনাৰ ছন্দ সম্পৰ্কে আলোচনা কৰোঁতে হেমচন্দ্ৰই কৈছে, 'অসমীয়া ভাষাত যদিও পদ্যৰ বিশেষ পাৰিপাট্য নাই, তথাপি "শংকৰদেৱ প্ৰভৃতি কবিসকলে কৰা অনেক কবিতা আজি পৰ্যন্ত সকলোৰে আদৰণীয়া হৈ আছে।" এয়াও নিশ্চয় হেমচন্দ্ৰৰ সমসসাময়িক অসমৰ ছবিখনৰে এচমকা ৰং ('ভূমিকা', অসমীয়া ভাষাৰ ব্যাকৰণ, ডিব্ৰুগড় বিশ্ববিদ্যালয় সংস্কৰণ)।

এইদৰে দেখা যায় যে প্ৰয়োজনৰ তাগিদাত সংস্কৃত, ইংৰাজী, বঙালী, হিন্দী আদি ভাষাৰ আৰ্হিত 'অসমীয়া ভাষাৰ ব্যাকৰণ' ৰচনা কৰিলেও এই ব্যাকৰণত ২৪ বছৰীয়া ডেকা হেমচন্দ্ৰ বৰুৱাই এগৰাকী অভিজ্ঞ ভাষাবিদৰ দৰে অসমীয়া ভাষাৰ প্ৰায় সকলো দিশৰেই সূত্ৰভিত্তিক ব্যাখ্যা দাঙি ধৰি পাণিনিয়ে সংস্কৃত ভাষাক দিয়াৰ দৰে আধুনিক অসমীয়া ভাষাক এক সুদৃঢ় প্ৰতিষ্ঠা দিলে— যাৰ কাৰণে হেমচন্দ্ৰ বৰুৱাক অসমৰ পাণিনি আখ্যা দিব পাৰি। ভাষা পৰিবৰ্তনশীল। সেই পৰিবৰ্তনৰ লগত খোজ মিলাই ভাষাৰ ব্যাকৰণেও সময়ে সময়ে ৰূপ সলায়। হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰো ভালেমান পৰিবৰ্তন হৈছে। কিন্তু তেওঁৰ ব্যাকৰণৰ গুৰুত্ব আজিও কোনেও অস্বীকাৰ কৰিব পৰা নাই। মুঠতে অসমত ব্যাকৰণৰ ৰূপত অসমীয়া ভাষাতে ভাষাচৰ্চাৰ প্ৰথম নিদৰ্শন হিচাপে বেজবৰুৱাৰ ভাষাত 'সোণৰ শিকলি' স্বৰূপ 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ ঐতিহাসিক মূল্য আৰু গুৰুত্ব অসমীয়া ভাষা জীয়াই থকালৈকে অটুট থাকিব।

শেহত 'অসমীয়া ভাষাৰ ব্যাকৰণ'ৰ দ্বিতীয় সংস্কৰণৰ সংগ্ৰাহক আমাৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা আৰু প্ৰকাশক ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগলৈ ধন্যবাদ জনাইছোঁ আমাক এই গ্ৰন্থ প্ৰথমবাৰৰ বাবে হাতত লোৱাৰ সুবিধা দিয়াৰ বাবে। এই ব্যাকৰণখন বাণীকান্ত কাকতিদেৱে দেখিছিল নে নাই নাজানো। কিন্তু অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণেতা ড° ডিম্বেশ্বৰ নেওগ, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে যে দেখা নাছিল, সি ধুৰূপ। সেয়েহে ১৮৭৩ চনত সংশোধিত 'অসমীয়া ব্যাকৰণ'কে বৰুৱাদেৱৰ প্ৰথম ব্যাকৰণ বুলি ভাবিছিল। গতিকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে ১৯৯৫ চনৰ এপ্ৰিলত এই ব্যাকৰণখনি ছপাই এটি মহৎ কৰ্ম সাধন কৰিলে। বৰ্তমান ব্যাকৰণখনিৰ পৃষ্ঠা সংখ্যা ১৬৮ (হেমচন্দ্ৰ বৰুৱাৰ ইংৰাজী আৰু অসমীয়া ভূমিকা অংশ বাদ দি) আৰু মূল্য ৭৫.০০।

# উনবিংশ শতিকাৰ অসমীয়া পঢ়াশলীয়া ব্যাকৰণ

## বসন্ত কুমাৰ ভট্টাচাৰ্য

কোনো এটা ভাষাৰ গঠন প্ৰক্ৰিয়াৰ বিশ্লেষণাত্মক আলোচনাৰ অন্যতম শিৰোনামা হ'ল ব্যাকৰণ। ভাষাৰ বিচাৰ-বিশ্লেষণ প্ৰসংগত ভাষাতত্ত্ব, ভাষাবিজ্ঞান আদি পদৰ প্ৰয়োগ অৰ্বাচীন। প্ৰাচীন ভাৰতত ভাষাৰ বিচাৰ-বিশ্লেষণ বুজাবলৈ 'ব্যাকৰণ' পদৰ প্ৰয়োগ কৰা হৈছিল। ইয়াক 'শব্দবিদ্যা'ও বোলা হৈছিল। ইংৰাজীত ইয়াক বোলা হয় Grammar। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে ভাৰতীয় 'ব্যাকৰণ' আৰু ইংৰাজী 'Grammar', এই শব্দ দুটাৰ মাজত ব্যুৎপত্তিগত অৰ্থৰ পাৰ্থক্য আছে। 'Grammar' শব্দটোৰ 'অৰ্থ হ'ল 'art of writing and speaking a language correctly'। আনহাতে ভাৰতীয় 'ব্যাকৰণ' শব্দটোৰ অৰ্থ হৈছে বিশ্লিষ্ট বা ব্যাকৃত কৰা (বি-আ+কৃ+অনট্)। 'ব্যক্রিয়ন্তে ব্যুৎপাদন্তে শব্দা: অনেন ব্যাকৰণম্". যজুৰ্বেদত পোন প্ৰথমতে এই শব্দটোৰ প্ৰয়োগ হৈছিল। উক্ত বেদত উল্লেখ কৰা হৈছে যে, ইন্দ্ৰই পোনতে ভাষাৰ উপাদানসমূহক বিশ্লেষণ কৰি সিবোৰৰ ব্যাখ্যা দাঙি ধৰিছিল। তেতিয়াৰে পৰা ভাষাৰ বিশ্লেষণ বুজাবলৈ 'ব্যাকৰণ' পদৰ সংচালনিভাৱে প্ৰয়োগ হৈ আহিছে।

মধ্যযুগত 'ব্যাকৰণ' পদে ভাষাৰ বিশ্লেষণক নুবুজাই, ভাষাবিশেষৰ গঠন আৰু প্ৰয়োগৰ ক্ষেত্ৰত আৰোপিত কেতবোৰ নীতি-নিৰ্দেশনা তথা বাধা নিষেধক বুজাবলৈ ল'লে। ভাষা এটাৰ শুদ্ধাশুদ্ধ বিচাৰ কৰি শুদ্ধৰূপটো প্ৰতিষ্ঠা কৰোটোৱেই হ'ল মধ্যযুগীয় ব্যাকৰণৰ মূল উদ্দেশ্য। সেয়ে, মধ্যযুগীয় ব্যাকৰণ হ'ল নিৰ্দেশমূলক।

সাম্প্ৰতিক কালতো ব্যাকৰণৰ সূত্ৰসমূহে ভাষাৰ শুদ্ধাশুদ্ধ বিচাৰৰ ওপৰতেই গুৰুত্ব আৰোপ কৰিছে। উদাহৰণ স্বৰূপে, সাম্প্ৰতিক কালৰ দুগৰাকী বিশিষ্ট বৈয়াকৰণৰ দুটা সূত্ৰ তলত উল্লেখ কৰা হ'ল ঃ

১। "যি পুথি পঢ়িলে অসমীয়া ভাষা শুদ্ধকৈ ক'ব আৰু লিখিব পৰা যায় আৰু ভাষা সম্বন্ধে ব্যুৎপত্তি জন্মে, তাৰ নাম অসমীয়া ব্যাকৰণ (Assamese Grammar)।

[হেমচন্দ্ৰ বৰুৱা]

২। "যে বিদ্যাৰদ্বাৰা কোনও ভাষাকে বিশ্লেষ কৰিয়া তাহাৰ স্বৰূপটী আলোচিত হয়, এবং সেই ভাষাৰ পঠনে ও লিখনে এবং তাহাতে কথোপকথনে শুদ্ধ ৰূপে তাহাৰ প্ৰয়োগ কৰা যায়, সেই বিদ্যাকে সেই ভাষাৰ ব্যাকৰণ (grammar) বলে।"

[ড° সুনীতি কুমাৰ চট্টোপাধ্যায়]

ব্যাকৰণৰ উল্লিখিত সূত্ৰ দুটায়ো যে মধ্য যুগীয় ব্যাকৰণৰ দৰে নিৰ্দেশমূলক ৰীতিক স্পষ্ট কৰি তুলিছে, তাক সহজে অনুভৱ কৰিব পাৰি।

নক'লেও হ'ব যে, প্ৰাচীন ভাৰতত ভাষাৰ বিশ্লেষণ আৰু ব্যাখ্যাৰ জৰিয়তে ব্যাকৰণ ৰচনাৰ ধাৰ আৰম্ভ হৈছিল পিছলৈ তাৰ মাজত নিৰ্দেশমূলক ধাৰণাটি স্পষ্ট হৈ উঠিছিল। সংস্কৃত ব্যাকৰণ ৰচনা কৰাৰ মূলতে আছিল দেৱভাষাস্বৰূপে সমাদৃত সংস্কৃত ভাষাক অবিকৃতভাৱে ৰখাৰ প্ৰচেষ্টা। সেয়েহে, মহামুনি পাণিনিয়ে তেওঁৰ 'অষ্টাধ্যায়ী'ত সেইকালৰ আদৰ্শ সংস্কৃত ভাষাটোৰ বিচাৰ-বিশ্লেষণত বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণ কৰিলেও, তাৰ মাজেদি বিৰিঙি উঠিছিল ভাষাটোৰ শুদ্ধাশুদ্ধৰ নীতি-নিৰ্দেশনামূলক আদৰ্শ। গ্ৰীক, লেটিন আদি 'গ্ৰামাৰ' ৰচনাৰ ক্ষেত্ৰতো পোনতে বিশ্লেষণাত্মক দৃষ্টিভংগী পৰিস্ফুটিত হলেও, পিছলৈ সেইবোৰৰ মাজতো নিৰ্দেশমূলক মনোভাৱটিয়ে প্ৰাধান্য বিস্তাৰ কৰিছিল।

ঊনবিংশ শতিকাত ভাষাৰ তুলনামূলক অধ্যয়ন আৰম্ভ হয়। এনে অধ্যয়ন ভাষাৰ ব্যস্তৰূপৰ ওপৰত কেন্দ্ৰীভূত হ'ল, আৰু মধ্যযুগত বিস্তৃতি লাভ কৰা নিৰ্দেশমূলক ব্যাকৰণৰ ধাৰাটোক নিষ্প্ৰভ কৰি বৈয়াকৰণ-সকল বিশ্লেষণাত্মক ব্যাকৰণ ৰচনাৰ প্ৰতি আগ্ৰহী হৈ উঠিল।

সাম্প্ৰতিক কালত ভাষাৰ গঠনৰীতিৰ বিচাৰ-বিশ্লেষণেই হ'ল ব্যাকৰণ ৰচনাৰ উদ্দেশ্য। সম্প্ৰতি, পাশ্চাত্যত বৰ্ণনামূলক ভাষাবিজ্ঞান আৰু বৰ্ণনামূলক ব্যাকৰণৰ মাজত কোনো ধৰণৰ পাৰ্থক্য ৰখাৰ চেষ্টা দেখা নাযায়। পাশ্চাত্যত, বৰ্ণনামূলক ব্যাকৰণ (Descriptive Grammar)ক বৰ্ণনামূলক ভাষাবিজ্ঞানো (Descriptive Linguistics) বোলা হয়। আব্ৰাহাম্ নোৱম্ চম্স্কিয়ে তেওঁৰ ভাষাতত্ত্বৰ গ্ৰন্থখনৰ নামকৰণ কৰিছে; "Transformational Generative Grammar"। অৱশ্যে তত্ত্বমূলক দিশৰপৰা চালে উভয়ৰে মাজত পাৰ্থক্য নথকা নহয়। ড° ৰামেশ্বৰ শ্ব'ই তেওঁৰ 'সাধাৰণ ভাষাবিজ্ঞান ও বাংলা ভাষা' শীৰ্ষক গ্ৰন্থত বৰ্ণনামূলক ভাষাবিজ্ঞান আৰু বৰ্ণনামূলক ব্যাকৰণৰ পাৰ্থক্য দেখুৱাইছে এনেদৰে, "বৰ্ণনামূলক ভাষাবিজ্ঞানত সাধাৰণ তত্ত্ব আৰু বৈজ্ঞানিক দিশটোৱেই মুখ্য আৰু বৰ্ণনামূলক ব্যাকৰণত ভাষাবিশেষৰ বাস্তৱ বৰ্ণনা আৰু বিশ্লেষণেই প্ৰধান।"

কোনো এটা জাতিৰ জাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চাৰ ব্যাপ্তি আৰু গতিবেগে

সেই জাতিটোৰ মহত্ব, স্বতন্ত্ৰতা আৰু গৰিমা প্ৰকাশ কৰাত বিশেষ বৰঙণি যোগায়। যিবোৰ জাতিয়ে জগতৰ বুকুত নিজ নিজ মহত্ব আৰু স্বকীয়তাৰে গৌৰৱময় স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে, সেইবোৰ জাতিৰ ভাষা-সাহিত্য সংস্কৃতিৰ চিন্তা-চৰ্চাৰ ইতিহাস স্পন্দনপূৰ্ণ আৰু সুসমৃদ্ধ। উত্তৰ পূব ভাৰতৰ, বৰ্তমান অসম নামেৰে পৰিচিত ৰাজ্যখনত বাসকৰা অসমীয়া জাতিটোৰ সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চা আৰু সৃষ্টিৰ ইতিহাস সুপ্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ, কিন্তু ইয়াৰ ভাষাচৰ্চাৰ পৰম্পৰা অৰ্বাচীন। উনবিংশ শতিকাৰ চতুৰ্থ দশকৰ পৰাহে এইখন ৰাজ্যত ব্যাকৰণ ৰচনাৰ যোগেদি ভাষাচৰ্চাৰ ইতিহাস আৰম্ভ হয়।

খৃ. ১৮২৬ চনত, ইয়াণ্ডাবু সন্ধিৰ চৰ্ত অনুসৰি অসমৰ শাসনভাৰ বৃটিছ চৰকাৰে গ্ৰহণ কৰে। শাসনকাৰ্য নিয়াৰিকৈ চলাবৰ নিমিত্তে বৃটিছ বিষয়াসকলে অসমীয়া ভাষাটো শিকাৰ প্ৰয়োজন হোৱাত অন্যতম বৃটিছ বিষয়া উইলিয়াম ৰবিন্সন্ চাহাবে খৃ. ১৮৩৯ চনত 'A Grammar of Assamese Language' শীৰ্ষক অসমীয়া ভাষাৰ প্ৰথমখন ব্যাকৰণ লিখি অসমীয়া ব্যাকৰণ ৰচনাৰ শুভাৰম্ভ কৰে।

খৃ. ১৮৩৬ চনত ৰোমান কেথলিক মিছনৰ কৰ্মী হিচাপে অসমত পদাৰ্পণ কৰা ৰবিন্সন চাহাবে খৃ. ১৮৩৮ চনত গৌহাটী গৱৰ্ণমেণ্ট ছেমিনাৰী'ৰ দ্বিতীয়গৰাকী প্ৰধান শিক্ষকস্বৰূপে নিযুক্তি লাভ কৰে আৰু তাৰ পিছত বৃটিছ প্ৰশাসনীয় সেৱাত যোগদান কৰি স্কুল পৰিদৰ্শক পদত নিয়োজিত হয়। উল্লিখিত ব্যাকৰণখন তেওঁ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰি থকা অৱস্থাতে ৰচনা কৰে। ৰবিন্সন চাহাবৰ ব্যাকৰণখনৰ আৰ্হি আছিল লেটিন ব্যাকৰণ আৰু মাধ্যম আছিল ইংৰাজী ভাষা। ব্যাকৰণখন ছপোৱা হৈছিল শ্ৰীৰামপুৰৰ মিছন প্ৰেছত আৰু প্ৰকাশকো আছিল উল্লিখিত মিছন। ইয়াৰ পৃষ্ঠা সংখ্যা ৭৮+২। অসমীয়া ভাষাৰ স্বকীয়তা সাধাৰণভাৱে তুলি ধৰি অসমত ব্যাকৰণ ৰচনাৰ এক নমুনা দাঙি ধৰা বাবে এইখন ব্যাকৰণৰ ঐতিহাসিক মূল্য থাকিলেও ভাষাটোৰ গাঁথনিক বৈশিষ্ট্য সম্যক আৰু শুদ্ধভাৱে দাঙি ধৰিব নোৱৰা হেতুকে ই জনসমাজত দীৰ্ঘস্থায়ী প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে।

ৰবিন্সনৰ ব্যাকৰণত আখৰ তথা বৰ্ণমালাৰ আলোচনাত ৩৪টা ব্যঞ্জন আৰু ১৬টা স্বৰ অন্তৰ্ভুক্ত কৰা হৈছে। উচ্চাৰণৰ স্থান অনুসৰি ব্যঞ্জনবৰ্ণসমূহক Gutterals, Palatals, Linguals, Labials আৰু Miscellaneous এই পাঁচটা ভাগত আৰু উচ্চাৰণৰ ধৰণ অনুসৰি Aspirated, Unaspirated আৰু Nasals এই তিনিটা ভাগত বিভাজন কৰা হৈছে। 'ৱ' আখৰটো ব্যাকৰণখনত অন্তৰ্ভুক্ত হোৱাটো লক্ষ্য কৰিবলগীয়া।

ৰবিন্সনে কাৰকৰ আলোচনাৰ প্ৰসংগত সংস্কৃতৰ লেখীয়াকৈ অসমীয়াতো সাতটা কাৰক উদাহৰণেৰে সৈতে উল্লেখ কৰিছে। লিংগ পৰিবৰ্তন, সৰ্বনাম পদৰ ৰূপ নিৰ্ণয়, ক্ৰিয়াপদৰ বিভাজন আদিৰ আলোচনাত বৈয়াকৰণগৰাকীয়ে অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ আভাস দিবলৈ সমৰ্থ হৈছে। সন্ধি, সমাস, প্ৰত্যয় আদিৰ আলোচনাই, ব্যাকৰণখনত ঠাই পোৱা নাই। সেইদৰে

নিৰ্দিষ্টতা আৰু অনিৰ্দিষ্টতাবাচক প্ৰত্যয়বো যথাৰ্থ আলোচনা ব্যাকৰণখনত সন্নিবেশিত হোৱা নাই। সি যি কি নহওক, অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ প্ৰতি ৰবিন্সন চাহাবে যি আগ্ৰহ দেখুৱাই গৈছে, তাৰ বাবে তেওঁ অসমীয়া ভাষাৰ ব্যাকৰণৰ ইতিহাসত অটুট অমৰত্ব লাভ কৰিব যে, সি নিশ্চিত।

অসমীয়া ভাষাৰ দ্বিতীয়খন ব্যাকৰণ ৰচিত হয় খৃ. ১৮৪৮ চনত। "Grammatical Notices of the Assamese Language" বোলা এইখন ব্যাকৰণৰ ৰচক ড° নাথান ব্ৰাউন। ড° ব্ৰাউন চাহাব আছিল স্বৰূপাৰ্থত এগৰাকী ভাষাবিদ। অসমত প্ৰবেশ কৰাৰ সময়ত তেওঁৰ ধাৰণা আছিল যে অসমীয়া ভাষাটো বঙলা ভাষাৰেই এটা গ্ৰাম্যৰূপ। পিছত তেওঁৰ এই ধাৰণা সম্পূৰ্ণৰূপে সলনি হয় আৰু অসমীয়া ভাষাৰ স্বকীয় গঠনৰীতি সম্পৰ্কে স্পষ্ট আৰু সম্যক ধাৰণা উপজে। সেয়ে, তেওঁৰ ব্যাকৰণখনত ভাষাটোৰ গাঁথনিক স্বতন্ত্ৰতাৰ শুদ্ধ বিশ্লেষণে ঠাই পাইছে। ড° গোলোক চন্দ্ৰ গোস্বামীয়ে লিখিছে, "ব্ৰাউন চাহাবৰ ব্যাকৰণত অসমীয়া ভাষাটোৰ বৈশিষ্ট্যপূৰ্ণ জতুৱা গঠনৰ যিমানখিনি বিতং আৰু শুদ্ধ আলোচনা পোৱা যায়, পৰৱৰ্তীকালৰ, কুৰি শতিকাৰ শেষাৰ্দ্ধত আমাৰ খাচ অসমীয়া লোকে, পণ্ডিতসকলে লিখা আৰু বৈজ্ঞানিক বুলি দাবী কৰিবলৈ যোৱা কোনো এখন ব্যাকৰণে তাক আজিলৈকে চেৰ পেলাব পৰা নাই।" (অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, ১৯৮৭, পৃ. ১০)।

ব্ৰাউনৰ ব্যাকৰণখনৰ পি. এইছ. মুৰৰদ্বাৰা সংশোধিত তৃতীয় সংস্কৰণটো প্ৰকাশিত হয় ১৮৯৩ চনত। মুৰ চাহাবে ব্যাকৰণখনৰ নাম ৰাখে 'Grammatical Notes on the Assamese Language'। ড° গোলোক চন্দ্ৰ গোস্বামীয়ে ক'বৰ দৰে "এইখনত আগৰ সংস্কৰণৰ আখৰ-জোঁটনিৰ প্ৰায় আমূল পৰিবৰ্ত্তন কৰা হয়; আৰু লিপ্যন্তৰণতো সৰ্বভাৰতীয় লিপ্যন্তৰণ পদ্ধতিৰ লগত সংগতি ৰাখি কিছু সালসলনি ঘটোৱা হয়।" (অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, ১৯৯০, পৃ. ২৪৮) উল্লেখযোগ্য যে অসম সাহিত্য সভাই এই ব্যাকৰণখন ১৯৮২ চনত পুনৰ ছপাই উলিয়াইছে।

ব্ৰাউন চাহাবৰ ব্যাকৰণ ৰচনাৰ ৰীতি বৰ্ণনাত্মক। শিৱসাগৰৰ কথিত ভাষাৰ ভেটিত তেওঁৰ বিশ্লেষণ গঢ় লৈ উঠিছে। কুৰিটা অধ্যায়ত বিভক্ত ব্যাকৰণখনৰ ভূমিকাত ব্ৰাউনে অসমীয়া ভাষাৰ উৎস, থলুৱা উপাদান আদিৰ লগতে অসমীয়া ধ্বনিতত্ত্বৰ বিষয়ে নিৰ্ভৰযোগ্য বিশ্লেষণ দাঙি ধৰিছে। ব্ৰাউনে সন্ধি, কাৰক বিভক্তি আদিৰ বিষয়ে বিস্তৃত আলোচনা আগবঢ়োৱা নাই। লিংগৰ আলোচনাও ব্যাকৰণখনত সম্যকভাৱে পোৱা নাযায়। কিন্তু ক্ৰিয়াপদৰ প্ৰসংগত আগবঢ়োৱা আলোচনা বিস্তৃত। সেইদৰে "বৈশিষ্ট্যপূৰ্ণ জতুৱা গঠনৰ, বিশেষতঃ নিৰ্দিষ্টতাবাচক (সংখ্যাবাচক আৰু উপশব্দ) শব্দ আৰু বিশেষ্যৰ পুনৰুক্তবাচক ৰূপৰ বিতং আৰু শুদ্ধ আলোচনাও ইয়াত পোৱা যায়।" [ড° গোলোক চন্দ্ৰ গোস্বামী: 'অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ', ১৯৯০, পৃ. ২৪৯] পিছে, ব্যাকৰণখন আপেক্ষিকভাৱে চমু হোৱাত আৰু ভাষাটোৰ

আঢাইকেইটা দিশ সামৰি নোলোৱাত সিখনে পূৰ্ণাংগ ৰূপ লাভ কৰিব নোৱাৰিলে।

ঊনবিংশ শতিকাত ৰচিত মিছনেৰি পৰম্পৰাৰ তৃতীয়খন ব্যাকৰণ হ'ল অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক নিকল চাহাবৰ 'Manual of the Bengali Language' বোলা ভঙলা ভাষাৰ ব্যাকৰণখনৰ লগত যুক্ত "Appendix V Sketch of Assamese Grammar" খন। এইখনত নিকল চাহাবে নিজস্ব মৌলিকতা দেখুৱাব নোৱাৰিলেও অসমীয়া আৰু বঙলা ভাষাৰ মিল-অমিলৰ আলোচনাখিনি লক্ষ্য কৰিবলগীয়া। এইখন প্ৰকাশিত হৈছিল খৃ. ১৮৯৪ চনত।

অসমীয়া ভাষাৰ অসমীয়াত লিখা প্ৰথমখন ব্যাকৰণ হ'ল 'অসমীয়া ভাষাৰ ব্যাকৰণ'। অসমীয়া ভাষা সাহিত্যৰ আধুনিক ভেটি নিৰ্মাতাসকলৰ অন্যতম হেমচন্দ্ৰ বৰুৱাই এইখন ব্যাকৰণ ৰচনা কৰে। খৃ. ১৮৫৯ চনত ইয়াৰ প্ৰথম আৰু খৃ. ১৮৭৩ চনত দ্বিতীয় সংস্কৰণ (সংশোধিত) প্ৰকাশিত হয়। তীক্ষ্ণ মেধাসম্পন্ন হেমচন্দ্ৰই পোনতে সংস্কৃত আৰু তাৰ পিছত হিন্দী আৰু ইংৰাজী ভাষাৰ শিক্ষাও গ্ৰহণ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে অসমীয়া ভাষাক সুদৃঢ়ভাবে প্ৰতিষ্ঠা কৰিবলৈ হ'লে পাঠ্যপুথিৰ লগতে অভিধান আৰু ব্যাকৰণো ৰচনা কৰিব লাগিব। সেয়ে, তেওঁ 'আদিপাঠ', 'পাঠমালা' আদি পাঠ্যপুথিৰ বাহিৰেও 'ব্যাকৰণ' আৰু 'অভিধান' ৰচনাতো আত্মনিয়োজন কৰিছিল। বৰুৱাৰ অভিধান 'হেমকোষ' আৰু 'অসমীয়া ভাষাৰ ব্যাকৰণ' অকল তেওঁৰ জীৱনৰে নহয়, অসমীয়া ভাষাৰো স্বৰ্ণসৌধ। কোৱা নিষ্প্ৰয়োজন যে, তেওঁৰ 'হেমকোষ' আৰু 'ব্যাকৰণ'খন সাম্প্ৰতিককালতো অসমীয়া ভাষাৰ সংবিধানস্বৰূপে পৰিগণিত হৈ আছে।

ইংৰাজী আৰু সংস্কৃত ভাষাৰ ব্যাকৰণৰ আৰ্হিত ৰচিত হেমচন্দ্ৰৰ ব্যাকৰণখনত অসমীয়া ভাষাৰ গাঁথনিক বৈশিষ্ট্যৰ বিশ্লেষণৰ পৰিবৰ্তে ভাষাটোৰ লিখিত ৰূপটোক মাৰ্জিত আৰু পৰিশীলিত কৰাৰ আদৰ্শহে প্ৰতিষ্ঠা কৰা হৈছে। অৱশ্যে ড° গোলোকচন্দ্ৰ গোস্বামীয়ে ক'বৰ দৰে "ব্যাকৰণখনৰ আদি ৰূপনো কি আছিল তাক জানিবৰ সমূলি উপায় নাই।" কাৰণ তেওঁৰ মৃত্যুৰ পিছত উত্তৰাধিকাৰীসকলে "ঠায়ে ঠায়ে সূত্ৰৰ সালসলনিৰে" ব্যাকৰণখন 'বঢ়াটুটা' কৰিছে। তথাপি ব্যাকৰণখন পৰৱৰ্তীকালৰ বৈয়াকৰণসকলৰ বাবে এক আদৰ্শৰূপে প্ৰতিষ্ঠিত হৈ আছে।

হেমচন্দ্ৰ বৰুৱাই 'ব্যাকৰণখন', অসমীয়া আৰু বঙলা ভাষাৰ যুদ্ধৰ মাজত ৰচনা কৰিছিল। তেতিয়া (খৃ. ১৮৫৯ চন) অসমৰ অফিচ-আদালত আৰু পঢ়াশালিত চলিছিল বঙলা ভাষা। খৃ. ১৮৭৩ চনত, অসমৰ বিদ্যালয়ত অসমীয়া ভাষাৰ পুনৰ প্ৰচলনৰ ব্যৱস্থা প্ৰবৰ্তিত হোৱাত শিক্ষাৰ্থীৰ উপযোগীকৈ হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' শীৰ্ষক এখন চমু ব্যাকৰণ ৰচনা কৰি খৃ. ১৮৮২ চনত প্ৰকাশ কৰি উলিয়ায়। প্ৰধানতঃ প্ৰাথমিক স্তৰৰ শিক্ষাৰ্থীৰ প্ৰতি লক্ষ্য ৰাখি ৰচনা কৰা এইখন ব্যাকৰণ প্ৰথমখনতকৈ সৰল আৰু সংক্ষিপ্ত আছিল। ব্যাকৰণখনৰ পাতনিত তেওঁ উল্লেখ কৰিছিল, ".....এই পুথিত অসমীয়া

ভাষাৰ জানিবলগীয়া প্ৰায় সকলো কথা মুঠ কৈ দিয়া হৈছে। ল'ৰাবিলাকে ব্যাকৰণৰ সূত্ৰবোৰ মুখস্থ কৰিবলৈ টান পায়; এই কাৰণে ইয়াত সূত্ৰ নিদি শিকিবলগীয়া কথাবোৰ প্ৰায়ে উদাহৰণৰদ্বাৰা বুজাবলৈ যত্ন কৰা হৈছে।" ....[পৌষ, ১৮০৪ শক]। বৰুৱাৰ এনে ঘোষণাৰ পৰা সহজে অনুমান কৰিব পাৰি যে, তেওঁ এইখন ব্যাকৰণক পঢ়াশলীয়া ব্যাকৰণ হিচাপে শিক্ষাৰ্থীসকলৰ মনোগ্ৰাহী আৰু উপাদেয় কৰিব বিচাৰিছিল। এনেদৰে মিছনেৰিসকলে আৰম্ভ কৰা অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ ধাৰাত হেমচন্দ্ৰ বৰুৱাই এটি নতুন মাত্ৰা সংযোজন কৰি পৰৱৰ্তীকালৰ বৈয়াকৰণসকলৰ বাবে তেওঁ আদৰ্শৰূপে পৰিগণিত হ'ল।

হেমচন্দ্ৰ বৰুৱাৰ পিছত, ঊনবিংশ শতিকাত, আন যিসকল বৈয়াকৰণে ব্যাকৰণ ৰচনাত, বিশেষকৈ পঢ়াশলীয়া ব্যাকৰণ ৰচনাত আত্মনিয়োজন কৰি খ্যাতি অৰ্জন কৰিছিল, সেইসকলৰ ভিতৰত দীনবন্ধু তৰ্কালংকাৰ, নাৰায়ণ শৰ্মা বিদ্যাভূষণ, ধৰ্মেশ্বৰ গোস্বামী আদিৰ নাম উল্লেখযোগ্য।

দীনবন্ধু তৰ্কালংকাৰৰদ্বাৰা ৰচিত ব্যাকৰণখনৰ নাম 'অসমীয়া ল'ৰাৰ ব্যাকৰণ'। এইখন ব্যাকৰণৰ পৃষ্ঠা সংখ্যা পোনতে আছিল ৪৯+২, আৰু সংশোধিত আৰু পৰিবৰ্ধিত সংস্কৰণৰ পৃষ্ঠা সংখ্যা হৈছিল গৈ ৫৮+৪। দীনবন্ধু তৰ্কালংকাৰৰ ব্যাকৰণখন যে শিক্ষাৰ্থীসকলৰ মাজত প্ৰিয় হৈ পৰিছিল, পাঁচ বছৰৰ ভিতৰত ইয়াৰ ছটা সংস্কৰণ প্ৰকাশ পোৱা কথাই তাৰ প্ৰমাণ দিয়ে। নাৰায়ণ শৰ্মা বিদ্যাভূষণৰ 'আশুবোধ ব্যাকৰণ' প্ৰকাশ পায় ১৮৮৭ চনত। ইয়াৰ পৃষ্ঠা সংখ্যা ৯৪। ধৰ্মেশ্বৰ গোস্বামীৰ 'ল'ৰাবোধ ব্যাকৰণ' প্ৰকাশিত হয় ১৮৮৪ চনত। ব্যাকৰণখনৰ কলেবৰ ডাঙৰ। পৃষ্ঠা সংখ্যা ৪+১৩০। নক'লেও চলে যে, এনেবোৰ ব্যাকৰণ ৰচিত হৈছিল পাঠ্যপুথিস্বৰূপেহে। ভাষা বৈজ্ঞানিকৰ দৃষ্টিৰে ভাষা বিশ্লেষণৰ প্ৰয়াস এনেবোৰ ব্যাকৰণত দেখা নাযায় আৰু সিবোৰৰ আলোচ্য বিষয়ো বিস্তৃত নহয়। শিক্ষাৰ্থীৰ বাবে ৰচিত বাবেই এনেবোৰ ব্যাকৰণত নিৰ্দেশমূলক ৰীতিটোৱেই প্ৰাধান্য লাভ কৰিছে।

ঊনবিংশ শতিকাটো অসমীয়া ভাষাৰ বাবে কেনে দুৰ্যোগপূৰ্ণ আছিল, সেই কথা ওপৰত উনুকিয়াই অহা হৈছে। এনে অৱস্থাত, ভাষাটোৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠা কৰি তাক প্ৰবহমান কৰি তুলিবৰ নিমিত্তেই বৈয়াকৰণসকলে ব্যাকৰণ ৰচনাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। অনুভৱ কৰিছিল শিক্ষাৰ্থীসকলৰ অভাৱ পূৰণৰ প্ৰয়োজনীয়তা। ঊনবিংশ শতিকাত ৰচিত পঢ়াশলীয়া ব্যাকৰণে সেই অভাৱ পূৰণ কৰি অসমীয়া ব্যাকৰণ ৰচনাৰ এঠা সুস্থ পৰম্পৰা গঢ়ি তুলিবলৈ সমৰ্থ হৈছিল। বিংশ শতিকাৰ শিক্ষাৰ্থীয়ে ঊনবিংশ শতিকাত ৰচিত অসমীয়া ব্যাকৰণসমূহ দেখা নাই, পঢ়া নাই। সেইবোৰ এতিয়া গৱেষণাৰ বিষয় হৈ পৰিছে। আমাৰ বোধেৰে অন্ততঃ সেই শতিকাৰ ব্যাকৰণৰ লগত নতুন প্ৰজন্মক পৰিচয় কৰাই দিবৰ নিমিত্তে, সিবোৰৰ যথা সম্ভৱ পুনৰ্মুদ্ৰণৰ ব্যৱস্থা কৰাটো বিধেয়। এই ক্ষেত্ৰত জাতীয় চৰকাৰৰ সদিচ্ছাই হ'ব ঘাই কথা।

## গ্ৰন্থপঞ্জী আৰু সূত্ৰ

১। উপেন্দ্ৰনাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ

২। গোলোকচন্দ্ৰ গোস্বামী ঃ অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ।

৩। নগেন শইকীয়া ঃ Background of the Modern Assamese Literature.

৪। বসন্ত কুমাৰ ভট্টাচাৰ্য ঃ ভাষা বিজ্ঞান প্ৰবেশ

৫। বাণীকান্ত শৰ্মা ঃ William Robinson's Assamese Grammar', Journal of the Assam Research Society Dr Nanda Talukdar Commemoration Volume, Vol. XXVII

৬। সুনীতি কুমাৰ চট্টোপাধ্যায় ঃ ভাষা.প্ৰকাশ বাংলা ব্যাকৰণ

৭। হেমচন্দ্ৰ বৰুৱা ঃ অসমীয়া ব্যাকৰণ

৮। Rev. Nathan Brown : Grammatical Notes on Assamese Language (Revised)

৯। সংশ্লিষ্ট নানা ব্যাকৰণ।

—— + ——

# অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাস

দীপ্তি ফুকন পাটগিৰি

ভাষা মানৱ-সংস্কৃতিৰ এক আৱশ্যকীয় উপাদান। একোটা জাতি, একোখন দেশৰ ঐতিহ্য, মহত্ত্ব আৰু গৌৰৱ প্ৰকাশৰ বিশেষ মাধ্যম হ'ল সাহিত্য। ভাষাৰ অবিহনে সাহিত্যৰ সৃষ্টি নহয়। ভাষাৰ জন্মৰ বহুকাল অতিক্ৰম কৰাৰ পাছতহে সাহিত্যৰ সৃষ্টি হয়। জাতীয় সাহিত্য, জাতীয় সংস্কৃতিৰ চৰ্চা তথা অধ্যয়নে জাতিটোৰ ইতিহাসৰ সন্ধান দিব পাৰে। ভাষাৰ জন্ম সাহিত্য সৃষ্টিৰ বহুকাল আগেয়ে হ'লেও ভাষা বিষয়ক চিন্তা-চৰ্চা বা অধ্যয়ন অৰ্বাচীন বুলিব পাৰি। ভাষা একোটাৰ জন্ম, গঠন, ক্ৰমবিকাশৰ গতিধাৰা, পৰিবৰ্তন আদি দিশবোৰ জানিবলৈ হ'লে ভাষাৰ বিজ্ঞানসম্মত, প্ৰণালীবদ্ধ অধ্যয়নৰ প্ৰয়োজন যাক 'ভাষাতত্ত্ব' বা 'ভাষাবিজ্ঞান' আখ্যা দিয়া হৈছে।[১] একোটা ভাষাৰ ধ্বনি, ৰূপ, শব্দ, অৰ্থ, বাক্য আদি বিষয়বোৰৰ পুংখানুপুংখ বিজ্ঞানসম্মত অধ্যয়নৰ জৰিয়তে পৃথিৱীৰ প্ৰায়বোৰ ভাষাৰ সম্যক জ্ঞান আহৰণ সম্ভৱপৰ হৈ উঠিছে। ভাষাৰ বিজ্ঞানসম্মত অধ্যয়ন সম্পৰ্কে F.R. Palmer -এ কৈছে ঃ "Linguistics is the 'scientific' study of language. A scientific study must be empirical; it must be possible, in some way, to test and verify the statement made within it. It is easy enough to apply this to phonetics, for we can observe what is happening- we can listen to a person speaking...."[২] একোটা ভাষাৰ যিদৰে ইতিহাস আছে, ঠিক সেইদৰে ভাষাৰ ভাষাতাত্ত্বিক বা ভাষাবৈজ্ঞানিক অধ্যয়নৰো একোটি ইতিহাস আছে। পৃথিৱীৰ সমগ্ৰ ভাষাৰ অধ্যয়নৰ অবিহনে ভাষাৰ ইতিহাস বিচাৰি উলিওৱা সম্ভৱ নহ'লহেঁতেন। আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ ভিতৰত অসমৰ অসমীয়া ভাষাটো প্ৰাচীন ঐতিহ্যপূৰ্ণ এক সমৃদ্ধ ভাষা। ইয়াৰ সাহিত্যিক নিদৰ্শন খ্ৰীষ্টীয় চতুৰ্দশ শতিকাৰ পৰা পোৱা যায় যদিও ভাষাটোৰ ভাষাতাত্ত্বিক অধ্যয়ন তাৰ বহু পাছতহে আৰম্ভ হয়। পৃথিৱীৰ ভাষাসমূহৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাসৰ গম খেদি আমি বিভিন্ন ভাৰতীয় ভাষাসমূহৰ ভাষাতাত্ত্বিক অধ্যয়নৰ দিশটোও অনুধাৱন কৰিবলৈ সক্ষম হ'ব পাৰিম। অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিকথাতো পশ্চিমীয়া ভাষাতাত্ত্বিক আলোচনা আৰু ভাৰতীয়

ভাষাতাত্ত্বিক চৰ্চাৰ বিষয়টো নিহিত হৈ আছে।

ভাষাবিজ্ঞানৰ ধাৰণা আধুনিক কালৰ হ'লেও ইয়াৰ চৰ্চা প্ৰাচীন কালৰ পৰাই হোৱা দেখা যায়। অনুন্নত ভাষা জিজ্ঞাসা হয়তো আদিম মানুহৰ আছিল আৰু সভ্যতা-সংস্কৃতিৰ অগ্ৰগতিয়ে মানুহক ভাষা-জিজ্ঞাসাৰ ক্ষেত্ৰত আগবাঢ়ি যাবলৈ ইন্ধন যোগালে। গ্ৰীকসকল ভাষাৰ বিজ্ঞানসন্মত অধ্যয়নৰ প্ৰতি প্ৰথম ধাবিত হয় গ্ৰীক দাৰ্শনিকসকলৰ মাতবাদৰদ্বাৰা। খ্ৰীঃপূঃ চতুৰ্থ, পঞ্চম শতিকাৰ গ্ৰীক দাৰ্শনিক প্লেটো, এৰিষ্টটল ইয়াৰ মূল প্ৰবক্তা। গ্ৰীকসকলৰ পাছতে ৰোমানসকল আৰু তাৰ পাছত অন্যান্য ইউৰোপীয় দেশসমূহে ভাষাতাত্ত্বিক চৰ্চাত মনোনিবেশ কৰে। প্ৰথম অৱস্থাত ব্যাকৰণ ৰচনাই এই ক্ষেত্ৰত প্ৰভূত বৰঙণি আগবঢ়ায়। অষ্টাদশ শতিকাত ভাষাতত্ত্বৰ নতুন গৱেষণা, তথ্য আদি প্ৰতিষ্ঠা হয়। নৱজাগৰণৰ প্ৰভাৱে ইউৰোপীয় ভাষাতাত্ত্বিক চৰ্চাত বিশেষ ইন্ধন যোগায়। এইখিনিতে নব্য বৈয়াকৰণসকলৰ (Neo-Grammarians) বৰঙণিৰ কথা উল্লেখ কৰিব লাগিব। ব্যাকৰণ প্ৰণয়ন, নতুন মতবাদ প্ৰতিষ্ঠা, ভাষাৰ আভ্যন্তৰীণ পুনৰ গঠন (Internal Reconstruction), ভাষাৰ বংশগত সম্পৰ্ক নিৰ্ণয়, ভাষাবিজ্ঞানৰ বিভিন্ন শাখাৰ প্ৰসাৰতা, ধ্বনি নিয়ম, বৈজ্ঞানিক দৃষ্টিভঙ্গী আদিয়ে ভাষাৰ চৰ্চাক অধিক অগ্ৰগামী কৰি তুলিলে। ঊনবিংশ শতিকাত সমগ্ৰ পৃথিৱীতে ভাষাবিজ্ঞানে নিত্য নতুন তথ্য, মতবাদ তৈয়াৰ কৰিবলৈ সক্ষম হ'ল। বিংশ শতাব্দীত তাৰ প্ৰসাৰ আৰু প্ৰচাৰ অধিক দ্ৰুততৰ হ'ল। ফাৰ্ডিনেণ্ড দি চচ্যুৰ ব্লুমফিল্ড, চেপিৰ, চমৃস্কি, হুইট্‌নি, মেক্সমূলাৰ, কডৱেল, পিশ্চেল, হৰ্ণলে, গ্ৰীয়াৰচন, বীমচ্ আদি ভাষাবিদে আধুনিক ভাষাবিজ্ঞানত অভূতপূৰ্ব বৰঙণি আগবঢ়ালে। এইখিনিতে অষ্টাদশ শতিকাৰ পণ্ডিত চাৰ উইলিয়াম জোন্‌চৰ প্ৰাচীন ভাৰতীয় ভাষাবিজ্ঞানৰ অধ্যয়ন সম্পৰ্কে কৰা চৰ্চাৰ বিষয়টো উল্লেখযোগ্য। সংস্কৃত পণ্ডিত পাণিনিৰ 'অষ্টাধ্যায়ী' ব্যাকৰণ প্ৰাচীন ভাৰতৰ ভাষা চৰ্চাৰ উৎকৃষ্ট নিদৰ্শন যাক পশ্চিমীয়া পণ্ডিতে ভূয়সী প্ৰশংসা কৰে। প্ৰাচীন গ্ৰীক বা লেটিন ভাষাৰ লগত সংস্কৃত ভাষাৰ তুলনামূলক অধ্যয়ন কৰিবলৈ লওঁতেই পণ্ডিত জোন্‌চে এইবোৰ ভাষাৰ বংশগত দিশটো নিৰ্ণয় কৰি ঐতিহাসিক ভাষাবিজ্ঞানৰো দ্বাৰ উন্মোচন কৰে। খ্ৰীঃ পূঃ চতুৰ্থ, পঞ্চম শতিকাৰ ভাৰতীয় ভাষাৰ বিজ্ঞানসন্মত অধ্যয়ন পশ্চিমীয়া দেশৰ তুলনাত কোনো গুণেই হীন নাছিল— এই কথা অষ্টাদশ শতিকাতহে প্ৰতিষ্ঠিত হ'ল। সংস্কৃতৰ পাছত পালি, প্ৰাকৃত আদি ভাষাতো ব্যাকৰণ প্ৰণয়নৰ দ্বাৰা ভাষাৰ অধ্যয়ন অব্যাহত আছিল। পৰৱৰ্তী কালত আধুনিক ভাৰতীয় ভাষাবোৰৰ জন্মৰ পাছত প্ৰত্যেকেই ভাষাৰ বিজ্ঞানসন্মত অধ্যয়নত মনোনিবেশ কৰে। অৱশ্যে ঊনবিংশ শতিকাৰ পৰাহে ইয়াৰ প্ৰসাৰ হয়।

অসমৰ অসমীয়া ভাষাটো প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ ক্ৰমবিবৰ্তনৰ ফলত মধ্যভাৰতীয় আৰ্যভাষাৰ স্তৰ অতিক্ৰমি আধুনিক ৰূপত প্ৰতিষ্ঠিত হৈছে। ইয়াৰ সাহিত্যিক

নিদর্শন বহুকাল আগেয়ে পোৱা যায় যদিও এই ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ দুৱাৰ মুকলি হয় ঊনবিংশ শতিকাৰ চতুৰ্থ দশকৰপৰাহে। ভাষাৰ বিজ্ঞানসম্মত, প্ৰণালীবদ্ধ অধ্যয়নৰ অবিহনে ইয়াৰ ইতিহাস, গঠনৰীতি, ক্ৰমবিকাশৰ গতিধাৰা নিৰ্ণয় কৰিব নোৱাৰি। অসমীয়া ভাষাৰ সুদীৰ্ঘ ইতিহাসত প্ৰাক- শংকৰী, শংকৰোত্তৰ, এই তিনিও কালৰে বিশেষ ভূমিকা আছে। টাইবংশীয় আহোম ৰজাসকলৰ ৰাজত্বৰ বেলিমাৰৰ সময়ত মানৰ আক্ৰমণ, ইয়াৰ পাছত ইয়াণ্ডাবু সন্ধিয়ে সমগ্ৰ অসমৰ জাতীয় জীৱনলৈ বিশেষ পৰিবৰ্তন আনিলে। ইয়াণ্ডাবু সন্ধিমতে অসম বৃটিছৰ হাতলৈ যোৱাত অসমীয়া ভাষা-সাহিত্যৰ গতিধাৰাত প্ৰতিবন্ধকতাৰ সৃষ্টি হয়। ৰাজনৈতিক চাকনৈয়া, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ অৱনতিয়ে অসমীয়া জাতিৰ উন্নতিৰ পথত অন্তৰায়ৰ সৃষ্টি কৰিলে। তেনেতে আমেৰিকান ব্যপ্তিষ্ট মিছনেৰিসকলৰ প্ৰচেষ্টাত মৃতপ্ৰায় অসমীয়া ভাষা-সাহিত্যই নৱজীৱন লাভ কৰিলে আৰু তাৰ ফলস্বৰূপে অসমীয়া ভাষা-সাহিত্যৰ বোৱতী সুঁতিত বাধাৰ সৃষ্টি নোহোৱাকৈ সেই ধাৰা অব্যাহত হৈ আছে। আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম স্তৰতেই অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ দিশ উন্মোচিত হয় বুলিব পাৰি। অৱশ্যে ইয়াৰ আগৰ কালছোৱাত ভাষা অধ্যয়নৰ বিষয়টোৰ প্ৰতি মানুহৰ মনযোগ আকৰ্ষণ হয়তো হোৱা নাছিল। গতিকে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাস সেই সময়ৰপৰাই ৰচিত হয় বুলিব পাৰি।

অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়ন প্ৰথম অৱস্থাত ব্যাকৰণ প্ৰণয়নৰ জৰিয়তে আৰম্ভ হয় বুলিব পাৰি। এইখিনিতে উল্লেখযোগ্য যে পশ্চিমীয়া দেশসমূহৰ ভিতৰত গ্ৰীক আৰু লেটিন ভাষাত ব্যাকৰণ প্ৰণয়নৰ জৰিয়তেই ভাষাতাত্ত্বিক চৰ্চা আৰম্ভ হয় আৰু প্ৰাচীন ভাৰতীয় ভাষাতাত্ত্বিক চৰ্চাও পাণিনি আদিৰ ব্যাকৰণ ৰচনাৰ জৰিয়তে হয়। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে অসম বৃটিছৰ অধীনলৈ যায় আৰু বৃটিছ বিষয়াসকলে অসমীয়া ভাষাটো শিকাৰ আৱশ্যকতা অনুভৱ কৰাৰ বাবে উইলিয়াম ৰবিন্সন চাহাবে ১৮৩৯ চনত ইংৰাজী ভাষাত অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণখন লিখি উলিয়ায়। লেটিন ব্যাকৰণৰ আৰ্হিত ৰচনা কৰা এই ব্যাকৰণখনৰ নাম হ'ল 'A Grammar of Assamese Language'। অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণৰূপে এই ব্যাকৰণখনৰ এক ঐতিহাসিক মূল্য উলাই কৰিব নোৱাৰি। বৰ্তমান দুষ্প্ৰাপ্য এই ব্যাকৰণখন ইংৰাজীত লিখা হেতুকে আৰু ইয়াৰ গঠনৰীতিৰ স্পষ্ট ৰূপ এটা প্ৰতিফলিত নোহোৱা বাবে ই অধিক জনপ্ৰিয় নহ'ল। অসমীয়া ভাষাৰ দ্বিতীয়খন ব্যাকৰণো ১৮৪৮ চনত প্ৰণয়ন কৰে ড° নাথান ব্ৰাউনে। ব্যাকৰণখন হ'ল 'Grammatical notes on Assamese Language'। এই সংক্ষিপ্ত ব্যাকৰণখনত অসমীয়া ভাষাৰ গঠনৰীতিৰ এক শুদ্ধ বিশ্লেষণে ব্যাকৰণখন কিছু জনপ্ৰিয় কৰিছে যদিও শিৱসাগৰ অঞ্চলৰ কথ্যৰূপটো বিশেষভাৱে পৰিলক্ষিত হৈছে। অৱশ্যে কম পৰিসৰৰ ভিতৰত ৰচনা কৰা এইখন ব্যাকৰণত কেতবোৰ দিশ বাদ পৰি ৰ'ল। উল্লেখযোগ্য যে

১৮৯৩ চনত এই ব্যাকৰণখন পুনৰ ছপা হৈ ওলায় আৰু ১৯৮২ চনত অসম সাহিত্য সভাই এই ব্যাকৰণখন পুনৰ ছপাই উলিয়ায়, য'ত সুসাহিত্যিক ড° নগেন শইকীয়াৰ পাতনি সন্নিবিষ্ট হৈছে। ইংৰাজীত ৰচনা কৰা এই ব্যাকৰণত অৱশ্যে অসমীয়া শব্দও সন্নিবিষ্ট কৰাৰ বাবে অনুসৰণ কৰাত অসুবিধা হোৱা নাই।

অসমীয়া ভাষাৰ ওপৰত বঙলা ভাষাৰ প্ৰভাৱে অসমীয়া গ্ৰন্থ প্ৰণয়নত যথেষ্ট বাধাৰ সৃষ্টি কৰিছিল আৰু ইংৰাজী ভাষা আয়ত্ত কৰা লোকৰ সংখ্যা সেই সময়ত সীমিত সংখ্যকহে আছিল। পণ্ডিতপ্ৰৱৰ আনন্দৰাম ঢেকিয়াল ফুকনে ১৮৫৫ চনত 'A Native' ছদ্মনামেৰে 'A Few Remarks on the Assamese Language' নামৰ গ্ৰন্থখনে অসমীয়া ভাষাতাত্ত্বিক দিশত অৰিহণা আগবঢ়ায়। অৱশ্যে এইখন গ্ৰন্থও ইংৰাজীত ৰচনা কৰাৰ বাবে সকলো লোকৰ মাজত সমানে সমাদৃত হ'ব নোৱাৰিলে।

অসমীয়া ভাষাত লিখা 'অসমীয়া ভাষাৰ ব্যাকৰণ' নামৰ অসমীয়া ব্যাকৰণখনে আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ভেটি নিৰ্মাণত বিশেষভাৱে ইন্ধন যোগালে। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰা সেই ব্যাকৰণখন ১৯৫৯ চনত প্ৰথম প্ৰকাশ পায় আৰু ১৮৭৩ চনত ইয়াৰ সংশোধিত দ্বিতীয় সংস্কৰণ ওলায়। সংস্কৃত, হিন্দী আৰু ইংৰাজী ভাষাত বিশেষ পাৰদৰ্শিতা থকা হেমচন্দ্ৰই 'হেমকোষ' নামৰ অভিধান ৰচনা কৰি অসমীয়া ভাষাটো পূৰ্ণাঙ্গ বৈশিষ্ট্যসহ প্ৰতিষ্ঠিত কৰাত অহোপুৰুষাৰ্থ কৰিছিল। অসমীয়া ভাষাৰ ব্যাকৰণ পৰৱৰ্তী কালত 'অসমীয়া ব্যাকৰণ' নামেৰেহে নামকৰণ কৰা হৈছিল। অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক দিশত এই ব্যাকৰণখনৰ গুৰুত্বপূৰ্ণ ভূমিকা আছে। উল্লেখযোগ্য যে অসমীয়া ভাষা-সাহিত্যৰ অন্যতম এজন সাধক ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাই তেজপুৰ চৰকাৰী মজলীয়া স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী পদুমী বৰদলৈৰ সহায়ত এই ব্যাকৰণৰ মূল ৰূপটো সংগ্ৰহ কৰে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে ১৯৯৫ চনত এই ব্যাকৰণখনি মূল ৰূপত ছপাবলৈ সমৰ্থ হয়। ব্যাকৰণখনৰ আগকথাত সুসাহিত্যিক ড° নগেন শইকীয়াই ব্যাকৰণখন ছপা হৈ ওলোৱাৰ বাবে ড° ভূঞাৰ শলাগ লয়। ব্যাকৰণখনত ড° ভূঞাৰ এক দীঘলীয়া পাতনিও সন্নিবিষ্ট কৰা হৈছে, য'ত অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ দিশত এই ব্যাকৰণখনে আগবঢ়োৱা অৱদানৰ কথা উল্লেখ কৰা হৈছে। অৱশ্যে তুলনা কৰিলে দেখা যায় যে ব্যাকৰণখনৰ মূল ৰূপৰ লগত পৰৱৰ্তী সংস্কৰণৰ কিছু বঢ়াটুটা হৈছে ঃ এই কথা ভাষাবিদ ড° গোলোকচন্দ্ৰ গোস্বামীয়ে উল্লেখ কৰিছে। অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক চৰ্চাত সেই ব্যাকৰণখন এক মাইলৰ খুঁটি আৰু আদৰ্শ ব্যাকৰণৰূপে প্ৰতিষ্ঠিত হৈছে।

১৯১০ চনত লোকনাথ শৰ্মাই ৰচনা কৰা 'অসমীয়া ব্যাকৰণ' নামৰ ব্যাকৰণখনত অসমীয়া ভাষাৰ সন্ধিৰ ক্ষেত্ৰত আগবঢ়োৱা মন্তব্য মন কৰিবলগীয়া।

ব্যাকৰণ প্ৰণয়নৰ উপৰিও অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নত উল্লেখযোগ্য ৰৰঙণি আগবঢ়োৱা দেৱানন্দ ভৰালীৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' নামৰ গ্ৰন্থখন প্ৰকাশ পায় ১৯১২ চনত। ১৯৩২ চনত 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি' নামেৰে এই গ্ৰন্থখন পুনৰ প্ৰকাশিত হয়। গ্ৰন্থখনৰ তৃতীয় পৰিমাৰ্জিত সংস্কৰণ প্ৰকাশ পায় ১৯৯৩ চনত 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' নামেৰে ভাষাবিদ ড° গোলোকচন্দ্ৰ গোস্বামীৰ সুন্দৰ পাতনিৰে। এই গ্ৰন্থখন অসমীয়া ভাষাতত্ত্বৰ প্ৰথম পুথি বুলি ড° মহেন্দ্ৰ বৰায়ো উল্লেখ কৰিছে।[৩] এই গ্ৰন্থত অসমীয়া ভাষাৰ গঠনৰীতিৰ সামগ্ৰিক বিশ্লেষণ নাথাকিলেও কেইবাটাও গুৰুত্বপূৰ্ণ বিষয় সামৰি লৈছে। দেৱানন্দ ভৰালীৰ ১৯০৮ চনত প্ৰকাশিত 'Assamese Grammar in English', ১৯৫৯ চনত প্ৰকাশিত 'A Study of Phonology and Vocabaulary of the Assamese Language' নামৰ গ্ৰন্থ দুখনেও অসমীয়া ভাষাৰ ক্ষেত্ৰত নতুন চিন্তা আৰু কৌতূহলৰ উদ্ৰেক কৰিবলৈ সমৰ্থ হৈছে। অৱশ্যে প্ৰথম পুথিখন এতিয়া পাবলৈ বিৰল। ভৰালীৰ প্ৰথমখন গ্ৰন্থই অসমীয়া ভাষাৰ ক্ৰমবিকাশ, ব্যাকৰণৰ মৌলিকতা আৰু শব্দসম্ভাৰৰ মূল আদি নিৰ্ণয়ৰ ক্ষেত্ৰত অধিক গুৰুত্ব আৰোপ কৰিছে।

অসমীয়া ভাষাৰ ১৯২৫ চনত প্ৰকাশিত হোৱা সত্যনাথ বৰাৰ 'বহল ব্যাকৰণ'খনে অসমত ব্যাকৰণৰ ইতিহাসত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। সৰল, প্ৰাঞ্জল ভাষাৰে ৰচনা কৰা এই ব্যাকৰণখনে অসমীয়া ভাষাৰ বিশ্লেষণ দাঙি ধৰাৰ লগে লগে ইয়াৰ গঠন প্ৰণালীটোৰ প্ৰতি বিশেষ দৃষ্টি নিক্ষেপ কৰিছে। 'জোনাকী যুগ'ৰ লিখিত সাহিত্যৰ ভাষাটোৱে ইয়াত বিশেষ স্থান লাভ কৰিছে। যথাৰ্থতে ক'বলৈ গ'লে হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণৰ পাছত এইখন ব্যাকৰণে এক অভিলেখৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। 'অসমীয়া ভাষাৰ ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ বৃহৎ কলেৱৰৰ গ্ৰন্থ এখন ১৯৩৬ চনত প্ৰকাশ হৈ ওলায়, যিখন ৰচনা কৰে স্বনামধন্য পণ্ডিত কালিৰাম মেধিয়ে। গ্ৰন্থখন ১৯৭৮ চনত অসম প্ৰকাশন পৰিষদৰদ্বাৰা পুনৰ প্ৰকাশিত হয়। বৈদিক, সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ— এই ভাষাবোৰৰ মাজেদি ক্ৰমবিকাশ লাভ কৰা অসমীয়া ভাষাটোৰ স্বকীয়তা নিৰ্ণয় কৰাৰ ক্ষেত্ৰত মেধিয়ে নিজৰ মৌলিক চিন্তাৰ প্ৰকাশ ঘটাইছে। দেৱানন্দ ভৰালীৰ ভাষাতাত্ত্বিক চিন্তাৰ পাছতে মেধিৰ এই গ্ৰন্থখনে অসমীয়া ভাষাতত্ত্বলৈ অধিক সমলৰ যোগান ধৰিছে। অসমীয়া ভাষাৰ বিজ্ঞানসম্মত অধ্যয়নৰ কোনো আৰ্হি নোহোৱাকৈয়ে ভৰালী আৰু মেধিয়ে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে।

অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাসত গৱেষণামূলক গ্ৰন্থ প্ৰকাশ পায় পণ্ডিতপ্ৰৱৰ ভাষাচাৰ্য ড° বাণীকান্ত কাকতিৰ হাতত। ১৯৪১ চনত প্ৰকাশ পোৱা ড° কাকতিৰ গৱেষণা গ্ৰন্থখনৰ নাম হৈছে 'Assamese, Its Formation and Devel-

opment'। আধুনিক ভাৰতীয় ভাষাবিদসকলৰ ভিতৰত ড° কাকতিৰ স্থান অতি উচ্চ। জুল ব্লকৰ 'Formation of the Marathi Language', ড° সুনীতি কুমাৰ চেটাৰ্জীৰ 'The Origion and Development of the Bengali Language'- শীৰ্ষক গৱেষণা গ্ৰন্থ দুখনিৰ অনুসৰণত ড° কাকতিয়ে তেওঁৰ গৱেষণা গ্ৰন্থখন প্ৰস্তুত কৰে। 'The Origion And Development of Bhojpuri', 'The Formation of Maithaili' আৰু 'Evolution of Awadhi' আদি আধুনিক ভাৰতীয় ভাষাতত্ত্বৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰা গ্ৰন্থসমূহৰ লগত ড° কাকতিৰ গ্ৰন্থখনে সমানে খোজ মিলাবলৈ সমৰ্থ হৈছে। ড° কাকতিৰ এই গ্ৰন্থখনে ঐতিহাসিক ভাষাবিজ্ঞানৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰাৰ লগে লগে পদ্ধতিগত ৰূপত বিজ্ঞানসম্মত আৰু প্ৰণালীবদ্ধ অধ্যয়নৰ দিশ উন্মোচিত কৰিছে। অসমীয়া ভাষাৰ জন্ম, গঠন আৰু বিকাশৰ ক্ষেত্ৰত এই গ্ৰন্থই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। ইংৰাজীত প্ৰণয়ন কৰা এইখন গ্ৰন্থ প্ৰধানভাৱে তিনিটা খণ্ডত ভগোৱা হৈছে- Tntroduction, Phonology আৰু Morphonology। অসমীয়া ভাষাৰ উৎপত্তি, বঙলাৰ সৈতে ইয়াৰ বৈসাদৃশ্য, শব্দাৱলী, উপভাষা, অসমীয়া ভাষাত আৰ্য-ভিন্ন ভাষাৰ উপাদান, স্বৰধ্বনি, ব্যঞ্জনধ্বনি, শ্বাসাঘাত, প্ৰত্যয়, বিভক্তি লিংগ, কাৰক, বচন, ক্ৰিয়া, সৰ্বনাম আদিৰ বিশ্লেষণ এই গৱেষণা গ্ৰন্থখনত সুন্দৰভাৱে দেখুওৱা হৈছে। যথাৰ্থতে এই গ্ৰন্থখনে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ক্ষেত্ৰত বাটকটীয়াৰূপে শীৰ্ষস্থান দখল কৰিছে। বিশিষ্ট ভাষাবিদ শ্ৰীবিশ্বেশ্বৰ হাজৰিকাই এই গ্ৰন্থখনি অসমীয়ালৈ ৰূপান্তৰ কৰি অসমীয়া ভাষাৰ বিশেষ উপকাৰ সাধিছে। বিশিষ্ট ভাষাবিদ ড° গোলোকচন্দ্ৰ গোস্বামীয়ে কাকতিৰ গৱেষণা গ্ৰন্থখনৰ শেহতীয়া সংস্কৰণৰ পাতনিত কিছু কথা সন্নিবিষ্ট কৰিছে আৰু আন প্ৰবন্ধত গ্ৰন্থখনৰ গঠনমূলক সমালোচনা আগবঢ়াইছে।[৪]

ভাৰতবৰ্ষৰ ভাষাসমূহৰ ভাষাতাত্ত্বিক জৰীপৰ ক্ষেত্ৰত পশ্চিমীয়া ভাষাবিদ গ্ৰীয়াৰচনে 'Linguistic Survey of India' (১৯২৭) গ্ৰন্থত বিভিন্ন তথ্য সন্নিবিষ্ট কৰিছে য'ত অসমীয়া ভাষাৰো ভাষাতাত্ত্বিক অধ্যয়নৰ সমল নিহিত হৈ আছে। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ "অসমীয়া ভাষা" আৰু 'অসমীয়া ভাষা আৰু সংস্কৃতি'নামৰ গ্ৰন্থখনো ভাষাতাত্ত্বিক দিশলৈ এক বিশেষ অৱদান।

স্বাধীনতা লাভ কৰাৰ সময়ৰেপৰা প্ৰায় আশীৰ দশকলৈকে অসমীয়া ভাষাৰ বিভিন্ন ব্যাকৰণ ৰচিত হৈছে। ইয়াৰ ভিতৰত গিৰিধৰ শৰ্মাৰ 'আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ' ড° ভগবান চন্দ্ৰ মৰলৰ 'ব্যাকৰণ জ্যোতি' আদি উল্লেখযোগ্য। ভূপেন্দ্ৰনাথ চৌধুৰী, চন্দ্ৰপ্ৰভা চৌধুৰী, তাৰানাথ বৰপূজাৰী, ড° হৰিচন্দ্ৰ ভাট্টাচাৰ্য, দুৰ্গাশংকৰ দেৱশৰ্মা, শৰৎচন্দ্ৰ গোস্বামী আদিয়ে অসমীয়া ভাষাৰ ব্যাকৰণৰ প্ৰণয়ন কৰে। ড° গোলোকচন্দ্ৰ গোস্বামীৰ অসমীয়া 'গোলোক ব্যাকৰণ' (১৯৭২) আৰু ড° উপেন্দ্ৰনাথ গোস্বামীৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ'

(১৯৮১) দুখনেও ভাষাতাত্ত্বিক দিশত বিশেষ সংযোজন আগবঢ়াইছে। প্ৰথমখন ব্যাকৰণত গতানুগতিক ৰীতিৰ বিপৰীতে ৰচনা কৰা হৈছে য'ত অসমীয়া ভাষাৰ গঠনৰীতিক বিজ্ঞানসন্মতভাৱে বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰা হৈছে। দ্বিতীয়খন ব্যাকৰণত প্ৰাঞ্জল ভাষাৰে বিজ্ঞানসন্মত বিশ্লেষণ কৰাৰ চেষ্টা কৰা হৈছে।

ড° গোলোকচন্দ্ৰ গোস্বামীয়ে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাসত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। 'অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ' (১৮৫৭), 'ধ্বনিবিজ্ঞানৰ ভূমিকা' (১৯৬৭), 'অসমীয়া বৰ্ণ প্ৰকাশ' (১৯৬৯) 'অসমীয়া আখৰ জোঁটনি' (১৯৭২), 'An Introduction to Assamese Phonology' (১৯৬৬), 'Structure of Assamese' (১৯৮২)— এই গ্ৰন্থসমূহে গোস্বামীৰ ভাষাৰ ক্ষেত্ৰত মৌলিক চিন্তা-চৰ্চাৰ পৰিচয় দাঙি ধৰাৰ লগে লগে অসমীয়া ভাষাৰ বিভিন্ন দিশলৈ আগবঢ়োৱা অৱদানৰ কথাই ঘোষণা কৰে। শেষৰখন গ্ৰন্থত অসমীয়া ভাষাৰ ধ্বনি, ৰূপ আৰু বাক্যতত্ত্বৰ এক বিস্তৃত বিশ্লেষণ পোৱা গৈছে যিখন গৱেষণা গ্ৰন্থ বৰ্ণনাত্মক ৰীতিৰে প্ৰণয়ন কৰা হৈছে। অসমীয়া ভাষাৰ ধ্বনিতাত্ত্বিক দিশত ড° গোস্বামীৰ অৱদান নিঃসন্দেহে সবাতো ওপৰত। তেখেতৰ বিভিন্ন প্ৰবন্ধপাতিত অসমীয়া ভাষাৰ উপভাষা সম্পৰ্কেও স্বমত পৰিস্ফুট হৈছে। অসমীয়া ভাষাৰ আন এজন প্ৰখ্যাত ভাষাবিদ ড° উপেন্দ্ৰনাথ গোস্বামীৰ 'অসমীয়া ভাষাৰ ৰূপকথা', (১৯৭৪), 'অসমীয়া ভাষা আৰু উপভাষা' (১৯৮৬), 'An Introduction to Assamese' (১৯৭৮), 'A Study on Kamrupi: A dialect of Assamese' (১৯৭০), "ভাষাবিজ্ঞান" (১৯৬৪), "অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ' (১৯৯১) আদি গ্ৰন্থই অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক বিশ্লেষণত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। কামৰূপী উপভাষাৰ বৈশিষ্ট্য নিৰ্ণয় কৰি প্ৰস্তুত কৰা গৱেষণা গ্ৰন্থখনে অসমীয়া উপভাষাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য স্থান গ্ৰহণ কৰিছে। ড° গোস্বামীয়ে অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক দিশ আৰু উপভাষাৰ ক্ষেত্ৰত মৌলিক চিন্তা-চৰ্চাৰ প্ৰকাশ দাঙি ধৰিবলৈ সমৰ্থ হৈছে। "ভাষাবিজ্ঞান" গ্ৰন্থখনে ভাষাবিজ্ঞানৰ দিশত অসমীয়া ভাষাত লিখা প্ৰথম গ্ৰন্থৰূপে স্থান লাভ কৰিছে।

অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নত আজীৱন ব্ৰতী আন এজন প্ৰসিদ্ধ ভাষাবিদ হ'ল ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য। 'A Descriptive Analysis of Bodo Language' (১৯৭৭) নামৰ গ্ৰন্থখন প্ৰণয়ন কৰি এইজন গৱেষকে বড়ো ভাষাৰ গঠন ৰীতি সম্পৰ্কে প্ৰথম অধ্যয়ন আৰম্ভ কৰে। অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক দিশত অজস্ৰ আলোচনা, গৱেষণাপত্ৰ আৰু প্ৰবন্ধৰ জৰিয়তে ড° ভট্টাচাৰ্যই মৌলিক চিন্তাৰ পৰিচয় দিব পাৰিছে। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি-এই তিনিও দিশতে পাৰদৰ্শিতা থকা ড° ভট্টাচাৰ্যৰ মৌলিক চিন্তাৰাজি অনুগামীসকলৰ বাবে পৰম পাথেয়। শেহতীয়াকৈ ড° ভট্টাচাৰ্যৰ "ড° প্ৰমোদ চন্দ্ৰ

ভট্টাচাৰ্যৰ প্ৰতিনিধি ভাষা নিবন্ধ" নামৰ প্ৰবন্ধৰাজিত ভাষা সম্বন্ধীয় অনেক তথ্য পোৱা গৈছে। ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন ভাষাবিদ ড° ভট্টাচাৰ্যই তিব্বত-বৰ্মী ভাষাবোৰৰ সম্পৰ্কে বুজন সংখ্যক প্ৰবন্ধ-পাতিৰে অসমীয়া ভাষাতত্ত্বৰ পথাৰখন শস্যশ্যামলা কৰি তুলিছে। ড° গোলোকচন্দ্ৰ গোস্বামী আৰু ড° উপেন্দ্ৰনাথ গোস্বামীৰ ভাষা চৰ্চাই ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় দিশো স্পৰ্শ কৰিবলৈ সক্ষম হৈছে। আধুনিক অসমীয়া ভাষাবিজ্ঞানৰ ক্ষেত্ৰত এই তিনিওজন পণ্ডিতৰে ৰৰঙণি লেখত লবলগীয়া।

ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° ৰোহিণী কুমাৰ মহন্ত, ড° ৰমেশ চন্দ্ৰ পাঠক, সুকুমাৰ বিশ্বাস, ড° ফণীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, বিশ্বেশ্বৰ হাজৰিকা, ড° নগেন ঠাকুৰ, ড° ভগৱান মৰল, ড° কেশবানন্দ দেৱ গোস্বামী, ড° ভীমকান্ত বৰুৱা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, ড° বসন্ত কুমাৰ গোস্বামী, ড° পৰীক্ষিত হাজৰিকা, ড° ৰামচৰণ ঠাকুৰীয়া, বনমালি কাকতি, অমল ৰাজখোৱা, ভুবনেশ্বৰী বৈশ্য, ড° লীলাৱতী শইকীয়া বৰা, ড° বাসন্তী দেৱী, ড° পাৰ্থসাৰথি মিশ্ৰ, ড° নাৰায়ণ দাস, ড° কৃষ্ণ কুমাৰ মিশ্ৰ, টাবু টাইড, ড° বীৰেন্দ্ৰনাথ দত্ত, নাহেন্দ্ৰ পাদুন, ড° হেম বৰা, মধুৰাম বড়ো, ড° দয়ানন্দ পাঠক, ড° দীপঙ্কৰ মৰল, ড° জ্যোতি প্ৰকাশ তামূলী, ড° উপেন ৰাভা হাকাচাম, ড° শিৱনাথ বৰ্মন, ড° নবীনচন্দ্ৰ শৰ্মা, ড° প্ৰবীণ চন্দ্ৰ দাস, ড° প্ৰকাশ গোস্বামী, ড° দীপ্তি ফুকন পাটগিৰি, ড° অৰ্পণা কোঁৱৰ, ড° সুনীল দত্ত আদিয়ে ভাষাতাত্ত্বিক অধ্যয়নত মনোনিবেশ কৰিছে। ইয়াৰ বুজন সংখ্যক লিখকে মিচিং, বড়ো, ৰাভা, কাৰ্বি আদি আৰ্য-ভিন্ন ভাষাসমূহৰ অধ্যয়নৰ দ্বাৰাও ভাষাতত্ত্বৰ ক্ষেত্ৰখন সাৰুৱা কৰি তুলিছে।

ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীয়ে 'Study in Sino-Tibetan Languages' 'প্ৰাকৃত সাহিত্য' 'ধম্মপদ', প্ৰাকৃত পাঠ মঞ্জুষা', 'সৰল ব্যাকৰণ' আদি গ্ৰন্থৰ দ্বাৰা অসমীয়া ভাষাতাত্ত্বিক দিশত বিশেষ অৰিহণা যোগায়। ড° ৰোহিণী কুমাৰ মহন্তই সাধাৰণ ভাষাবিজ্ঞানৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছে। ড° ৰমেশ পাঠকৰ "ভাষা বিজ্ঞানৰ ভূমিকা' ব্যাকৰণ আৰু প্ৰাকৃতি বিজ্ঞান', 'অসমীয়া ভাষাৰ ইতিহাস' অসমীয়া ভাষালৈ আগবঢ়োৱা উল্লেখযোগ্য অৱদান। অসমীয়া শব্দসম্ভাৰৰ বিষয়ে গৱেষণা কৰা ড° পাঠকে ভাষাবিজ্ঞানৰ ক্ষেত্ৰত নিজস্ব মত প্ৰদান কৰিছে। ড ভগৱান মৰলৰ ভাষাৰ্থ বিজ্ঞান', ফণীন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ 'আধুনিক ভাষাবিজ্ঞান পৰিচয়', বিশ্বেশ্বৰ হাজৰিকাৰ 'Assamese Language : Origin and Development' (অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ) আদি গ্ৰন্থই অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক চিন্তা-চৰ্চা আৰু সাধাৰণ ভাষাতত্ত্বৰ ক্ষেত্ৰত ইন্ধন যোগাইছে। শ্ৰী হাজৰিকাৰ ভাষা-চিন্তাৰ এক স্বকীয় অভিমত আছে। ড° দত্তবৰুৱাই 'অসমীয়া আৰু উৰিয়া ভাষাৰ ৰূপতত্ত্বৰ তুলনামূলক অধ্যয়ন' আৰু 'অসমীয়া আৰু বাংলা ভাষাৰ বাক্যতত্ত্বৰ তুলনামূলক অধ্যয়ন' এই দুয়োটি বিষয়ত গৱেষণা কৰি তুলনামূলক ভাষাবিজ্ঞানৰ ক্ষেত্ৰত

অৱদান আগবঢ়াইছে। ড° ভীমকান্ত বৰুৱাই 'নাগামিজ'ৰ গৱেষণা কৰাৰ উপৰিও 'অসমৰ ভাষা' 'অসমীয়া ভাষা' শীৰ্ষক গ্ৰন্থও প্ৰণয়ন কৰিছে। আৰ্য-ভিন্ন ভাষা শীৰ্ষক অধ্যয়নতো ড° বৰুৱাই অৱদান আগবঢ়াইছে। ড° নগেন ঠাকুৰৰ 'পৃথিৱীৰ বিভিন্ন ভাষা' 'অশোকৰ অনুশাসনমালা' 'পালি-প্ৰাকৃত অপভ্ৰংশ আৰু অসমীয়া ভাষা' আদি গ্ৰন্থই অসমীয়া ভাষাতত্ত্বৰ ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। ড° নাৰায়ণ দাসে লিপি, পুৰণি অসমীয়া ভাষা আদি দিশত ভালেকেইখন গ্ৰন্থ প্ৰণয়ন কৰিছে। ড° বসন্ত কুমাৰ ভট্টাচাৰ্যই 'ভাষাবিজ্ঞান প্ৰবেশ' নামৰ গ্ৰন্থ প্ৰণয়নৰ লগতে ভাষাবিজ্ঞানৰ ভালেমান প্ৰবন্ধ ৰচনা কৰিছে। ড° বসন্ত কুমাৰ গোস্বামীয়ে 'অভিধানতত্ত্ব'ৰ ক্ষেত্ৰত প্ৰথম (অসমীয়া) গৱেষণা কৰে আৰু ভাষাতাত্ত্বিক বিষয়ত বহুজন সংখ্যক প্ৰবন্ধ ৰচনা কৰিছে। ড° পৰীক্ষিত হাজৰিকাই 'চৰ্যাপদ' গ্ৰন্থই প্ৰত্ন অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক নিদৰ্শন দাঙি ধৰে। ড° লীলাৱতী শইকীয়াই মাধৱ কন্দলিৰ ৰামায়ণৰ ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়ন কৰাৰ উপৰিও ভালেমান মূল্যবান প্ৰবন্ধৰ দ্বাৰা ভাষাৰ অধ্যয়নৰ দিশত অৰিহণা আগবঢ়াইছে। 'মাধৱ কন্দলিৰ ৰামায়ণৰ ভাষা', 'ভাষা সাহিত্যৰ সুবাস' তেখেতৰ উল্লেখযোগ্য গ্ৰন্থ। অধ্যাপক নাহেন্দ্ৰ পাদুনে ভাষা সম্বন্ধীয় ভালেমান প্ৰবন্ধ আগবঢ়োৱাৰ উপৰিও 'ভাষাৰ তত্ত্বকথা' আৰু 'চিন্তা-প্ৰবাহ' নামৰ দুখন মূল্যবান গ্ৰন্থ সম্পাদনা কৰিছে য'ত ভাষা আৰু ভাষাবিজ্ঞান সম্বন্ধীয় যথেষ্টসংখ্যক প্ৰবন্ধ সন্নিবিষ্ট হৈছে। ড° দীপঙ্কৰ মৰলৰ 'উপভাষাবিজ্ঞান' গ্ৰন্থই উপভাষাৰ তাত্ত্বিক দিশসমূহৰ আলোচনা আগবঢ়াইছে। ড° উপেন ৰাভা হাকাচামৰ 'ৰাভা ভাষা আৰু সাহিত্য' আৰু ভাষা সম্বন্ধীয় অন্যান্য ৰচনাসমূহে ভাষাতাত্ত্বিক দিশত বৰঙণি আগবঢ়াইছে। মধুৰাম বড়োয়ে বড়ো ভাষা তথা অসমীয়া ভাষাৰ লগত বড়ো ভাষাৰ তুলনামূলক আলোচনাৰে ভালেকেইখন গ্ৰন্থ প্ৰণয়ন কৰিছে। ভূপেন নাৰ্জাৰী, প্ৰিয়দিনী ব্ৰহ্ম আদিয়ে বড়োভাষা সম্বন্ধীয় প্ৰবন্ধ তথা গৱেষণামূলক কামত অৰিহণা আগবঢ়াইছে। ড° দীপ্তি ফুকন পাটগিৰিৰ 'ভাষাতত্ত্ব', 'মধ্যযুগৰ অসমীয়া ভাষাৰ ব্যাকৰণ', 'আধুনিক অসমীয়া ব্যাকৰণ', 'মধ্যযুগৰ অসমীয়া ভাষা-সাহিত্যৰ বেঙণি', ড° অৰ্পণা কোঁৱৰৰ 'ভাষা-সাহিত্যৰ বিবিধ চিন্তা' আদি গ্ৰন্থইও অসমীয়া ভাষাৰ অধ্যয়নৰ দিশত ইন্ধন যোগাইছে।

ড° মুকুন্দ মাধৱ শৰ্মাৰ 'ব্যাকৰণ মঞ্জৰী', ৰূপচন্দ্ৰ মহন্তৰ 'অসমীয়া ব্যাকৰণৰ ৰূপৰেখা', ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ 'সৰল ব্যাকৰণ', প্ৰিয়দাস তালুকদাৰৰ 'অসমীয়া ভাষা-বোধিকা' আৰু অন্যান্য কেতবোৰ ব্যাকৰণে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নলৈ অৰিহণা যোগাইছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগ, আধুনিক ভাৰতীয় ভাষাবিভাগ, ভাষাতত্ত্ব বিভাগ, লোক সংস্কৃতি গৱেষণা বিভাগ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধীনত ভালেসংখ্যক গৱেষকে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক দিশত গৱেষণা গ্ৰন্থ প্ৰণয়ন

কৰি ভাষাতত্ত্বৰ ক্ষেত্ৰখন সমৃদ্ধ কৰাত সহায় কৰিছে। ঐতিহাসিক, বৰ্ণনামূলক আৰু তুলনামূলক আদি অধ্যয়নৰ দ্বাৰা এই গৱেষণা গ্ৰন্থসমূহ প্ৰস্তুত কৰা হৈছে। ইয়াৰ উপৰিও ভাষা সম্পৰ্কীয় বিভিন্ন প্ৰবন্ধ, গৱেষণা পত্ৰ আদিৰ জৰিয়তে অনেকজনে ভাষাতাত্ত্বিক দিশলৈ নতুন সমলৰ যোগান ধৰিছে। বিভিন্ন আলোচনী, বাতৰি কাকত আদি প্ৰচাৰ মাধ্যমসমূহে এই ক্ষেত্ৰত ভূমিকা গ্ৰহণ কৰিছে। অসম ভাষাবিজ্ঞান সমিতি, অসম সাহিত্য সভা, কামৰূপ অনুসন্ধান সমিতি, পূৰ্বোত্তৰ ভাষা শিক্ষা, আনন্দৰাম বৰুৱা ভাষা, কলা, সংস্কৃতি সংস্থা আদিয়ে অসমীয়া ভাষা চৰ্চাত ইন্ধন যোগাইছে। ৰাষ্ট্ৰীয় পৰ্যায়ৰ ভাৰতীয় ভাষাবিজ্ঞান সংস্থা, দ্ৰাবিড়ীয় ভাষাবিজ্ঞান, মহীশূৰৰ ভাষা-সংস্থা (CIIU) আদিয়ে আয়োজন কৰা ভাষা কৰ্মশালা, অধিবেশন আদিতো অসমীয়া ভাষাৰ চৰ্চা ক্ৰমাৎ বাঢ়িছে। আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ অধিবেশন আদিতো অসমৰ পণ্ডিতে অসমীয়া ভাষাৰ অধ্যয়নত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ইতিহাস অতি প্ৰাচীন নহয়। অষ্টাদশ শতিকাৰ পাছৰ পৰাহে এই দিশত অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে। ঊনবিংশ শতিকাত এই অধ্যয়নৰ ধাৰা প্ৰসাৰিত হৈ বিংশ শতিকাত ই এক পৰিপূৰ্ণ ৰূপ লাভ কৰিছে। অৱশ্যে পাণিনিয়ে দেশৰ তুলনাত অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়ন চালুকীয়া হৈয়ে আছে। ব্যাকৰণ-অভিধান ৰচনা, ভাষাৰ ধ্বনি, ৰূপ, শব্দ, অৰ্থ, বাক্য আদিৰ বিজ্ঞানসন্মত অধ্যয়নৰ বহুদিশ বাকী আছে। ড° কাকতিয়ে আৰম্ভ কৰা গৱেষণাৰ কাম আৰু বহু বাকী আছে। অসমত অসমীয়া ভাষাৰ উপৰিও অনেক থলুৱা ভাষা আছে। সেইবোৰৰ সম্যক অধ্যয়ন, উপভাষাৰ ক্ষেত্ৰত চৰ্চাৰ বহল পৰিসৰ এতিয়াও উন্মুক্ত হৈ আছে। অসম ভাষাতত্ত্ব চৰ্চাৰ সাৰুৱা পথাৰ। ছন পৰি ৰোৱা দিশসমূহ সাৰুৱা কৰি তুলিব পাৰিলে অসমীয়া ভাষাৰ ভাষাতাত্ত্বিক অধ্যয়নৰ ক্ষেত্ৰখন অধিক সমৃদ্ধ হ'ব।

---

১ ইংৰাজী 'Linguistics' শব্দৰ প্ৰতিশব্দৰূপে 'ভাষাতত্ত্ব' আৰু 'ভাষাবিজ্ঞান'- এই দুয়োটা শব্দ প্ৰয়োগ কৰা হৈছে।

২ Palmer. F R Semantics. page 7, 1981

# এটা শতাব্দীৰ অসমীয়া অভিধান

বসন্ত কুমাৰ গোস্বামী

অসমত প্ৰাচীন কালৰ পৰাই অভিধান প্ৰণয়নৰ ঐতিহ্য আছে যদিও ১৮৬৭ চনত ব্ৰন্সনৰ অভিধানৰ যোগেদি আধুনিক অসমীয়া ভাষাই আধুনিক অভিধানৰ যুগত প্ৰৱেশ কৰে। ঊনবিংশ শতিকাতেই হেমচন্দ্ৰ বৰুৱাই ডাঙৰ অভিধানখনৰ কাম সম্পূৰ্ণ কৰিছিল; প্ৰকাশ হৈছিল ১৯০০ চনত। সেয়ে, ব্ৰন্সনক বাদ দিলে আধুনিক অসমীয়া অভিধানৰ জনক হেমচন্দ্ৰ বৰুৱা। সেয়েহে বেজবৰুৱাই কৈছিল ঃ

হেমকোষ ৰচি হেমচন্দ্ৰ হেৰা
ভাষা আকাশৰ জোন
স্বদেশ ভাষাত এনে শব্দকোষ
ভাৰতত ৰচিলে কোন (গ্ৰন্থাৱলী, পৃ. ৯৯৪)

হেমচন্দ্ৰ বৰুৱাৰ সময়ৰ পৰা আজিলৈকে প্ৰায় এটা শতিকাত কেইবাখনো অভিধান ওলাইছে; কিন্তু হেমচন্দ্ৰ হেমৰ দৰে ভাষা-বিকাশৰ জোন হৈ জিলিকি আছে আৰু ভৱিষ্যতেও থাকিব। তাহানি পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কোৱা বাক্য এটি আজিও সঁচা হৈ আছে— "এই পুৰুষৰ ভিতৰত এনে এখন অভিধান আৰু এনে এখন ব্যাকৰণ লিখিব পৰা মানুহ আমাৰ ভিতৰত যে নায়েই অহা পুৰুষতো যে ওলাব তাৰো ঠিকনা নাই (পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃ. ৪৩১) বাক্যটি আখৰে আখৰে সঁচা। আমাৰ অধিকাংশ অভিধানৰে আদৰ্শ হেমকোষ। ইয়াৰ লগতে বঙলা ভাষাৰ সংসদ বাঙলা অভিধানৰ প্ৰভাৱো কম নহয়। হেমকোষৰ ৩৩ বছৰৰ পিছত চন্দ্ৰকান্ত অভিধান ওলাল। পৰৱৰ্তী অভিধানবোৰৰ ওপৰত ইয়াৰ প্ৰভাৱো অপৰিসীম। হেমকোষ আৰু চন্দ্ৰকান্তৰ মাজৰ কালছোৱাত অসমত ভাষা-তত্ত্বৰ চৰ্চা আৰম্ভ হ'ল গ্ৰিয়াৰ্ছনৰ Linguistic Survey of Indiaই অসমীয়া বুদ্ধিজীৱীৰ দৃষ্টি আকৰ্ষণ কৰিলে। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ Origin and Development of Bengali Language প্ৰকাশ হোৱাৰ লগে লগে অসমীয়া ভাষাৰ ভাষা-বৈজ্ঞানিক অধ্যয়নৰ সূচনা হ'ল আৰু সুদৃঢ় হ'ল ডঃ বাণীকান্ত কাকতিৰ যোগেদি! ডঃ চট্টোপাধ্যায়ৰ ছাত্ৰ কাকতিৰ গৱেষণা গ্ৰন্থ Assamese its Formation and Development (১৯৪১) প্ৰকাশ অসমত

ভাষা-বিজ্ঞান চৰ্চাৰ ঐতিহাসিক ঘটনাৰূপে চিহ্নিত হ'ল। ইয়াৰ আগেও যোৰহাটৰ দেবানন্দ ভঁৰালীৰ অসমীয়া ভাষাৰ মৌলিক বিচাৰৰ (১৯০২) প্ৰকাশে ভাষা-বিজ্ঞান চৰ্চাৰ প্ৰথম বীজ অংকুৰিত কৰিলে। আনহাতে ১৯৪৮ চনত পুনাৰ ডেক্কান কলেজৰ সঞ্চালক সুমিত্ৰ মংগেছ কাৰ্টেৰ তত্ত্বাৱধানত An Encyclopaedic Dectionary of Sanskrit on Historical Principle গৱেষণা প্ৰতিষ্ঠানৰ জন্ম উল্লেখযোগ্য ঘটনা, অন্নমালাই বিশ্ববিদ্যালয়ৰ Tamil Lexicon on Historical Principle, পুনা বিশ্ববিদ্যালয়ত Centre of Advance Studies in Linguistic, ১৯৬৯ চনত মহীশূৰত Central Institute of Indian Language আদি প্ৰতিষ্ঠা হ'ল। ১৯৬০ চনত ব্লমিংটনৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত সমগ্ৰ বিশ্বৰ অভিধানৰ বিশেষজ্ঞসকলৰ সন্মিলন আৰু তাৰ কাৰ্যবিবৰণিৰ গ্ৰন্থাকাৰে প্ৰকাশ হ'ল ১৯৬২ চনত Problems in Lexicography নামেৰে। দেখা যায় ১৯৫০ৰ পৰাই অভিধান প্ৰণয়নৰ কাৰিকৰী কৌশল সম্পৰ্কে সমগ্ৰ বিশ্বত এক বৌদ্ধিক আন্দোলন গঢ় লৈ উঠিল। এই আন্দোলনৰ সামান্য প্ৰভাৱ গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম সাহিত্য সভাৰ ওপৰত পৰিছিল; কিন্তু সেয়া গালোঁ নাম গ'ল উবি অৱস্থাপ্ৰাপ্ত হ'ল। ফলত হেমকোষ আৰু চন্দ্ৰকান্তৰ পিছত অভিধানসমূহৰ নতুনত্ব প্ৰদৰ্শিত নহ'ল, অনুকৰণসৰ্বস্ব হ'ল। অৱশ্যে পূৰ্ববৰ্তী অভিধানক সমলৰ উৎস কৰি ল'লে নকল কৰা নুবুজায়। ইংৰাজী অভিধানৰ জনক জনছনেও পূৰ্ববৰ্তী অভিধান Lexicon Technicum, Lingua Britannica Reformota, English-English Dictionary ৰ পৰা সমল লৈছে। কিন্তু প্ৰকৰণ ৰচনা কোনো কাৰণতে একে হ'ব নালাগে। আমাৰ অভিধানৰ প্ৰকৰণ ৰচনাৰ মূল ভিত্তি হেমকোষ আৰু চন্দ্ৰকান্ত। সেয়ে এই দুখন অভিধানক গুৰুত্ব দি অন্য অভিধানৰ প্ৰসংগহে উল্লেখ কৰা হ'ব যদিও সুমন্ত চলিহাৰ চেষ্টাৰ মাজত থকা বিশেষ বৈশিষ্ট্যৰে সামৰা হ'ব।

অভিধান কোনেও নপঢ়ে, প্ৰয়োজন অনুযায়ী অভিধানৰ পৰা তথ্য আহৰণ কৰা হয়। গতিকে একে সময়তে বা খণ্ডিত ৰূপত অভিধান গঢ়াৰ প্ৰয়োজন নাই। সেইফালৰ পৰা অভিধানৰ প্ৰয়োজন খণ্ডিত ৰূপতহে। ইয়াত অভিধান চাওতাৰ ৰুচিবো প্ৰয়োজন নাই। এবাৰ ইংৰাজ আভিধানিক জনছনৰ ওচৰলৈ কেইবাগৰাকীও মহিলা গৈ কৈছিল যে অভিধানত মহিলা সম্পৰ্কীয় কিছুমান শব্দ নাই, উত্তৰত জনছনে কৈছিল— ইমান বিশাল অভিধানখনত তেওঁলোকেনো কিয় শব্দকেইটা বিচাৰিলে? মহিলাসকলে উত্তৰ দিব নোৱাৰি গুচি গ'ল। ইয়াৰ পৰাই এটা ইংগিত পাব পাৰি অভিধানৰ পাঠক বিচিত্ৰ আৰু বিপুল। সেয়ে এখন অভিধান অজ্ঞ আৰু বিজ্ঞৰ একে সময়তে উপযোগী হ'ব পাৰে। শব্দৰ অৰ্থ, শব্দমূলৰ সন্ধান, শব্দৰ সাধন, ব্যাকৰণৰ সম্ভেদ, প্ৰতিশব্দৰ সন্ধান, শব্দৰ খেল আদি প্ৰয়োজন অনুযায়ী পাঠকে বিচাৰে। এনে উদ্দেশ্য লৈ যেতিয়া এজন পাঠকে অভিধানৰ পাত মেলে তেওঁ বিচৰা তথ্যটো অতি সহজে পোৱাৰ ব্যৱস্থা অভিধানত থাকিব লাগিব। আমাৰ অভিধানত এই বিষয়টোৰ প্ৰতি লক্ষ্য কৰা

নহয়; অৱশ্যে এখন অভিধানে তথ্য-সম্ভেদকক সকলো তথ্যৰ যোগান ধৰিব নোৱাৰে। প্ৰত্যেক অভিধানৰে উদ্দেশ্য বেলেগ বেলেগ। কিন্তু আমাৰ আভিধানিকসকলৰ উদ্দেশ্য স্পষ্ট নহয়। সেয়ে কোনখন কি অভিধান অৰ্থাৎ অসমীয়া অভিধানবোৰ বিজ্ঞানসম্মতভাৱে শ্ৰেণীবিভাগ কৰিব নোৱাৰি। আমাৰ অভিধানবোৰৰ আদৰ্শ যেন দ্বিভাষিক অভিধানহে। অভিধানৰ অধিকাংশ ঠাই ইংৰাজী শব্দই অধিকাৰ কৰি আছে। আমাৰ অভিধানবোৰ উদ্দেশ্য, উৎস আৰু লক্ষ্য দুয়োটা ভাষা-ভাষীৰ কাৰণে। এনে উদ্দেশ্য পৃথিৱীত কোনো অভিধানেই সাধন কৰিব নোৱাৰে; সেই কাৰণে, Problems in Lexicography গ্ৰন্থত Richard S. Harral -এ Some notes on Bilingual Dictionary প্ৰবন্ধত (পৃঃ ৫১) কৈছে— "দুয়োটা ভাষা-ভাষীৰ কাৰণে অভিধান প্ৰণয়ন কৰিবলৈ চেষ্টা নকৰাই ভাল।" এই দিশেৰে আমাৰ এখন অভিধানকো (একভাষীকেইখন বাদ দি) প্ৰকৃত অৰ্থত দ্বিভাষিক অভিধানৰ মৰ্যাদাও দিব নোৱাৰি। হেমকোষ আৰু চন্দ্ৰকান্তৰ কেইটামান পৃষ্ঠা মিলাই চালেই কথাটিৰ সাৰ্থকতা প্ৰতিপাদন হ'ব।

ইয়াৰ উপৰিও শ্ৰেণী বিভাগত সততে মনত ৰখা হয়— অভিধানখনত কেইটা ভাষা ব্যৱহাৰ কৰা হৈছে? মান্যৰূপ নে কথিত ৰূপ নে দুয়োটা ব্যৱহাৰ কৰা হৈছে? ভাষাটোৰ সাম্প্ৰতিক ৰূপ নে অতীতৰ ৰূপো ব্যৱহাৰ কৰা হৈছে? এই দিশেৰে পৰীক্ষা কৰিও আমি অসমীয়া অভিধানসমূহক শ্ৰেণী বিভাগ কৰিব নোৱাৰোঁ। গতিকে আকাৰ অনুযায়ীহে শ্ৰেণীবিভাগ কৰিব খুজিছোঁ। সাম্প্ৰতিক কাললৈকে প্ৰকাশ পোৱা অভিধানবোৰক প্ৰথম পৰ্যায়ত দুটা ভাগত ভাগ কৰিব পাৰি— ১. ডাঙৰ আৰু ২. সৰু। ডাঙৰ অভিধানৰ ভিতৰত হেমকোষ, চন্দ্ৰকান্ত অভিধান, আধুনিক অসমীয়া শব্দকোষ (শব্দকোষ), অসমীয়া ভাষাৰ এৰাবোটলা, Pronouncing Anglo-Assamese Dictionary, জ্যোতি দ্বিভাষিক অভিধান, সৰু অভিধানৰ ভিতৰত পঢ়াশলীয়া অভিধান, আধুনিক অসমীয়া অভিধান, অসমীয়া অভিধান, ইত্যাদি। বিজ্ঞান, ভূগোল, খণ্ডবাক্য, ৰত্নকোষ আদি আমাৰ আলোচনাৰ অন্তৰ্ভুক্ত কৰা নাই। তেনেকৈ দৰঙী শব্দকোষ, অসমীয়া ভাষাত মধ্যপ্ৰাচ্য আৰু উত্তৰ ভাৰতৰ শব্দ-সম্ভাৰকো আলোচনাৰ অন্তভুক্ত কৰা নাই— এই অভিধানবোৰ বিশেষ উদ্দেশ্য লৈ ৰচনা কৰা।

হেমচন্দ্ৰ বৰুৱাৰ হেমকোষ ওলায় ১৯০০ চনত। পঢ়াশলীয়া অভিধান ওলায় ১৯০৬ চনত। সংক্ষিপ্ত হেমকোষ নামেৰে সৰু অভিধান এখন যুগুত কৰাৰ কথাও জনা যায়। হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰ প্ৰায় ২৬ বছৰ কালৰ সাধনাৰ সিদ্ধিলাভ হেমকোষ। হেমকোষ আৰু অসমীয়া ভাষাৰ ব্যাকৰণেৰে হেমচন্দ্ৰই অসমীয়া ভাষাক সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিলে। হেমকোষৰ প্ৰকাশৰ লগে লগে ব্ৰজনৰ অভিধান ইতিহাস হৈ পৰিল। হেমকোষ ৰচনাৰ সময়ত হেমচন্দ্ৰ বৰুৱাৰ সন্মুখত অসমীয়া ভাষাৰ বৰ্ণ-বিন্যাসৰ আৰ্হি আছিল তিনিটা: (১) পুৰণি অসমীয়া ৰীতি (২) কলিকতীয়া মিছনেৰি ৰীতি আৰু (৩) যাদুৰাম-ব্ৰাওনৰ ৰীতি। পুৰণি অসমীয়া বৰ্ণ-বিন্যাসত পুথিবোৰৰ মিল নাছিল আৰু লিপিকাৰৰ প্ৰমাদো চকুত পৰা বিধৰ নাছিল, তৎসত্ত্বেও পুৰণি

ৰীতিৰ এটা আদৰ্শ আছিল। হেমচন্দ্ৰৰ প্ৰথমখন ব্যাকৰণত এই ৰাতিৰ প্ৰতিধ্বনি আছে। হেমচন্দ্ৰই এই ৰীতি অনুসৰণ কৰা নাই। ডক্টৰ কেৰী চাহাবৰ যত্নত কলিকতাত মিছনেৰিসকলে নতুন বৰ্ণ-বিন্যাসৰ ৰীতি নিৰ্ধাৰণ কৰিছিল ঃ সংস্কৃত অনুগামী এই ৰীতিও হেমচন্দ্ৰৰ সন্মুখত আছিল। কিন্তু হেমচন্দ্ৰই কলিকতীয়া মিছনেৰি ৰীতি আৰু তিনি হেজাৰ বছৰীয়া সংস্কৃত ৰীতিহে গ্ৰহণ কৰিলে (দ্ৰঃ মহেশ্বৰ নেওগ ঃ অৰুনোদই, পৃঃ ১২৬, ভূমিকা), বৰ্ণ-বিন্যাসৰ এই ৰীতি প্ৰতিষ্ঠা হোৱাৰ লগে লগে অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ নিৰ্দিষ্ট হ'ল। কিন্তু যুগৰ পৰিৱৰ্তনৰ লগে লগে আখৰ-জোঁটনিৰ সৰলীকৰণ হোৱাত আৰু লগতে প্ৰয়োজনীয়তা উপলব্ধি কৰি পৰৱৰ্তী অভিবৰ্তনবোৰত পৰিৱৰ্তিত আখৰ-জোঁটনি অন্তৰ্ভুক্ত হ'ল— এই ক্ষেত্ৰত চন্দ্ৰকান্তই বাট মুকলি কৰি দিলে যদিও তিৰ্যকৰূপত পূৰ্বৰ আখৰ-জোঁটনিও ৰক্ষা কৰিছে। শব্দকোষে সাহসেৰে নতুন আখৰ-জোঁটনি সামৰি লৈছে। এই সম্পৰ্কে পিছত আলোচনা কৰা হৈছে।

হেমকোষ প্ৰণয়নৰ সময়ত হেমচন্দ্ৰৰ আদৰ্শ আছিল ব্ৰণ্সনৰ A Dictionary in Assamese and English, উইলছনৰ Sanskrit-English Dictionary, টম্পছনৰ Hindi-Urdu-English Dictionary, কেৰী চাহাবৰ Bengali-English Dictionary আৰু ওৱেবষ্টাৰৰ ১৮২৫ বা ১৮৪০ চনৰ সংস্কৰণ— এইকেইখনেই আদৰ্শ আছিল।

বৰ্ণনাক্ৰমত হেমচন্দ্ৰই পুৰুষোত্তম বিদ্যাবাগীশৰ প্ৰয়োগ ৰত্নমালাক অনুকৰণ কৰিছে। বিদ্যাবাগীশৰ "অ-কাৰাদিক্ষকাৰান্তা ৰ্বৰ্ণমালা'নুৱৰ্ততে" অৰ্থাৎ অ-কাৰৰ পৰা ক্ষকাৰলৈকে লৈয়ে বৰ্ণমালা। সেই কাৰণে ক্ষ-ৰ অৱস্থান লৈ হেমচন্দ্ৰ সমস্যাত পৰা নাই; হ-ৰ পিছতে ক্ষ-ক স্থান দিছে। তেওঁৰ সমস্যা ং, ঃ আৰু ँ লৈহে। সেই সমস্যাও সমাধান কৰিছে। চন্দ্ৰবিন্দু ব্যঞ্জনৰ আগত ব্যৱহাৰ কৰিছে, চন্দ্ৰকান্ততো এই নীতিকে মানি চলিছে শব্দকোষত অনুস্বাৰৰ পিছত ব্যৱহাৰ কৰিছে। হেমচন্দ্ৰই উপানুক্ৰমত অনুস্বাৰৰ পিছত বিসৰ্গ আৰু অন্তঃস্থ বৰ্ণ মূল অনুক্ৰমতেই আছে। ব- ৰ অনুক্ৰমত ল-ৰ পিছতে আছে। যিবোৰ বৰ্ণ ঃ শব্দৰ আদ্য অৱস্থানত প্ৰয়োগ নহয়; প্ৰয়োগ নোহোৱাৰ কাৰণ হেমকোষৰ দৰে কেউখন অভিধানে দেখুৱাইছে। শব্দৰ দ্বিতীয় আৰু তৃতীয় অৱস্থানত অনুস্বাৰ আৰু বিসৰ্গৰ বৰ্ণানুক্ৰম ৰক্ষিত হৈছে, যেনে ঃ কৈতৰ পিছত কংস অঋণীৰ পিছত অংশ। কিন্তু এই ৰীতিও স্থান বিশেষে ৰক্ষিত হোৱা নাই। কৈত-ৰ পিছত কঁকলীয়া, কঁকলিয়া, কঁকলুৱা ক্ৰমহে লৈছে। বিসৰ্গ স্বৰৰ পিছত বৰ্ণানুক্ৰমত আছে। ধাতু, বিকৰণ, শব্দমূল সমাসবদ্ধ শব্দ এটা গোট হিচাপে লৈ বৰ্ণানুক্ৰম ৰক্ষা কৰিছে। একে নীতি কেউখন অভিধানে গ্ৰহণ কৰাত এই ক্ষেত্ৰত পাঠক বিভ্ৰান্ত নহয়। যেনে— হেমকোষ-গড়-হাজিৰা, শব্দকোষ-গড়-হাজিৰা, চন্দ্ৰকান্ত-গড়-হাজিৰা, কিন্তু গড় ধাতু হিচাপে ব্যৱহাৰৰ ৰূপটো হেমকোষত প্ৰথমে ব্যৱহাৰ কৰিছে; চন্দ্ৰকান্তত বিশেষ্য ৰূপ আৰু শব্দকোষেও বিশেষ্য ৰূপটো প্ৰথমে ব্যৱহাৰ কৰিছে। হেমকোষে ক্ৰিয়াক, আন দুখনে বিশেষ্যক আগস্থান দিছে; এই নিয়ম সমগ্ৰ অভিধানখনতে ৰক্ষিত হ'ব লাগে। আমাৰ বৰ্ণমালাত অ, অ, এ, এ-ৰ প্ৰভেদ দেখুৱা নাই;

কিন্তু হেমচন্দ্রই ভাষাবিজ্ঞানীৰ দৰেই এই প্ৰভেদ দেখুৱাইছে— যেনেঃ অচলা, কিন্তু, অচলিত; বেল, কিন্তু বেলি। দুটা বৰ্ণৰ সংযোগত উচ্চাৰিত ৰূপবোৰ এটা আখৰ বুলি ধৰি লৈ প্ৰথমতে ব্যৱহাৰ কৰি ক্ৰম ৰক্ষা কৰিছে; যেনে ঃ জ্ঞাতি, ক্ষৰ। বোধহয় শব্দৰ দল একত্ৰৰ (nest conflated form) সমস্যাৰ সন্মুখীন হৈয়ে এই শব্দবোৰৰ শিতান বেলেগ কৰিছে। এই সমস্যা সমাধান কৰিব নোৱৰাৰ কাৰণে স্থান বিশেষে বৰ্ণানুক্ৰম ব্যাহত হৈছে। জতুৱা ৰূপ আৰু সমাসবদ্ধ শব্দৰ ক্ষেত্ৰত হেমচন্দ্ৰই বৰ্ণানুক্ৰমত প্ৰথমে অহা শব্দক প্ৰথম স্থান দিছে। এই নীতি চন্দ্ৰকান্ত আৰু শব্দকোষেও অনুকৰণ কৰিছে। Longman Dictionary of Contemporaryতো এই নীতিকে গ্ৰহণ কৰা দেখা গৈছে। এনে নীতি গ্ৰহণ কৰিলে চাওতাৰ সুবিধাৰ কাৰণে ক্ৰম নিৰ্দেশনা দিব লাগে— যেনে বৰমেধি (মেধি দ্ৰঃ)। হেমকোষত এই নীতি স্থান-বিশেষে মানি চলিছে, চন্দ্ৰকান্ত আৰু শব্দকোষত এই নীতি গ্ৰহণ কৰা নাই। অৱশ্যে মেধিৰ অন্তৰ্ভুক্তিতো বৰমেধি দ্ৰঃ বুলি দেখুৱাব লাগে। হেমকোষে দেখুৱা নাই। শব্দৰ বৰ্ণানুক্ৰমৰ স্পষ্ট আৰু নিৰ্দিষ্ট ৰূপ এটা সকলোৱে গ্ৰহণ কৰিলে ভাল। কাৰণ স্নাতক স্তৰৰ ছাত্ৰ-ছাত্ৰীয়ে শব্দ এটা বিচাৰিবলৈ দিলে সহজে বিচাৰি দিব নোৱৰাৰ উদাহৰণ আছে; বিদ্যায়তনিক জগতৰ লগত সম্পৰ্ক থকা লোকৰ বাহিৰে আনে অভিধানৰ আগকথা পঢ়ি নাচায়। আমি ভাবোঁ শব্দৰ বৰ্ণানুক্ৰমত ঐতিহাসিক ধাৰণাটো বাদ দিব নালাগে।

হেমকোষেই চন্দ্ৰকান্তৰ ঘাই ধৰণী হ'লেও বৰ্ণানুক্ৰম, লিপ্যন্তৰ, ব্যুৎপত্তি, দ্বিত্ব বৰ্জন আদিত চন্দ্ৰকান্ত আৰু শব্দকোষ আঁতৰি আহি ভাষাৰ বৰ্ণনামূলক ৰূপটোৰ কাষ চাপিবলৈ যত্ন কৰা দেখা যায়। অনুস্বাৰ ব্যঞ্জনৰ আগত ব্যৱহাৰ কৰিছে যদিও অনুস্বাৰৰ আগত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰিছে। যেনে- হেমকোষত অংশৰ পিছত অঁই; কিন্তু চন্দ্ৰকান্তত অংশৰ আগত অঁই; শব্দকোষত অঁই নাই যদিও অনুস্বাৰৰ পিছত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰিছে। চন্দ্ৰকান্তত বিসৰ্গ বৰ্ণানুক্ৰমৰ স্ব স্থানত নাই, তেনেকৈ শব্দকোষতো ব্যঞ্জনৰ আগত আৰু হেমকোষতো ব্যঞ্জনৰ আগত ব্যৱহাৰ কৰি নীতি নিৰ্দিষ্ট কৰাটো উপযুক্ত হৈছে। বিশেষ্য আৰু ক্ৰিয়া একে হ'লে হেমকোষে একে আগীকৈ ক্ৰিয়াক প্ৰথমে স্থান দিছে, চন্দ্ৰকান্ত আৰু শব্দকোষে বিশেষ্যক প্ৰথমে অন্তৰ্ভুক্ত কৰিছে। বিশেষ্য আৰু বিশেষণৰ ক্ষেত্ৰতো কেতিয়াবা বিশেষ্য কেতিয়াবা বিশেষণ আগলৈ আহিছে। এই ক্ষেত্ৰত গ্ৰহণ কৰা নীতিৰ ঐক্য অভিধানত আৰম্ভণিৰ পৰা শেষলৈকে থাকিব লাগে। চন্দ্ৰকান্ত আৰু হেমকোষত বৰ্ণানুক্ৰমত ঙ-ৰ সংযুক্ত ৰূপবোৰ উপানুক্ৰমত ব্যাকৰণ-সম্মতভাৱে সজোৱা হৈছে। যেনেঃ অ-সন্ধিবদ্ধ তৎসম শব্দ কিছুমান সদায় ঙ হয়, সেইবোৰত ঙ-ৰ সলনি অনুস্বাৰ ব্যৱহাৰ কৰিব নোৱাৰি; এনে ব্যৱহাৰ ব্যাকৰণসন্মত নহয়, কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমিতিয়ে অনুস্বাৰৰ নিৰ্বিচাৰ অনুমোদন জনোৱাৰ ফলত অংশ, অংক (অঙ্ক) একাকাৰ হৈ পৰিল। হেমকোষত ব্যাকৰণসাধিত ৰূপ ব্যৱহাৰ কৰিছে; চন্দ্ৰকান্তত ব্যাকৰণসাধিত ৰূপ বৰ্ণানুক্ৰমত দেখুৱাইছে। চন্দ্ৰকান্তই প্ৰথমে ব্যাকৰণসন্মত ৰূপটো

ব্যৱহাৰ কৰি প্ৰচলিত অথবা গ্ৰহণযোগ্য ৰূপটি পিছত দিছে। শব্দকোষত গ্ৰহণযোগ্যটো প্ৰথমে, ব্যাকৰণসাধিতটো দ্বিতীয় স্থানত অন্তৰ্ভুক্ত কৰিছে। ব্যাকৰণসাধিত ৰূপটো প্ৰথমে অন্তৰ্ভুক্ত হ'ব লাগে। হেমকোষ আৰু চন্দ্ৰকান্তত ঙ-ৰ সংযুক্ত ৰূপ বৰ্ণানুক্ৰমৰ যথাস্থানত অন্তৰ্ভুক্ত কৰিছে, শব্দকোষত স্বৰৰ পিছতে ঙ-ৰ অনুস্বাৰ অন্তৰ্ভুক্ত কৰিছে। এনে ধৰণৰ অন্তৰ্ভুক্তিত সাংস্কৃতিক ধৰ্ম ৰক্ষা হ'ব লাগে।

শিতান শব্দৰ নিৰ্বাচনত হেমচন্দ্ৰই পৰম্পৰাত গুৰুত্ব দিছে আৰু কেতিয়াবা অৰ্থৰ ফালেও চকু দিছে। যিটো ৰূপৰ লগত অৰ্থৰ পোনপটীয়া সম্পৰ্ক আছে সেই ৰূপটোক প্ৰথম স্থান দিছে। যেনে ঃ পল সময় অৰ্থত হেমচন্দ্ৰই পল্ প্ৰথমে অন্তৰ্ভুক্ত কৰিছে। চন্দ্ৰকান্ত আৰু শব্দকোষত হলন্ত চিন নাই। হলন্ত চিন ব্যৱহাৰ নকৰাৰ কাৰণে দুয়োখন অভিধানত শব্দটো পল(অ) হৈয়ে ৰ'ল। তেনেকৈ তলত কলি শব্দটো দেখুৱা হ'ল ঃ

হেমকোষ ঃ

কলি ঃ নফুলা ফুল, কুমলীয়া গুটি, কোনো বস্তুৰ মূৰত দিয়া বেঁটু, গীতৰ দোহৰা আৰু সামৰণিৰ মাজৰ অংশ, মাজত সুমাবলৈ কটা আল।

চন্দ্ৰকান্ত ঃ নুফুলা ফুল, কুমলীয়া গুটি, কোনো বস্তুৰ মূৰত সাজি দিয়া বা গঢ়ি দিয়া কলিৰ আকৃতিৰ বেঁটু....।

শব্দকোষ ঃ নুফুলা ফুল, ফুল ফুলাৰ পূৰ্ব অৱস্থা....।

কলি মূলৰূপ (cannonical form) ফুলৰ কলি অৰ্থ। এই অৰ্থত এইটোৱেই প্ৰকৃতি ৰূপ হ'ব লাগে। কলি শব্দই প্ৰথম অৱস্থাত যুগৰ ধাৰণা নিদিয়ে; সেয়ে হেমকোষত বিজ্ঞানসম্মতভাৱে কলি অন্তৰ্ভুক্ত হৈছে। যুগ অৰ্থত দ্বিতীয় স্থানলৈ আহিল; চন্দ্ৰকান্ত আৰু শব্দকোষত যুগৰ অৰ্থত মূল ৰূপ হিচাপে অন্তৰ্ভুক্ত কৰিছে! আগতেই কোৱা হৈছে হেমচন্দ্ৰই ক্ৰিয়া ৰূপটো প্ৰথমে অন্তৰ্ভুক্ত কৰিছে। চন্দ্ৰকান্ত আৰু শব্দকোষত বিশেষ্য ৰূপটো প্ৰথমে অন্তৰ্ভুক্ত হৈছে; কিন্তু হেমকোষ আৰু শব্দকোষত মূল ৰূপটো শিতানলৈ আনিছে; চন্দ্ৰকান্তই সাধনাৰ সৈতে অন্তৰ্ভুক্ত কৰিছে যেনে— নোৱৰ (হেমকোষ, শব্দকোষ), নোৱাৰ (চন্দ্ৰকান্ত)। শব্দকোষত ইন্দ্ৰ শব্দটো অন্তৰ্ভুক্ত হোৱা নাই; চন্দ্ৰকান্তত অৰ্থ বিস্তৃতিত শিতান শব্দবোৰ বেলেগ বেলেগ হোৱাত বিশৃংখল হৈছে। তেনেকৈ শব্দকোষত ইন্দ্ৰজিত শব্দটো নাই; চন্দ্ৰকান্তত সাপ অৰ্থতো একে শিতানত অন্তৰ্ভুক্ত হৈছে— বিহুগীতৰ চতাই পৰেবতত ইন্দ্ৰজিত ওলালে-ৰ লগত ৰাৱণৰ পুতেক ইন্দ্ৰজিতৰ সম্পৰ্ক নাই। বাকী সকৰু অন্য অভিধানবোৰত শিতান শব্দত শব্দ সংগ্ৰহতে গুৰুত্ব দিয়া হৈছে; কোনো নিৰ্দিষ্ট নীতিৰ আধাৰ নাই। বৰ্ণানুক্ৰমত শব্দবোৰ কেৱল সজোৱা হৈছে। পৰিয়ালভিত্তিক অনিয়মৰ মাজেদি যিবোৰ শব্দৰ আদেশ হয় তেনে অৱস্থাত শিতান শব্দত ক্ৰম-নিৰ্দেশনা থাকিব লাগে। যেনে— /মোৰ/প্ৰথম পুৰুষৰ সৰ্বনাম মই-ৰ ষষ্ঠী একবচন। শব্দকোষত ক্ৰম-নিৰ্দেশনা নাই যদিও মই, মোৰ অন্তৰ্ভুক্ত হৈছে।

শব্দৰ অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত দেখা যায়— একেখন অভিধানকে অফচেটত পুনৰ মুদ্ৰণ কৰাৰ কাৰণে নতুন শব্দ অন্তৰ্ভুক্ত হোৱা নাই। সেয়ে অসমীয়া অভিধানসমূহ শব্দ-সম্ভাৰৰ ফালৰ পৰা আধুনিক হ'বৰ কাৰণে উপযুক্ত হ'ব পৰা নাই। নতুন শব্দ সংযোজনৰ উপৰিও বহু ক্ষেত্ৰত পূৰ্ব প্ৰচলিত শব্দৰ নতুন অৰ্থ আৰোপিত হোৱাৰ কাৰণে যেনেকৈ অৰ্থ সংযোজন হ'ব লাগিছিল, হোৱা নাই। পূৰ্ব প্ৰচলিত অজ্ঞাত মূলৰ, দেশী, তদ্ভৱ আদি শব্দৰ উদ্ভৱ আৰু ব্যুৎপত্তি সম্পৰ্কে অসমত চিন্তা-চৰ্চা হৈছে; তাৰ প্ৰতিফলনো হোৱা নাই। অভিধানকেইখন বিশেষকৈ সংস্কৃত এলাকাতো প্ৰৱেশ কৰাত দৃষ্টিভংগী সংস্কৃতগন্ধী হৈছে। সংক অভিধানসমূহৰো সাম্প্ৰতিকীকৰণৰ কাম চপা নাই। গতিকে সাম্প্ৰতিকীকৰণৰ ক্ষেত্ৰতো অভিধানবোৰ পিছ পৰি আছে। হেমকোষক বাদ দি পৰৱৰ্তী কালৰ অভিধানবোৰত বুৰ্জোৱা, থানজঁট, অৱস্থান ধৰ্মঘট, বন্ধ, ঘেৰাও, আইচক্ৰিম, ইনিংচ আদি অধুনা প্ৰচলিত শব্দৰ অন্তৰ্ভুক্তিৰে সাম্প্ৰতিকীকৰণৰ চেষ্টা দেখা ন্যযায়; হেমকোষৰ পৰৱৰ্তী সংস্কৰণবোৰতো নায়েই, চন্দ্ৰকান্ততো নাই। অৱশ্যে অসমীয়াত সঘনাই প্ৰচলিত হৈ থকা বহুত শব্দ শব্দকোষত নাথাকিলেও বুৰ্জোৱা, অৱস্থান-ধৰ্মঘট, ইউনিয়ন, ইলেকট্ৰন, ইলেকট্ৰনিকচ্, ইন্সপেক্টৰ, ইমাম আদিৰ দৰে শব্দৰ অন্তৰ্ভুক্তিৰে শব্দকোষ সাম্প্ৰতিকীকৰণৰ কাম চাপিছে। ১৯৯১ চনৰ পৰা ১৯৯৬ চনলৈকে শব্দকোষৰ কেইবাটাও সংস্কৰণ অফচেটত পুনৰ-মুদ্ৰণহে কৰা হৈছে। প্ৰথম সংস্কৰণৰ ভুল-ভ্ৰান্তিবোৰ পৰৱৰ্তী সংস্কৰণবোৰত থাকি গ'ল। এই ক্ষেত্ৰত গ্ৰন্থৰ সম্পাদকতকৈ প্ৰকাশকৰ স্বত্বইহে সম্পাদকক সমস্যাত পেলোৱা যেন লাগে। নবীন উদ্যোগী যুৱক সুমন্ত চলিহাৰ নিষ্ঠা, একাগ্ৰতা আৰু সততাক প্ৰকাশকে ব্যৱসায়ৰ মাধ্যমৰূপে গ্ৰহণ কৰাটো দুৰ্ভাগ্যজনক। শ্ৰী চলিহাই গ্ৰন্থৰ স্বত্ব নিজে ল'লেহে অভিধানখন সৰ্বাংগসুন্দৰ হ'ব।

শিতান শব্দৰ লগতে আখৰ-জোঁটনিৰ কথাও উল্লেখ কৰা প্ৰয়োজন। অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ যিবোৰ বিশৃংখলা আছে কেউখন অভিধানৰ একেটা শব্দৰ ভিন্ন আখৰ-জোঁটনিয়ে সেই বিশৃংখলা স্পষ্ট কৰিছে।

| হেমকোষ | চন্দ্ৰকান্ত | শব্দকোষ |
|---|---|---|
| × | অকটিয়াই-পকটিয়াই | অকতিয়াই-পকতিয়াই |
| বছেৰেকীয়া | বছৰেকীয়া | বছৰেকীয়া |
| আশংকা | আশংকা | |
| আৰম্ভণি | আৰম্ভণি বি. | |
| | আৰম্ভণি বিণ. | |
| হিন্দুস্থান | হিন্দুস্থান | হিন্দুস্থান/হিন্দুস্তান |
| কবি (-বি) | কবি | কবি |
| কৱিতা (-বি) | কবিতা/কবিতা | কবিতা |

শব্দবোৰৰ উচ্চাৰণৰ সংকেত নথকাত অভিধানসমূহৰ ত্ৰুটি ৰৈ গৈছে। যেনে— এৰ উচ্চাৰণ ক'ত স্বাভাবিক, ক'ত পৰিবৰ্তিত তাৰ উল্লেখ হেমকোষত আছে যদিও আন কেইখনত নাই। বহু ক্ষেত্ৰত একেটা শব্দৰ বিশেষ্য ৰূপৰ উচ্চাৰণ আৰু বিশেষণ ৰূপৰ উচ্চাৰণ একে নহয়। যেনে— বিশেষ্য ৰূপত অচ্যুত্; কিন্তু বিশেষণ ৰূপত অচ্যুত (অ), তেনেকৈ বিদ্ৰোহ শব্দ বিদ্‌দ্ৰোহ নে বিদ্‌ৰোহ। উচ্চাৰণ সম্পৰ্কীয় নিৰ্দেশ থাকিলে শিক্ষাৰ্থীৰ সুবিধা হয়।

একোটা ভাষাত বহুত ধৰণৰ শব্দ থাকে যেনে, আখৰ-জোঁটনিৰে অৰ্থ বিৰোধ ঘটোৱা শব্দ, উচ্চাৰণৰ যোগেদি অৰ্থ বিৰোধ হোৱা শব্দ, ব্যাকৰণসম্মত ৰূপান্তৰিত শব্দ, বিভক্তি মুক্ত শব্দ, ধাৰ কৰা শব্দ, পাৰিভাষিক শব্দ ইত্যাদি। এই শব্দবোৰ অভিধানত স্থান দিওঁতে অৰ্থৰ দিশটোত অত্যধিক গুৰুত্ব দিব লাগে। নানাৰ্থ শব্দ অৰ্থাৎ অৰ্থ বিস্তৃত ঘটা শব্দবোৰৰ শিতান শব্দ এটা হ'ব লাগে। একে শিতানতে সৰু ডাঠ আখৰ দি মূল ৰূপটো ব্যৱহাৰ নকৰি তাৰ ঠাইত কুঞ্চিত ৰেখাৰে ঠাইৰ মিতব্যয়ী ৰূপত ব্যৱহাৰ কৰিব লাগে। শব্দকোষে এই নীতি গ্ৰহণ কৰিছে যদিও সমগ্ৰ অভিধানখন এই নীতি সঞ্চালনীকৈ প্ৰয়োগ কৰা নাই; চন্দ্ৰকান্তত পুনৰ মূল ৰূপটো সৰু ডাঠ আখৰেৰে ব্যৱহাৰ কৰিছে। হেমকোষতো কম-বেছি পৰিমাণে এনে নীতি আছে যদিও শিতান প্ৰায়ে বেলেগ কৰা হৈছে।

অচল শিতান শব্দ হ'লে ইয়াৰ লগত বিস্তৃত অৰ্থৰ তলত দিয়া শব্দবোৰ একে শিতানতে থাকিব লাগে, যেনে, অচলা-ভক্তি, অচলা-লক্ষ্মী; অচল-চকু, অচল-চিত, অচল-টকা, অচল-ঘড়ী, অচল-স্পন্দন, অচলনীয়, অচল-অৱস্থা, অচলিত ইত্যাদি। কিন্তু, পৰ্বত অৰ্থত অচল শব্দৰ শিতান বেলেগ হ'ব লাগে। তেনেকৈ সংগীতৰ ক্ষেত্ৰত অচল-ঠাটৰ শিতানো বেলেগ হ'ব লাগে। হেমকোষত বেলেগ শিতান বিস্তৃত অৰ্থতো ব্যৱহাৰ কৰিছে। চন্দ্ৰকান্তই অচলা, অচলিত একে শিতানলৈ আনিছে যদিও অচল-টকাৰ শিতান বেলেগ। শব্দকোষত অৱশ্যে বিস্তৃত অৰ্থত অচলৰ ভিন্ন অৰ্থত প্ৰয়োগ দেখুৱা নাই; কিন্তু অন্যত্ৰ আংশিকভাৱে হ'লেও কুঞ্চিত ৰেখাৰে উপশিতানৰ শব্দবোৰৰ অৰ্থ বিস্তৃতি একে শিতানতে দেখুৱাইছে। তেনেকৈ সমনাম শব্দবোৰৰ শিতানত সঞ্চালনীকৈ এখন অভিধানেও শিতান শব্দৰ অন্তৰ্ভুক্তিত নীতি এটা মানি চলা নাই যেন লাগে। যেনে— চন্দ্ৰকান্তত ঘাটি শব্দটো অপৰাধ, দায় জগৰ অৰ্থত ব্যৱহাৰ কৰি ঘাটি-খা বেলেগ শিতান কৰিছে; শব্দকোষে একে শিতানৰ অন্তৰ্ভুক্তি কৰি লৈছে। শব্দকোষৰ এই নীতি বিজ্ঞানসন্মত। কিন্তু, সমগ্ৰ অভিধানখনত এই নীতি ৰক্ষিত হোৱা নাই। কিছুমান শব্দৰ উচ্চাৰণৰ যোগেদিও অৰ্থ বিৰোধ হয়; সেই শব্দবোৰ সকলো অভিধানে সমানে গুৰুত্ব দিয়া নাই, হেমকোষ, চন্দ্ৰকান্ত, শব্দকোষত পাৰ্যমানে এই বৈশিষ্ট্য ৰক্ষা কৰিছে। অন্য সৰু অভিধানসমূহত এই বিশেষত্বৰ প্ৰতি গুৰুত্ব দিয়া নাই।

শিতান শব্দৰ লগতে আন এটি আলোচ্য বিষয় হ'ল ব্যাকৰণৰ সম্ভেদ। শব্দ এটা অভিধানত অন্তৰ্ভুক্ত কৰাৰ পিছতেই শব্দটোৰ শুদ্ধ ৰূপত কেনেকৈ ব্যৱহাৰ কৰিব লাগে তাৰ

নির্দেশ অভিধানত থাকিব লাগে। অবশ্যে ব্যাকৰণ-সম্মত সাধিত শব্দবোৰ ব্যাকৰণৰ সম্বল; কিন্তু ৰূপাতাত্ত্বিক আৰু আকৃতিগত ৰূপবোৰ অভিধানৰ সমল। অভিধানত ব্যাকৰণৰ সম্ভেদে বাক্যৰ গঠন বিধিৰ ইংগিত দিব লাগে। কেউখন অভিধানত নাই অব্যয় হিচাপে চিহ্নিত হৈছে; কিন্তু না-খাব জানে, না-স'ব জানে এই প্ৰসংগটো অভিধানে সামৰা নাই। তেনেকৈ নুশুনি, দেখি আদি অসমাপিকা ক্ৰিয়া, কিন্তু কেতিয়াবা সমাপিকা ক্ৰিয়া ৰূপেও ই ব্যৱহাৰ হয়। কিছুমান অব্যয় বিশেষণৰূপেও ব্যৱহাৰ হয়— এইবোৰৰ ব্যাকৰণৰ মৰ্যাদা থাকিব লাগে। কেতিয়াবা ভাল বিশেষ্যৰূপেও ব্যৱহাৰ হয়; যেনে— ভালটো, ইয়াৰ উল্লেখ থাকিব লাগে। শব্দকোষত অবশ্যে ব্যাকৰণৰ সম্ভেদত নিৰ্দিষ্টবাচক প্ৰত্যয়ৰ ক্ষেত্ৰত এটা নীতি সৰ্বত্ৰ গ্ৰহণ কৰিছে।

অভিধানৰ উদ্দেশ্যৰ লগত ব্যুৎপত্তিৰ সম্বন্ধ। বিস্তৃত অভিধানত শিতান শব্দৰ পাছতে ব্যুৎপত্তি দিয়া হয়। ব্যুৎপত্তিৰ সহায়ত শব্দৰ সাংস্কৃতিক বুৰঞ্জীৰ লগতে আখৰ-জোঁটনিও অধ্যয়ন কৰিব পাৰি। ধাৰ কৰা শব্দৰ ক্ষেত্ৰত বিভক্তি যুক্ত ৰূপ উদ্ধাৰ কৰাত ব্যুৎপত্তিয়ে সহায় কৰে। অৰ্থৰ অস্পষ্টতা ব্যুৎপত্তিৰ সহায়ত স্পষ্ট কৰি ল'ব পাৰি। মুঠতে অভিধানৰ উদ্দেশ্যৰ লগত সংগতি ৰাখিহে ব্যুৎপত্তি দেখুৱা হয়। সকলোবোৰ অভিধানত ব্যুৎপত্তি দিয়া নহয়। হেমকোষ, চন্দ্ৰকান্তত ব্যুৎপত্তি সামান্যভাৱে দেখুৱা হৈছে, শব্দকোষত দেখুৱা নাই। হেমকোষ আৰু চন্দ্ৰকান্তত সাদৃশ্য প্ৰদৰ্শনৰ কাৰণে ব্যুৎপত্তি দিয়া হৈছে যদিও স্থান বিশেষে অনুমানৰ সহায় লোৱা হৈছে। হেমকোষত মূল শব্দৰ সাধন দেখুৱা হৈছে যদিও চন্দ্ৰকান্তই ঐতিহাসিকভাৱে পাঠকক মূলৰ সম্ভেদ দিব পৰা নাই। অভিধানখনত মূল ভাষাৰ আদি আখৰেই সৰহ ঠাই অধিকাৰ কৰিছে— যেনে— সংস্কৃত-সং, আৰবী-আ, হিন্দী-হি, ইংৰাজী-ইং। এইবোৰে পাঠকক সন্তুষ্ট কৰিব নোৱাৰে। বহু ক্ষেত্ৰত অনুমানৰ সহায় লোৱা হৈছে। যেনে—

বেতু [সং বৃন্ত]

লাজুক [সং লাজ]

প্ৰথমটোৰ উ স্বাৰ্থিক, দ্বিতীয়টোৰ উ তদ্ধিত। এই সম্পৰ্কে কোনো উল্লেখ পোৱা নাযায়।

অভিধানৰ আটাইতকৈ প্ৰয়োজনীয় ব্যৱহাৰিক দিশটো হ'ল অৰ্থ। এতিয়ালৈ কোনো গৱেষকেই অৰ্থক এটা সংজ্ঞাৰে সামৰিব পৰা নাই। শব্দত অৰ্থ আৰোপ মানৱ সমাজৰ মানসিক ব্যাপাৰ। শব্দৰ স্বতন্ত্ৰ ধাৰণাৰ আধাৰত শব্দত আৰোপিত অৰ্থৰ তত্ত্ব নিৰূপিত হয়। সামাজিক, অৰ্থনৈতিক, মানৱ সংস্কৃতিৰ উত্থান-পতন, বিকাশ আদিৰ লগত অৰ্থ জড়িত। সেই কালৰ পৰা শব্দৰ অৰ্থৰ গতি অনন্ত। এনে অনন্ত গতি যুক্ত অৰ্থৰ ব্যাখ্যা বৰ টান কাম। শব্দত অৰ্থ সংস্থাপনত তলত দিয়া বিষয়কেইটিত গুৰুত্ব দিব লাগে :

১। শব্দ গোটৰ বৰ্ণনা আৰু সংজ্ঞা

২। একে অৰ্থবাচক অন্য শব্দৰ সমন্বৰূপক অৰ্থ নিৰ্দেশ

৩। উদাহৰণৰ যোগেদি বিশ্লেষণ

৪। বৰ্ণনামূলক চিত্ৰ

৫। ব্যাখ্যা

৬। ক্ৰম নিৰ্দেশনা

৭। ব্যুৎপত্তি

৮। মৰ্যাদা

প্ৰথমটো অতিশয় গুৰুত্বপূৰ্ণ। বৰ্ণনা বা সংজ্ঞা কোনো কাৰণতে দ্ব্যৰ্থবোধক হ'ব নোৱাৰিব। যেনে—

দুৱাৰ ঃ হেমকোষ ঃ ঘৰ আদিৰ বাটৰ মুখ, ঘৰলৈ সোমোৱা আৰু তাৰ পৰা ওলোৱা বাট, সেই বাটৰ ঢাকনী.....

চন্দ্ৰকান্ত ঃ ঘৰ-বাৰীৰ বাটৰ মুখ; ঘৰলৈ সোমোৱা আৰু তাৰ পৰা ওলাই অহা বাট ২. দৰজা, দুৱাৰ মুখ বন্ধ কৰা ঢাকনী....

শব্দকোষ ঃ (১) ওলোৱা-সোমোৱা বাট (২) ঘৰ আদিৰ ওলোৱা-সোমোৱা বাটত লগোৱা কাঠ বাঁহ আদিৰ যতন।....।

উল্লিখিত বৰ্ণনাই দুৱাৰৰ ছবিটো আনি নিদিয়ে। তিনিওখনৰ ভিতৰত শব্দকোষৰ অৰ্থ আংশিকভাৱে হ'লেও গ্ৰহণযোগ্য। দুৱাৰ বুলিলে যতন শব্দটোত অধিক গুৰুত্ব দিব লাগিব। দুৱাৰৰ ছবিটো আনিবলৈ হ'লে— ঘৰ, কোঠা, গাড়ী, প্ৰৱেশ পথ, কাঠ-বাঁহ, গ্লাছ বা অন্য ধাতুৰে নিৰ্মাণ কৰা, হেন্দেল থকা বা নথকা, কব্জা, ৰছী বা বেতৰ ব্যৱহাৰ, ঘূৰঘূৰি থকা আদি সকলো দিশ সামৰিব লাগিব। চকী শব্দটো চাওক—

চকী— হেমকোষ ঃ এবিধ বহা পীৰা, চাৰিঠেঙীয়া ওখ আসন।

চন্দ্ৰকান্ত ঃ চাৰিটা খুৰা থকা বহা আসন।

শব্দকোষ ঃ

চাৰিটা খুৰা থকা বহা আসন বুলিলে টুল আৰু পীৰাৰ ধাৰণাও দিব। কিন্তু চকীত এজন মানুহ বহে, বাহু থাকিবও পাৰে নাথাকিবও পাৰে। কিহেৰে সজা হয়, ভৰি দুটা ক'ত থ'ব, মাটি স্পৰ্শ কৰিবনে? আউজিব পৰা ব্যৱস্থা আছেনে— বৰ্ণনাই এই গোটেইবোৰ কথা সামৰিব লাগিব। নজনা অৰ্থৰ বৰ্ণনা জনা শব্দৰে দিব লাগিব। আমাৰ অভিধান তিনিখনে এই ব্যৱস্থা গ্ৰহণ কৰিছে যদিও স্থান বিশেষে গ্ৰহণ কৰা নাই; যেনে—

ইথাৰ হেমকোষ ঃ বিজ্ঞান মতে সমুদায় ঠাই জুৰি থকা এবিধ বায়ুসদৃশ পদাৰ্থ।

চন্দ্ৰকান্ত ঃ আধুনিক বিজ্ঞান মতে সমস্ত ঠাই বিয়পি থকা এবিধ অতি পাতল বায়ুবৎ পদাৰ্থ।

শব্দকোষ ঃ (১) শূন্য-স্থানত পোহৰে গতি কৰা বুলি ভবা হোৱা মাধ্যম (২) এবিধ

জৈব-ৰাসায়নিক পদাৰ্থ।

১৯৮২ চনৰ Oxford Advanced Learner's Dictionary of Current English ত আছে: 1. liquid made from alcohol, used in industry, and medically as an anaesthetic 2. medium through which, it was once believed light waves were transmitted through all space 3. (poet) the pure, upper air above the cloud তেনেকৈ চন্দ্ৰকান্তত ক্ৰিকেট শব্দৰ অৰ্থ— এবিধ খেলা, শব্দকোষ— ঘাঁহনি পথাৰত বেট আৰু খুটি লৈ দুটা এঘাৰজনীয়া দলৰ মাজত হোৱা এবিধ বল খেলা। কিন্তু The Concise Oxford Dictionary ত আছে— a game played on a grass pitch with two teams of 11 players taking turns of to bowel at a wicket defended by a batting player of the other team। উল্লিখিত অসমীয়া অভিধানৰ বৰ্ণনাই এই ছবিটো আনিব নোৱাৰে, এবিধ শব্দটোৱে সমগ্ৰ চেষ্টা অথলে নিয়ালে। বৰ্ণনা সম্পূৰ্ণ স্পষ্টবাদী হ'ব লাগিব। কোনো বৰ্ণনাতে এবিধ চৰাই, এবিধ ফুল, এবিধ গছ, এবিধ খেল ব্যৱহাৰ কৰিব নালাগে। এবিধ সদায় বৰ্জনীয়। অভিদান এখন আধুনিক হ'বলে কেৱল প্ৰকাশ কালৰ পৰা পুনৰ মুদ্ৰণ হোৱা নুবুজায়। এই দিশবোৰতো চকু দিব লাগিব। পাৰিভাষিক শব্দ হ'লে বিজ্ঞানৰ নামৰ লগতে সহজে বুজি পোৱা জাগতিক সম্পৰ্ক থকা শব্দৰে বৰ্ণনা দিব লাগে। তদুপৰি বৰ্ণনাত ব্যৱহাৰ কৰা শব্দ অভিধানত শিতান শব্দৰূপে অন্তৰ্ভুক্ত হ'ব লাগিব। ইয়াৰ উপৰিও সম অৰ্থ বিশিষ্ট শব্দৰ যোগেদি অৰ্থ স্পষ্ট কৰি দেখুৱাব লাগে। অৱশ্যে কেউখন অভিধানত এই বৈশিষ্ট্যটো ৰক্ষা কৰা হৈছে।

অৰ্থক অধিক স্পষ্ট কৰি দেখুৱাবৰ কাৰণে বিষয় গ্ৰন্থৰ পৰা নাইবা নিজে ৰচনা কৰি উদ্ধৃতি দিব লাগে। বিষয় গ্ৰন্থৰ পৰা উদ্ধৃতি দিওতে মৰ্যাদা সূচকেৰে কিতাপৰ নাম পৃষ্ঠা উল্লেখ কৰিব লাগে। হেমকোষ, চন্দ্ৰকান্তত উদ্ধৃতি স্থানবিশেষে আছে যদিও বিষয় গ্ৰন্থৰ নামহে উল্লেখ কৰা হৈছে। শব্দকোষত উদ্ধৃতি নাই। ব্যাখ্যাৰ যোগেদি অৰ্থ স্পষ্ট কৰিব নোৱাৰিলে বা অৰ্থ নিৰূপণ কৰিব নোৱাৰিলে চিত্ৰৰ সহায় ল'ব লাগে। হেমকোষত চিত্ৰৰ আৰম্ভণি হৈছিল, সুমন্ত চলিহাই শব্দকোষত চিত্ৰৰ সহায়েৰে অৰ্থ নিৰ্দেশ কৰিবলৈ যত্ন কৰাটো অভিধানখনৰ উল্লেখযোগ্য বৈশিষ্ট্য।

ইয়াৰ উপৰিও অসমীয়া ভাষাৰ অভিধানৰ দুখ লগা অৱস্থা হৈছে পুনৰ মুদ্ৰণ ব্যৱস্থাটো। একেটা সংস্কৰণকে বাৰে বাৰে ছপা কৰি থকাৰ কাৰণে অভিধানবোৰৰ সংশোধন হোৱা নাই; হেমকোষৰ পৰা আৰম্ভ কৰি শব্দকোষলৈকে অৱস্থাটো একেটাই। শব্দ সম্ভাৰৰ ক্ষেত্ৰত যেনেকৈ সাম্প্ৰতিকীকৰণ হোৱা নাই, তেনেকৈ পৰিবৰ্তিত সামাজিক পৰিবেশ, প্ৰৱণতা, প্ৰয়োজন,

চাহিদাৰ লগত সংগতি ৰাখি অভিধান এখনৰ আধুনিকতাৰ প্ৰাথমিক চৰ্ত পালন কৰা হোৱা নাই। গতিকে এইবোৰ অভিধান আছে যদিও যুগৰ লগত খাপ খোৱাকৈ অভিধানসমূহ সম্পাদনা কৰাৰ প্ৰয়োজন; লগতে, দেশ-কাল, মানুহৰ সমসাময়িক প্ৰেক্ষাপটটো বিশেষভাৱে মনত ৰাখি এই কাম কৰা উচিত। কিয়নো আৰু কিছুদিনৰ পিছতহে আমি একবিংশ শতিকাত প্ৰৱেশ কৰিম, সেয়ে অনাগত দিনৰ কথাও চকুৰ আগত ৰাখি পৰিকল্পনা যুগুতাব লাগিব। প্ৰকৃততে আমাৰ অভিধানৰ সম্পাদকসকলে দ্ৰুত কালপ্ৰবাহৰ কথা মনত ৰাখি আৰু লগতে বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ অগ্ৰগতিৰ ফলত মানুহ জীৱনলৈ ৰাষ্ট্ৰীয়, সামাজিক, দৈনন্দিন জীৱনৰ যি পৰিবৰ্তন আহিছে, তাৰ প্ৰতিও দৃষ্টি ৰাখি অভিধানসমূহত নতুন শব্দক আগ্ৰহেৰে ঠাই দিব লাগিব। হেমচন্দ্ৰ বৰুৱাই হেমকোষৰ সম্পৰ্কত সাম্প্ৰতিকীৰণৰ কথা কৈছে; বেজবৰুৱাই হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ভাষা বন্ধা জৰীডাল অলপ ঢিলাই দি আটিবলৈ কৈছে। অন্য অভিধানৰ ক্ষেত্ৰতো কথাটো সমানে প্ৰযোজ্য।

ওপৰৰ আলোচনাত আমি সকলো অভিধান সামৰা নাই। সকলো অভিধানক সামৰি নোলোৱাৰ কাৰণ হৈছে— আমাৰ প্ৰায়বোৰ অভিধানৰ মূল ৰাপটো হেমকোষ আৰু চন্দ্ৰকান্তৰ মাজত বিচাৰিলেই পোৱা যাব। সেয়ে হাততে পোৱা অসমীয়া ভাষাৰ অভিধানৰ তালিকা এখন প্ৰবন্ধৰ লগত সংযুক্ত কৰা হৈছে। কোনো অভিধানৰ নাম থাকি যোৱা মানেই সহৃদয় পাঠকসকলে যেন ইচ্ছা কৰি বাদ দিয়া বুলি ধৰি নলয়। আমাৰ অজ্ঞতাৰ কাৰণে বা হাতত নপৰাৰ কাৰণেহে তালিকাভুক্ত কৰা নাই বুলি যেন বিবেচনা কৰে।

**বিংশ শতিকাৰ অসমীয়া ভাষাৰ নিৰ্বাচিত অভিধানৰ তালিকা (সময় অনুসৰি)**

| | |
|---|---|
| হেমচন্দ্ৰ বৰুৱা | : হেমকোষ ১৯০০, পঢ়াশলীয়া অভিধান- ১৯০৬ |
| বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য | : Pronouncing Anglo-Assamese Dictionary (১৯৩১) |
| অসম সাহিত্য সভা | : চন্দ্ৰকান্ত অভিধান, ১৯৩৩, ১৯৬২, ১৯৮৮ |
| গিৰিধৰ শৰ্মা | : অসমীয়া অভিধান, ১৯৫২ |
| ভ্ৰমৰ শইকীয়া | : শব্দমালা, ১৯৫৮ |
| সত্যেন্দ্ৰনাথ শৰ্মা আৰু নবেন্দ্ৰনাথ শৰ্মা | : ব্যৱহাৰিক শব্দকোষ, ১৯৭১ |
| মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱ শৰ্মা, নৱকান্ত বৰুৱা | : আধুনিক অসমীয়া অভিধান, ১৯৭৭ |
| শৰৎ চন্দ্ৰ শৰ্মা | : অসমীয়া ভাষাৰ এৰা বোটোলা, ১৯৮৯ |
| প্ৰণৱজ্যোতি ডেকা | : জ্যোতি দ্বি-ভাষিক অভিধান, ১৯৯০ |

সুমন্ত চলিহা : আধুনিক অসমীয়া শব্দকোষ, ১৯৯২
ব্ৰজবুলি ভাষাৰ ব্যাকৰণ আৰু অভিধান : শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী

বিশেষ শক্তিকাৰ খণ্ডবাক্য কোষ

PRT Gurdon : Some Assamese Proverbs, ১৯০৩
বেণুধৰ ৰাজখোৱা : অসমীয়া খণ্ডবাক্য কোষ, ১৯১৭
চন্দ্ৰধৰ বৰুৱা : বস্তুকোষ, ১৯৬২
বাণী প্ৰকাশ : অসমীয়া বচনভংগী, ১৯৬৫
প্ৰিয় দাস তালুকদাৰ : প্ৰবচন কোষ

ইয়াৰ উপৰিও দৰঙ্গী শব্দকোষ, ডিমাছা ভাষাৰ ভঁড়াল কাৰবি লাম তাছাম আদিৰ উপৰিও ৰাভা, গাড়ো, বড়ো আদি জনগোষ্ঠীৰ অনেক শব্দকোষ প্ৰকাশ হোৱাটো অসমীয়া ভাষাৰ কাৰণে এটি সুখবৰ।

আনহাতে বিজ্ঞান-প্ৰযুক্তি বিদ্যা, ভূগোল আদি বিষয়ক অনেক শব্দকোষ ওলাইছে। ইয়াৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য শব্দকোষ হ'ল— বিজ্ঞান-অভিধান (প্ৰথম খণ্ড)। এই খণ্ডটোত দহোটা বিজ্ঞানৰ বিষয় সামৰিছে। মুখ্য সম্পাদক ডক্টৰ দীনেশ চন্দ্ৰ গোস্বামীয়ে আগকথাত অভিধান সম্পৰ্কে দিয়া নিৰ্দেশ আৰু সম্পাদনা নীতিৰ প্ৰতিফলন অভিধানখনত স্পষ্টভাৱে পৰিছে। অভিধানখন ব্যাখ্যামূলক হোৱাত জটিল পাৰিভাষিক শব্দৰ অৰ্থবোধ ছাত্ৰ-ছাত্ৰীৰ লগতে সাধাৰণ পাঠকেও বুজি পোৱা হৈছে। এনে এটি জটিল কাম কৰিবলৈ আগবাঢ়ি বিজ্ঞান সমিতি আৰু মুখ্য সম্পাদকগৰাকী সফল হৈছে। এনে কামত যাতে যতি নপৰে, পৰৱৰ্তী খণ্ডবোৰৰ সৰ্বাংগসুন্দৰকৈ প্ৰকাশে অসমীয়া ভাষালৈ বিশেষ বৰঙণি আগবঢ়াব বুলি আশা কৰিব নোৱাৰিনে?

প্ৰবন্ধৰ সীমাবদ্ধতা আৰু লগতে সকলো অভিধান হাততে পোৱাকৈ নথকাৰ কাৰণে আলোচনালৈ আনিব পৰা নাই। এই সম্পৰ্কে আগতে উল্লেখ কৰা হৈছে। দোষ-ত্ৰুটী থাকিলেও সকলো অভিধানেই আমাৰ ভাষাৰ সম্পদ। এনে এক সম্পদক সম্পদৰূপে ৰাখিবলৈ ভাষাৰ দৰে অভিধানকো চলন্ত ৰূপ দিব লাগিব। বাৰে বাৰে, নিৰৱচ্ছিন্নভাৱে সংশোধন আৰু সংযোজনৰ মাজেদিহে অভিধান ব্যৱহাৰৰ উপযোগী হৈ থাকে। মনত ৰাখিব লাগিব পৃথিৱীত কোনো অভিধানেই সম্পূৰ্ণ আৰু নিখুঁত বুলি দাবী কৰিব নোৱাৰে। অসমীয়া ভাষাৰ এই অভিধানসমূহ যুগৰ লগত খাপ খাব পৰাকৈ ব্যৱহাৰ কৰিব পৰা অৱস্থালৈ নিয়াহে সম্প্ৰতি সকলোৰে প্ৰাথমিক দায়িত্ব হ'ব লাগে। □

(গৰিয়সী, অক্টোবৰ, ১৯৯৯)

# অসমীয়া বাক্য-ৰচনা অধ্যয়নৰ সমস্যা

অতুলচন্দ্ৰ গোস্বামী

অসমীয়া ভাষাত ব্যক্যতত্ত্বৰ বিষয়ে বিশেষ অধ্যয়ন হোৱা নাই। ডক্টৰ গোলোকচন্দ্ৰ গোস্বামীয়ে Structure of Assamese গ্ৰন্থৰ এটা অধ্যায়ত বিষয়টোৰ তাত্ত্বিক দিশবোৰ সামৰিছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক, অতুলচন্দ্ৰ গোস্বামীয়ে শীৰ্ষক প্ৰবন্ধটিত প্ৰাচীন ঐতিহ্য আৰু আধুনিক তাত্ত্বিক দিশবোৰৰ সুষম সমন্বয় সাধন কৰি বাক্যতত্ত্বৰ বিষয়ে সামগ্ৰিকভাৱে অধ্যয়ন কৰিবলৈ যত্ন কৰিছে। গোস্বামীৰ প্ৰবন্ধ সম্পৰ্কে অনুসন্ধিৎসু পাঠকে বক্তব্য উত্থাপন কৰিব খুজিলে গোস্বামীৰ লগত ব্যক্তিগতভাৱে যোগাযোগ কৰিব পাৰিব। তেনে বক্তব্য, মতামত প্ৰকাশৰ যোগ্য বুলি বিবেচিত হ'লে পৰবৰ্তী সংখ্যা পত্ৰিকাত প্ৰকাশ কৰা হ'ব।

সম্পাদক

(১)

সাহিত্যৰথী বেজবৰুৱাৰ 'বসন্ত' কবিতাৰ প্ৰথম দুশাৰী এনে ঃ

মালতী ফুলিল, সেউতী উঠিল
কেতেকী গামুৰি দিলে

ইয়াত তিনিটা সৰল বাক্য আছে। প্ৰথম দুটাত দুটাকৈ শব্দ। তাৰে এটা বিশেষ্য, আনটো ক্ৰিয়া। শেষৰটোত তিনিটা শব্দ। তাৰ দুটা বিশেষ্য, এটা ক্ৰিয়া। এটা বিশেষ্য থকা বাক্যত বিশেষ্যটো ক্ৰিয়াৰ কৰ্তা। তাত কৰ্ম নাই। দুটা বিশেষ্য থকাত এটা কৰ্ত্ত আৰু আনটো কৰ্ম। অসমীয়া বাক্যৰচনাৰ নিয়মমতে অকৰ্মক ক্ৰিয়াৰ কৰ্তাত কাৰক বিভক্তি যোগ দিয়া নহয়। সেই নিয়ম অনুসৰি, 'মালতী' আৰু 'সেউতী'ত প্ৰথমা বিভক্তি যুক্ত হোৱা নাই। বাক্য দুটা শুদ্ধ। আনহতে, তৃতীয় বাক্যত 'কেতেকীয়ে' নিদি 'কেতেকী' দিয়াত বাক্যটো ত্ৰুটিযুক্ত। কিয় ইয়াত প্ৰথমা বিভক্তি নাই? এই প্ৰশ্নৰ উত্তৰ আৰু ব্যাখ্যা ভাষাৰ ব্যাকৰণৰ নিয়মেৰে দিব নোৱাৰি, কবিতা ৰচনাৰ সুকীয়া নিয়মেৰেহে ইয়াৰ ব্যাখ্যা কৰিব পাৰি। এটা ফুলিল,

এটা ফুলি উঠিল আৰু এটাই ফুলি উঠিবলৈ গামুৰি দিলে। এইদৰে, ঘটনাক্ৰমে পৃথক হ'লেও, ফুলাত তিনিওৰে সাদৃশ্য আছে। এই সাদৃশ্য সূচোৱাত শব্দৰূপৰ সাদৃশ্যই সহায় কৰিছে। তদুপৰি, 'কেতেকী'ত প্ৰথমা বিভক্তি যোগ দিয়া হ'লে, চৰণটোত এটা পৰ্ব বাঢ়ি ছন্দপতন ঘটালেহেঁতেন। এতিয়া ঘটা নাই। কিন্তু এনে ব্যাখ্যা দিয়াটো ভাষাতাত্ত্বিকৰ মুখ্য লক্ষ্য নহয়। তেওঁ বাক্যৰীতিৰপৰা পৃথকে, বাক্যৰচনাৰ নিয়মবোৰ বিচাৰি লৈ, তাৰ ব্যাখ্যা কৰে। এনে ব্যাখ্যাই অৱশ্যে পৰোক্ষ কাব্যৰ ব্যাখ্যাত সহায় কৰিব পাৰে। উল্লেখযোগ্য যে ভাষাৰ নিয়মবোৰ জনাৰ পিছতহে, কাব্যিক ব্যঞ্জনাৰ স্বাৰ্থত, কেতিয়াবা সেইবোৰক ভাঙি দি, বেঁকা কৰি বা কেতিয়াবা সম্পূৰ্ণ ভংগ কৰি, কবিয়ে ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত অসাধাৰণ কৃতিত্ব দেখুৱায়। আনহাতে, ভাষাতাত্ত্বিকে সৰ্বাসাধাৰণে মানি চলা নিয়মবোৰৰ ব্যাখ্যা আৰু আলোচনা কৰি, ভাষাৰ গঠন স্পষ্ট কৰি দেখুৱায়। তদুপৰি, একেবাৰে নিয়মতে ভৰ দি যে কবিয়ে সৰ্বসাধাৰণৰ ভাষাৰ ওপৰত নতুন গাঁথনিৰ তৰপ এটা সৃষ্টি কৰিব পাৰে, সেই সম্ভাৱনালৈকো আঙুলি টোৱায়। অৰ্থাৎ ভাষাতাত্ত্বিকে দেখুৱায় যে তেওঁ অধ্যয়ন কৰা ভাষাটো সৰ্বসাধাৰণৰ ভাষা হৈয়ো অসাধাৰণ কৃতিত্বৰ ভেটি।

(২)

ধ্বনি আৰু ধাৰণা (ভাব বা অৰ্থ) এই দুই পদাৰ্থৰে ভাষা গঠিত। ধ্বনি ভৌতিক আৰু ধাৰণা মানসিক। ধাৰণাৰ নিজৰ গঠন আছে, কিন্তু তাক আনৰ ইন্দ্ৰিয়গোচৰ কৰিবলৈ এটা ভৌতিক মাধ্যম লাগে। সাধাৰণতে বাগেন্দ্ৰিয়েৰে উচ্চাৰিত ধ্বনিধাৰণালৈ তাক ৰূপান্তৰিত কৰা হয়। ভাষা ধ্বনিও নহয়, ধাৰণাও নহয়; দুয়োটাৰ অনুৰূপতাত তাৰ অস্তিত্ব।

ভাষা উচ্চাৰিত বস্তু। কথা কওঁতে ধ্বনিৰ লগতে অৰ্থ উচ্চাৰিত হয়। বক্তাৰ মুখৰপৰা ওলোৱা ধ্বনিধাৰাই শ্ৰোতাৰ কাণত প্ৰৱেশ কৰাৰ পিছত, শ্ৰোতাই তাক ধাৰণালৈ ৰূপান্তৰিত কৰি লয়। ৰূপান্তৰণৰ নিয়মতে ধ্বনি আৰু ধাৰণাৰ অনুৰূপতা সূত্ৰবদ্ধ হৈছে। অৰ্থাৎ ৰূপান্তৰণৰ নিয়মে উক্ত অনুৰূপতা বৰ্ণনা কৰে। সেই নিয়ম বক্তা আৰু শ্ৰোতা উভয়ে জানে কাৰণে তেওঁলোকৰ মাজত সংজ্ঞাপন সম্ভৱ। প্ৰতিজন মানুহ শ্ৰোতা-বক্তাৰ দ্বৈত ভূমিকাত থাকে কাৰণে আমি তেওঁক শ্ৰোতা-বক্তাৰ একাত্ম ৰূপত কল্পনা কৰিব পাৰোঁ। তেওঁ জনা নিয়মৰ সহায়ত তেওঁ ধ্বনি আৰু ধাৰণাৰ অনুৰূপতা স্থাপন কৰি ভাষা ব্যৱহাৰ কৰে। নিয়মবোৰৰ জ্ঞানেই তেওঁৰ ভাষাজ্ঞান, তেওঁৰ ব্যৱহাৰ কৰা ক্ষমতাৰ গুৰি।

ধ্বনি আৰু অৰ্থ ভাষাত অনুৰূপ হৈ থাকে। ধ্বনি অৰ্থৰ সংকেত। অৰ্থাৎ অৰ্থই প্ৰকাশ লভে ধ্বনিগত সাংকেতিক ৰূপত। ইয়াকে ভাষাৰ দ্বৈত উচ্চাৰণ বোলে। ভাষাৰ দ্বৈত

গুণ বা দ্বৈত গঠন আছে বুলি কওঁতে ইয়াকে বুজোৱা হয়। দ্বৈত উচ্চাৰণ ভাষাৰ এটা প্ৰধান বৈশিষ্ট্য। বাক্য ৰচনাৰ বিষয়ে অধ্যয়ন-আলোচনা কৰোঁতে এই বৈশিষ্ট্যৰ স্পষ্ট ধাৰণা লাগে।

(৩)

ভাষাতাত্ত্বিকে আলোচনা কৰা আৰু ব্যাখ্যা কৰা দুই-এটা নিয়মত চকু দিলে দ্বৈত উচ্চাৰণৰ ধাৰণাটো স্পষ্ট হ'ব। আমি এতিয়া নৱকান্ত বৰুৱাৰ 'অসিত' কবিতাৰ প্ৰথম শাৰী লৈ তাত পোৱা দুটামান নিয়ম বা সূত্ৰ উল্লেখ কৰিম। শাৰীটো এটা বাক্য ঃ

১। শালৰ ফুলৰ বগা কণিকাৰে ভৰিল উপলা নদীৰ পাৰ।

ইয়াত আঠোটা শব্দ আছে। শব্দকেইটাই বাক্যটোত কেইটামান গুচ্ছ ৰচনা কৰিছে। 'বগা কণিকাৰে' তাৰ এটা আৰু ই এটা ডাঙৰ গুচ্ছৰ অংগ ঃ 'শালৰ ফুলৰ বগা কণিকাৰে'। আন এটা গুচ্ছ হৈছে 'উপলা নদীৰ পাৰ। অসমীয়া বাক্যত গুচ্ছকেইটাৰ যিটো স্বাভাৱিক ক্ৰম, তাক সলাই কৰিয়ে অন্য এটা ক্ৰমত সজাইছে।

স্বাভাৱিক ক্ৰমটো হ'ল (২) ঃ

(২) উপলা নদীৰ পাৰ শালৰ ফুলৰ বগা
কণিকাৰে ভৰিল।

'ভৰিল' শব্দটো এইদৰে বাক্যৰ শেষলৈ নিয়া কথাটোৱে সূচায় যে 'ভৰিল' এটা গাইগুটীয়া গুচ্ছ। ইয়ো কিন্তু এটা বৃহত্তৰ গুচ্ছৰ অংগ ঃ 'শালৰ ফুলৰ বগা কণিকাৰে ভৰিল'। কবিয়ে উদ্দিষ্ট বস্তুৰ উল্লেখ থকা গুচ্ছটো বাক্যৰ শেষলৈ নি, ব্যতিক্ৰমৰ সহায়ত তালৈ পাঠকৰ মনোযোগ আকৰ্ষণ কৰিছে। আনহাতে, দ্বিতীয় গুচ্ছৰ অংগ 'শালৰ ফুলৰ বগা কণিকাৰে'ত কোৱা কথাত পাঠকৰ মন নিবিষ্ট কৰিবলৈ তাক আৱৰ্তণিত ৰাখিছে। তদুপৰি, ছন্দ-মিলৰ প্ৰয়োজন এইদৰে গুচ্ছৰ স্থানান্তৰ ঘটাইছে।

অসমীয়া বাক্যৰ মৌলিক শব্দানুক্ৰম আছে। কিন্তু ই ইংৰাজীৰ দৰে কটকটীয়া নহয়। ইংৰাজীত (৩) আৰু (৪) দুটা সুকীয়া বাক্য আৰু সিহঁতৰ অৰ্থও সুকীয়া। আনহাতে (৫) ইংৰাজী ভাষাৰ সূত্ৰমতে বাক্য নহয় ঃ

(৩) John killed a tiger.

(৪) A tiger killed John.

(৫) Killed a tiger John.

অসমীয়া বাক্যৰ একোটা শব্দত কেইবাটাও অৰ্থ সংশ্লিষ্ট হৈ থাকে আৰু শব্দবোৰৰ পৰস্পৰৰ সংগতি বা পাৰস্পৰিক নিৰ্ভৰতা সিহঁতৰ ৰূপৰ মাজেদি প্ৰকাশ্ পায়। বাক্যৰ অৰ্থ প্ৰকাশত শব্দানুক্ৰমতকৈ শব্দৰূপে অধিক গুৰুত্বপূৰ্ণ ভূমিকা লয়। ইংৰাজীত কথাটো প্ৰায় ওলোটা। ইংৰাজীত বাক্যৰ অৰ্থ বিশ্লিষ্ট হৈ থাকে আৰু শব্দ ক্ৰমানুক্ৰমে সজোৱা হয়। অৰ্থাৎ ইংৰাজী বাক্যতে শব্দৰ ৰূপতকৈ ক্ৰম অধিক অৰ্থবহ। অথচ ইংৰাজী বাক্যতো ৰূপগত সংগতি ৰক্ষা কৰা হয়, যিদৰে অসমীয়া বাক্যত এটা মৌলিক ক্ৰম ৰক্ষা কৰা হয়। তলৰ গুচ্ছ-বিভাজনৰ পৰা এই ক্ৰম ধাৰণা কৰিব পাৰি ঃ

(৬)

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |
| উপলা | নদীৰ | পাৰ | শালৰ | ফুলৰ | বগা | কণিকাৰে | ভৰিল |

বাক্যটোত এটা বিবৃতি আছে কাৰণে ই এটা বিবৃতিমূলক বাক্য। অসমীয়া বাক্যৰচনাৰ সূত্ৰমতে বিবৃতিমূলক বাক্যৰ মৌলিক গঠন (৬) ত দেখুওৱাৰ দৰে। ইয়াত ক্ৰমে প্ৰথমে নামবাচক গুচ্ছ বা বিশেষ্য গুচ্ছ আৰু তাৰ পিছত অন্যটো গুচ্ছ (বিধেয়)। উল্লিখিত গুচ্ছকেইটা একোটা পদ। প্ৰত্যেক পদত একোটা কেন্দ্ৰীয় শব্দ আছে আৰু বাকীবোৰ শব্দই তাৰ লগত সংগতি ৰাখি পদটো সম্প্ৰসাৰিত কৰে। ইয়াৰ কেন্দ্ৰীয় শব্দকেইটা বাছি লৈ সজালে এটা বিবৃতিমূলক বাক্য পোৱা যায়, অৰ্থাৎ ইহঁতৰ প্ৰত্যেকেই একোটা স্বয়ংসম্পূৰ্ণ পদ ঃ

(৭)

| | | |
|---|---|---|
| পাৰ | কণিকাৰে | ভৰিল |
| পাৰ | কণিকাৰে | ভৰিল |

আনহাতে, বাক্যটোত 'কণিকাৰে' পদটো নহ'লেও হ'ব। ই 'ভৰিল' পদটোৰ আৰু মূল বাক্যটোৰ প্ৰাসংগিক বা সম্প্ৰসাৰক। মূল বাক্যটো (৮) ঃ

(৮)

| | |
|---|---|
| পাৰ | ভৰিল |
| পাৰ | ভৰিল |

ইয়াৰ ক্ৰিয়া অকৰ্মক হোৱাৰ বাবে ইয়াৰ কৰ্তাত প্ৰথমা বিভক্তি যুক্ত হোৱা নাই। বাক্যটোত থকা শব্দ দুটাৰ ভিতৰত 'পাৰ' এটা নামশব্দ। বাক্যত ইয়াৰ স্থান আৰু কাৰ্যৰ বিচাৰত ইয়াক বিশেষ্য শ্ৰেণীভুক্ত কৰা হৈছে। কাৰ্য মানে বাক্যৰ অন্যান্য পদৰ লগত, ঘাইকৈ ক্ৰিয়া পদৰ লগত, ইয়াৰ সম্পৰ্ক বা অন্বয়। অৱশ্যে বিশেষ্য পদক তাৰ ৰূপৰ বিচাৰতো চিনি উলিয়াব পাৰি। এই ৰূপ নিৰ্ণয় কৰে তাত যুক্ত হ'ব পৰা ৰূপাংশই ঃ 'পাৰে' (পাৰ + এ), 'পাৰ লৈ' (পাৰ + লৈ), 'পাৰত' (পাৰ + ত), 'পাৰটো' (পাৰ + টো) ইত্যাদি। সেইদৰে ক্ৰিয়াৰ পিছত যুক্ত হোৱা ৰূপাংশই ক্ৰিয়াৰ ৰূপ নিৰ্ণয় কৰে। যেনে, 'ভৰিল' (ভৰ + ইল), 'ভৰিব' (ভৰি + ইব), 'ভৰিছে' (ভৰ + ইছে) ইত্যাদি। বিশেষ্যৰ পিছত যুক্ত হোৱা 'টো' এটা শ্ৰেণী নিৰ্দেশক অনুশব্দ, বাকীকেইটা নাম বিভক্তি। অনুশব্দটোৱে কেতিয়াবা নিৰ্দিষ্টতা সূচায়। নাম বিভক্তিয়ে ক্ৰিয়াৰ লগত বিশেষ্যৰ অন্বয় দেখুৱায়। ক্ৰিয়াৰ পিছত যুক্ত হোৱা ক্ৰিয়া বিভক্তিয়ে ঘটনা, অৱস্থা আদিৰ কাল, কৰ্তাৰ পুৰুষ আদি সূচায়। 'পাৰ ভৰিল' বাক্যত 'পাৰ' শব্দৰ ৰূপ 'পাৰে' নহৈ 'পাৰ' হোৱাত অকৰ্মক ক্ৰিয়াৰ লগত বিশেষ্য পদটোৰ সংগতি স্থাপিত হৈছে।

এনেবোৰ নিয়মে ধ্বনিধাৰাৰ লগত অৰ্থৰ অনুৰূপতা স্থাপন কৰি, ধ্বনিক অৰ্থবহ কৰে আৰু বাক্যক দ্বৈত গুণবিশিষ্ট বা গঠনবিশিষ্ট কৰে। ভাষা যিহেতু স্বৰূপতে বাক্য-সংহতি, সেয়ে নিয়মসমূহে ভাষাকো দ্বৈত গুণবিশিষ্ট বা গঠনবিশিষ্ট কৰে। প্ৰসংগক্ৰমে জনাওঁ যে এই পৰ্যন্ত বাক্যৰ কোনো সংজ্ঞা দিয়া নাই। 'বাক্য' শব্দটো পোনতে সাধাৰণ 'কথা' অৰ্থত ব্যৱহাৰ কৰি, ক্ৰমে তাৰ যি পাৰিভাষিক অৰ্থৰ ইংগিত দিয়া হৈছে, সেই বিষয়ে যথাস্থানত আলোচনা কৰা হ'ব।

শব্দৰ ৰূপ আৰু পদৰ ক্ৰম দুয়োটাই একেলগে বাক্যৰ ধ্বনি প্ৰবাহক অৰ্থবহ কৰে। পদৰ ক্ৰম ধ্বনিৰ ক্ৰমৰ দৰে সৰলৰৈখিক নহয়। বাক্যৰ সামগ্ৰিক গঠনত দৃষ্টিপাত কৰিলে তাত পদৰ ক্ৰম আৰু অন্বয়ৰ জটিলতা চকুত পৰে। আলোচ্য বাক্যটোক দুটা আসন্ন (মানে নিকটবৰ্তী) অংগত বিভক্ত কৰিব পাৰি। এই ভাগ দুটাৰো প্ৰত্যেককে আকৌ আসন্ন অংগত ভাগ কৰিব পাৰি। এইদৰে ভাগৰ ভাগ কৰিলে শেষত যি কেইটা অৰ্থবহ উপাদান পোৱা যায় সেইকেইটাক সাধাৰণতে শব্দ বোলা হয়। এনে শব্দক আকৌ ভাগ কৰিলে শব্দ নাপাওঁ, ক্ষুদ্ৰতম অৰ্থবহ ৰূপাংশসমূহ পাওঁ। শব্দ পৰ্যন্ত আসন্ন অংগসমূহক বৃক্ষচিত্ৰ (৯) ত শাখানুক্ৰমে সজাই দেখুওৱা হৈছে।

(৯) উপলা নদীৰ পাৰ শালৰ ফুলৰ বগা কণিকাৰে ভৰিল।




বাক্যটোৰ অন্তিম উপাদান শব্দ আঠোটাই ক্ৰমে উচ্চতৰ আৰু বৃহত্তৰ একোটা গুচ্ছ ৰচিছে। একেদৰেই নিম্নতৰ গুচ্ছই আসন্ন অংগৰূপে উচ্চতৰ গুচ্ছ ৰচিছে। এনে ক্ৰমোচ্চ গঠনৰ শেষত পোৱা উচ্চতম দুই অংগ শীৰ্ষত থকা বাক্যটোৰ আসন্ন অংগৰূপে চিহ্নিত।

বাক্যৰ অৰ্থবাহী উপাদানবোৰৰ স্তৰপীয়া গঠন বাক্যৰচনাৰ বৈশিষ্ট্য। ইয়াৰ বিপৰীতে বাক্য এটা কণ্ঠতে উচ্চাৰিত হোৱা ধ্বনিধাৰাৰ গঠন সৰলৰৈখিক। সৰলৰৈখিক হোৱাই স্বাভাৱিক। কাৰণ, অৰ্থৰ সংকেতস্বৰূপ ধ্বনিধাৰাক একে উশাহতে একেলগে উচ্চাৰণ কৰিব নোৱাৰি, এটা এটাকৈহে পাৰি। ধ্বনিপ্ৰৱাহ কালানুক্ৰমিক আৰু তাৰ কালানুক্ৰমিকতাৰ পৰিণতি সৰলৰৈখিকতা। অৰ্থ ব্যক্ত কৰাৰ ক্ষেত্ৰত কালক্ৰমিকতাই জাপি দিয়া স্বাভাৱিক

নিয়ন্ত্ৰণ সত্বেও আসন্ন অংগসমূহৰ খলপীয়া বা তৰপীয়া গঠনে বাক্যত নতুন মাত্ৰা দি সংস্থাপন সূচল কৰিছে। ভাষাক যদি উচ্চাৰিত আৰু অনুচ্চাৰিত সকলো সম্ভৱপৰ বাক্যৰ সংহতিৰূপে চোৱা যায়, তেনেহ'লে দেখা যায় যে বাক্যবোৰৰ অৰ্থহীন ধ্বনিধাৰাৰ সৰলৰৈখিক গঠনৰ বিপৰীতে অৰ্থবহ অংগসমূহৰ তৰপীয়া গঠনে সমগ্ৰ ভাষাটোৰ দ্বৈত গঠনৰ ধাৰণাটোকে বাস্তৱায়িত কৰিছে।

(৫)

আমাৰ আলোচ্য বাক্যটোৰ শব্দকেইটাই একোটা পদৰ ৰূপ লৈছে। এই ৰূপবোৰক ৰূপাংশলৈ ভাঙিব পাৰি। অৰ্থাৎ শব্দকেইটা, ৰূপাংশৰে গঠিত। ৰূপাংশ মানে আকৃতি। কিছুমান ৰূপাংশ নিজেই একোটা শব্দ, আনবোৰ শব্দগঠনৰ ৰূপাংশ, শব্দৰ আসন্ন অংগ। বাক্য গাঁথনিৰ ওপৰৰ স্তৰৰ অংগবোৰ আপেক্ষিকভাৱে স্থানান্তৰশীল। কবিয়ে যে বিশেষ অৰ্থ প্ৰকাশৰ কাৰণে সিহঁতক ঠাই সলাই ব্যৱহাৰ কৰিব পাৰে তাৰ আভাস আগতে দিয়া হৈছে। কেৱল কবিয়েই নহয়, আমি প্ৰত্যেকেই তেনে কৰোঁ। ইয়াৰ বিপৰীতে দেখা যায় যে বাক্যৰ নিম্নতম স্তৰৰ উপাদান শব্দৰ আসন্ন অংগৰ (ৰূপাংশবোৰৰ) ক্ৰমাৱস্থান স্থায়ী। ৰূপাংশবোৰ স্থানবদ্ধ। তলৰ (১০) ত দেখুওৱা (ক) শাৰীৰ ৰূপাংশবোৰ নিজেই একোটা অৰ্থবহ শব্দ আৰু (খ) শাৰীৰবোৰ শব্দ নহয়। যিবোৰ শব্দ নহয়, সিহঁতৰো অৰ্থ আছে। এইবোৰ সৰ্গ।

(১০)

| | | | | | | |
|---|---|---|---|---|---|---|
| (ক) | শাল | ফুল | বগা        কণিকা | ভৰ | উপলা        নদী | পাৰ |
| (খ) | ৰ | ৰ | ৰে | ইল | ৰ | |

বাক্যত ৰূপাংশযুক্ত হৈ ব্যৱহৃত হোৱা শব্দৰ (পদৰ) পৰা পৃথক কৰিবলৈ (ক) ৰ শব্দবোৰক মূল শব্দ বোলা হয়।

মূলশব্দ আৰু তাত যুক্ত হ'ব পৰা অৰ্থবহ অংগবোৰক একেলগে ৰূপাংশ বুলি উল্লেখ কৰা হয়। এনে মূলশব্দ আৰু অৰ্থবহ ৰূপাংশবোৰক ক্ষুদ্ৰতৰ অংশলৈ ভাঙিলে অংশবোৰৰ কোনো অৰ্থ নোলায়, অৰ্থহীন ধ্বনিহে মাত্ৰ ওলাব। গতিকে ৰূপাংশই বাক্য তথা ভাষাৰ ক্ষুদ্ৰতম অৰ্থযুক্ত উপাদান।

এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে। আমাৰ বাক্যটোত থকা 'কণিকা' শব্দটো সৰু

সৰু অংশলৈ ভাঙিব নোৱাৰিনে? যদি পাৰি, তেনেহ'লে ভঙাৰ পিছত কেইটামান অৰ্থপূৰ্ণ অংগ পোৱা নাযায়নে? অৰ্থাৎ 'কণিকা' শব্দত একাধিক ৰূপাংশ নাই নে? আছে, কিন্তু সেইকেইটাক লৈ কিছু আহুকালো আছে। হয়তো ক'ব পাৰি যে 'কণা + ইক' + আ' এই তিনি ৰূপাংশেৰে শব্দটো গঠিত। কিন্তু 'ইক' আৰু 'আ' অসমীয়া ভাষাৰ ৰূপাংশ নহয়, সংস্কৃতৰহে। 'কণা' বা 'কণিকা' অসমীয়াত 'বগা', 'ফুল' বা 'শালৰ' দৰে মূলশব্দ ৰূপে চিহ্নিত হ'লেও, এই ৰূপাংশ দুটা অসমীয়াত নাই। এই যুক্তি দ্বিধাহীনভাৱে গ্ৰহণ কৰিব পাৰিনে? বোধহয় নোৱাৰি। কাৰণ, ঐতিহাসিক কাৰণত সংস্কৃতৰ পৰা আন এনে কিছু ৰূপাংশ অসমীয়াত আছে যিবোৰ অসমীয়া ভাষাৰ উপাদানৰূপে গৃহীত আৰু সেইবোৰক সংস্কৃতীয়া বুলি বৰ্জন কৰাৰ প্ৰশ্ন উঠা নাই। গতিকে, উল্লিখিত ৰূপাংশ কেইটাৰ ক্ষেত্ৰতো একে কথাই খাটে নেকি? ইয়াৰ উত্তৰত ক'ব পাৰি যে যি ৰূপতাত্ত্বিক প্ৰক্ৰিয়াৰে ৰূপাংশবোৰক শব্দত যুক্ত কৰা হয়, সেই প্ৰক্ৰিয়া উৎপাদনশীল হয় নে নহয় তাৰ বিচাৰতহে এই বিষয়ে সিদ্ধান্ত কৰা হ'ব। উৎপাদনশীল কাৰণেই অসমীয়া তদ্ধিত প্ৰত্যয় 'ঈয়া'ক ধাৰ কৰা বিদেশী শব্দ 'স্কুল' বা 'কলেজ'ৰ লগতে যুক্ত কৰি 'স্কুলীয়া', 'কলেজীয়া' শব্দ সাধন কৰা হৈছে। একেদৰেই, যিকেইটা সংস্কৃতৰ পৰা পোৱা ৰূপাংশ অসমীয়াত উৎপাদনশীল হৈ আছে, সেইকেইটা অসমীয়া ৰূপাংশ। তাৰ বাহিৰে, আন ৰূপাংশ যুক্ত হৈ গঠিত হোৱা তৎসম শব্দবোৰক মূলশব্দ ৰূপে অভিধানত অন্তৰ্ভুক্ত কৰাই শুদ্ধ সিদ্ধান্ত। তেনে আন এটা শব্দ 'লতিকা'ও এই বিচাৰত মূলশব্দ।

দ্বিতীয়তে, আমি যাক সৰ্গ বুলিছোঁ, তাৰ কিছুমান সাধনৰ সৰ্গ, ইহঁতে শব্দমূল আৰু মূলশব্দৰ লগত যুক্ত হৈ নতুন শব্দ সাধে। 'ঈয়া' এটা সাধনৰ সৰ্গ। আনবোৰ সৰ্গ বিভক্তি। যেনে, কাৰক বিভক্তি আৰু ক্ৰিয়া বিভক্তি। এইবিধ সৰ্গই বাক্যৰচনাত পদৰ কাৰ্য (সংগতি আৰু অন্বয়) প্ৰকাশ কৰে। 'কণিকা' শব্দৰ 'ইক' আৰু 'আ' সাধনৰ সৰ্গ বা প্ৰত্যয় হোৱাৰ কাৰণে বাক্যৰচনাৰ প্ৰসংগত এই ৰূপাংশ দুটা ভাঙি দেখুওৱা হোৱা নাই। 'উপলা' শব্দটোৰ দৰেই 'কণিকা' এটা মূলশব্দ ৰূপে চিহ্নিত হৈছে।

(৬)

বাক্যটোৰ মূলশব্দকেইটাক সিহঁতৰ ৰূপ আৰু কাৰ্যৰ বিচাৰত বিশেষ্য, বিশেষণ আৰু ক্ৰিয়া বুলি চিহ্নিত কৰা হৈছে। এই কেইটা পদৰ নাম। বিশেষ্য পদত বিশেষ্য শব্দ কেন্দ্ৰীয়, বিশেষণ পদত বিশেষণ শব্দ কেন্দ্ৰীয় ইত্যাদি। মূলশব্দত যুক্ত হৈ যিবোৰ ৰূপাংশই পদ সৃষ্টি কৰে সেইবোৰ বিভক্তি। প্ৰতিটো বিভক্তিৰ সুকীয়া সুকীয়া কাৰ্য বা অৰ্থ আছে। উদাহৰণস্বৰূপে, 'ভৰ্' মূলশব্দত বিভিন্ন ক্ৰিয়া বিভক্তি এইদৰে যুক্ত হ'ব পাৰে ঃ

(১১) ভৰ + (আঁ, অক, ওঁ, ইছ + অ, ইছ + ওঁ, ইছ + আ, ইছ + এ, ইল্, ইল্ + ই, ইল + আ, ইছ + ইল, + ইছ + ইল + আ, ইছ + ইল + ই, ইব + আ, ইত্যাদি।) বন্ধনীৰ ভিতৰত দিয়া ৰূপাংশবোৰ 'ভৰ্' ধাতুৰ লগত যুক্ত হৈ তাক যি যি ৰূপ দিয়ে সেইবোৰ ক্ৰিয়াপদৰ ৰূপ। এইবোৰৰ ভিন ভিন অৰ্থ। যেনে, অতীত, বৰ্তমান বা ভবিষ্যত কাল, কাৰ্য বা ঘটনাৰ পূৰ্ণতা বা অপূৰ্ণতা, চলমান অৱস্থা, বাক্যত কৰ্তাৰ পুৰুষৰ লগত ক্ৰিয়াৰ সংগতি। (অৱশ্যে সকলো ব্যাকৰণত দেখুওৱাৰ দৰেই ইয়াত ৰূপাংশকেইটা দেখুওৱা হৈছে যদিও, প্ৰথমৰ তিনিটাক বাদ দি, বাকীকেইটাত থকা 'ই' অংশটো সুকীয়া ৰূপাংশ হ'ব পাৰে নেকি সিও বিচাৰ্য।) ধাতুৰ দৰেই নামশব্দৰ লগতো বিভক্তি যুক্ত হৈ কাৰকৰ অন্বয় দেখুৱায়।

অভিধানত অন্তৰ্ভুক্তিৰ ৰূপত পোৱা 'ভৰ্' শব্দৰ লগত উল্লিখিত বিভক্তি যুক্ত হোৱাৰ পিছত 'ভৰ্', 'ভৰাঁ, 'ভৰক', 'ভৰোঁ, 'ভৰিছ', 'ভৰিছাঁ' আদি পদৰ ৰূপ পোৱা যায়। অন্তৰ্ভুক্তিৰ ৰূপ আৰু পদৰ ৰূপ দুয়োটাকে সাধাৰণতে শব্দ বুলি উল্লেখ কৰা যায়। কিন্তু ভাষাৰ বিষয়ে আলোচনা কৰোঁতে শব্দৰ এই দুয়োটা অৰ্থ সুকীয়াকৈ বুজোৱা নিৰ্দিষ্ট পৰিভাষা লাগে। গতিকে 'ভৰ'ক এটা মূলশব্দ আৰু তাৰ বিভক্তিযুক্ত ৰূপবোৰক ক্ৰিয়াপদৰ ৰূপ বুলি উল্লেখ কৰিলে, খেলি-মেলি নহয়।

(৭)

বাক্যৰ বিন্যাসৰ প্ৰসংগত পদৰ স্থান আৰু সংগতিৰ বিষয়টো অকৰ্মক ক্ৰিয়াৰ ক্ষেত্ৰত আকৌ এবাৰ পৰীক্ষা কৰিলে পদসমূহৰ মাজত থকা কিছু জটিল দিশ পোহৰলৈ আহিব। ইতিপূৰ্বে আমি '(মালতী) ফুলিল', '(সেউতী) উঠিল' ৰ দৰেই '(পাৰ) ভৰিল' ক্ৰিয়াপদক অকৰ্মক বুলি চিহ্নিত কৰিছিলোঁ আৰু অকৰ্মক ক্ৰিয়াৰ কৰ্তাত প্ৰথমা বিভক্তিৰ চিন নাথাকে বুলি জনাইছিলোঁ। পিছে দেখা যায় যে অসমীয়া ভাষাত ইয়াৰো ব্যতিক্ৰম আছে।

উদাহৰণস্বৰূপে, (১২) ৰ বাক্যকেইটাত অকৰ্মক ক্ৰিয়াৰ লগত থকা কৰ্তাই প্ৰথমা বিভক্তিৰ চিন লৈছে আৰু (১৩)ৰ বাক্যকেইটাত সিহঁতৰ যি বিকল্প গাঁথনি দেখুওৱা হৈছে তাতোঁ কৰ্তাই প্ৰথমা বিভক্তি লৈছে। দেখা যায় যে (১২) আৰু (১৩)ৰ বাক্যকেইটা যি অনুক্ৰমত সজোৱা হৈছে সেই অনুক্ৰমত পৰস্পৰৰ সমাৰ্থক ঃ

| | (১২) | | | (১৩) | |
|---|---|---|---|---|---|
| | সুহুৰিয়াইছে | | | সুহুৰি | |
| | দলিয়াইছে | | | দলি | |
| | জপিয়াইছে | | | জাপ | |
| ৰামে | গুলীয়াইছে | | ৰামে | গুলী | মাৰিছে |
| | পিকাইছে | | | পিক | |
| | কাহিছে | | | কাঁহ | |
| | টকলিয়াইছে | | | টকালি | |
| | টোপনিয়াইছে | | | টোপনি | |

অসমীয়া স্কুলীয়া ব্যাকৰণত (১২)ৰ কেইটা ক্ৰিয়াৰ মূলধাতুক নামধাতু বুলি উল্লেখ কৰা পোৱা যায়। নাম (বিশেষ্য) শব্দৰ পৰা প্ৰত্যয় যোগে সাধিত হোৱাৰ বাবে ইহঁতৰ এই নামকৰণ। এনে ক্ৰিয়া আৰু আছে। (তদুপৰি, নামধাতুৰ তালিকাত অকৰ্মক আৰু সকৰ্মক দুয়োবিধৰ ধাতু একেলগে আছে। কিন্তু সকৰ্মক নামধাতুৰ লগত বিশেষ্য পদৰ অন্বয় (কৰ্তা আৰু কৰ্ম) দেখ্ দেখ্ হৈ থকাৰ কাৰণে তাত বিশেষ সমস্যা নাই।) দেখা যায় যে (১২) আৰু (১৩)ৰ বাক্যকেইটা সমাৰ্থক হোৱা সত্ত্বেও, (১৩)ত হে কৰ্ম আছে, (১২)ত নাই। অৰ্থাৎ (১৩)ৰ উচ্চাৰিত ৰূপৰ বহিৰ্গঠনত যি কেইটা কৰ্ম দেখা যায় সেইকেইটা (১২)ৰ উচ্চাৰিত ৰূপৰ বহিৰ্গঠনত নাই। কিন্তু অৰ্থৰ মিললৈ চাই আৰু ক্ৰিয়াপদকেইটাৰ সৰ্গ বাদ দিলে পোৱা ৰূপাংশ (মূল শব্দ) লৈ চাই, ধাৰণা কৰিব পাৰি যে (১২)ত ক্ৰিয়াৰ সৈতে কৰ্ম সমোস্তৰ হৈ আছে। অৰ্থাৎ ক্ৰিয়াতে কৰ্ম নিহিত আছে। সেয়ে হ'লে, বাক্যৰ বহিৰ্ৰূপ বা বহিৰ্গঠনত ক্ৰিয়াকেইটাৰ কৰ্ম উহ্য থাকিলেও, তাৰ কৰ্তাই আন কৰ্মক ক্ৰিয়াৰ কৰ্তাৰ দৰেই প্ৰথমা বিভক্তি লোৱা বুলি ভাবিব লগা হয়। যদি এই সম্ভাব্য ব্যাখ্যাটো গ্ৰহণীয় হয়, তেনেহ'লে এই প্ৰকল্প বা অনুমানটো বিচাৰ কৰি চাব পাৰি ঃ

বাক্যৰ ধ্বনি প্ৰবাহৰ সৰলৰৈখিকতাৰ আঁৰত
তলসুঁতীয়াকৈয়ো তাত থকা পদসমূহৰ অন্বয় হ'ব পাৰে।

বাক্যৰ গুচ্ছ বা পদৰ ক্ৰম থকাৰদৰেই গুচ্ছ বা পদত তাৰ গাঁথনিক উপাদানবোৰৰ একোটা ক্ৰম আছে। 'উপলা নদীৰ পাৰ' পদটিৰ কেন্দ্ৰীয় শব্দ 'পাৰ' এটা বিশেষ্য। গতিকে গোটেই পদটোও বিশেষ্য আৰু তাত থকা আন দুটা শব্দ 'পাৰ' শব্দৰ গুণবাচক। পদবিন্যাসত 'উপলা' বিশেষ্যৰ আসন্ন গুণবাচক আৰু বিশেষণ। নামশব্দ 'নদীৰ' পিছত সম্বন্ধবাচক 'ৰ'

সৰ্গ যোগ হৈ 'নদীৰ' হৈছে। ই বিশেষণ নহৈয়ো বিশেষ্যৰ গুণবাচক। প্ৰশ্ন হয়, 'উপলা' কাৰ বিশেষণ? 'নদী'ৰ নে 'পাৰ'ৰ? সংস্কৃত ব্যাকৰণৰ জ্ঞানৰ ভিত্তিত কোনোৱে 'উপলা' আৰু 'নদী' এই দুই তৎসম শব্দৰ লিংগৰ সংগতিলৈ আঙুলিয়াই ক'ব পাৰে যে 'উপলা' 'নদী'ৰ বিশেষণ। পিছে এই যুক্তি অসমীয়া ভাষাৰ প্ৰসংগত নাখাটে। অসমীয়া ভাষাত পুৰুষবাচক আৰু স্ত্ৰীবাচক শব্দ আছে যদিও, লিংগভেদে হোৱা অৰ্থভেদ অভিধানৰ বিষয়, ব্যাকৰণৰ নহয়। অৰ্থাৎ অসমীয়া ব্যাকৰণত লিংগ নাই। আলোচ্য পদটিৰ শব্দৰ ক্ৰম সলাই চালেই (১৪-ক, খ)ত দেখুওৱাৰ দৰে, দেখা যায় যে অসমীয়াত বিশেষ্য আৰু বিশেষণৰ মাজত ৰূপৰ সংগতি নাই ঃ

(১৪) (ক) উপলা নদীৰ পাৰ

(খ) নদীৰ উপলা পাৰ

আমি জনাত 'উপলা' কোনো নদীৰ নাম নহয়, শব্দটিৰ অৰ্থ 'মূল্যবান প্ৰস্তৰেৰে ভৰা', আৰু ইয়াক এটা সাধাৰণ গুণবাচক শব্দ হিচাপে লোৱা হওক। উক্ত অৰ্থত ই 'নদী' আৰু পাৰ দুয়োটাৰে বা যিকোনো এটাৰ বিশেষণ ৰূপে ব্যৱহৃত হ'ব পাৰে। পদ ৰচনাত আসন্ন অংগৰ পাৰস্পৰিক সম্পৰ্কৰ বিচাৰত শব্দকেইটাৰ অন্বয় (১৫ ক-খ)ত দেখুওৱা দুটাৰ কোনো এটা বা দুয়োটা হ'ব পাৰে ঃ

(১৫)







ব্যতিক্ৰমে 'পাৰ নদীৰ উপলা' বা 'পাৰ উপলা নদীৰ' (বিশেষাৰ্থত (খ) ৰ বিপৰীতে বিন্যাস নহ'লে) এটাও পদ নহয়। কাৰণ, অসমীয়া পদ ৰচনাৰ নিয়মমতে কেন্দ্ৰীয় পদৰ সোঁহাতে মূৰত আৰু গুণবাচক শব্দবোৰ ক্ৰমে বাওঁহাতলৈ বিন্যস্ত হয়। গতিকে, বিকল্পে আমি এই বিন্যাসো পাব পাৰোঁ ঃ




'উপলা' ইয়াত 'পাৰ'ৰ বিশেষণ, নদীৰ নহয়। আনহাতে, উল্লিখিত দুয়োটা নিৰ্বচন সম্ভৱ হোৱাৰ কাৰণে আমাৰ আলোচ্য পদটি কাব্যিক ব্যঞ্জনাৰ পিনৰ পৰা 'নদীৰ উপলা পাৰ' পদটিতকৈ অধিক ব্যঞ্জনাক্ষম আৰু মনোগ্ৰাহী।

এইখিনিতে অসমীয়া ব্যাকৰণত লিংগ নথকাৰ বিষয়ে কিছু ব্যাখ্যাৰ প্ৰয়োজন। সংস্কৃত ব্যাকৰণত লিংগৰ ধাৰণাটো উৎপত্তি-লগ্নত জীৱ-জগতৰ লিংগভেদৰ লগত হয়তো সম্পৰ্কিত আছিল। কিন্তু সেয়ে হ'লেও ভাষাটোৰ ব্যাকৰণত লিংগৰ নিৰ্ণয় হয় শব্দৰ ধ্বনিগত ৰূপৰ ভিত্তিত। অসমীয়াত তেনে একো নহয়। অৰ্থৰ ফালৰ পৰা 'নদী' বা 'উপলা' কোনোটো স্ত্ৰীবাচক নহয়। এই বিষয়টো আন এটা বাক্য (১৭) ৰ প্ৰসংগতো বিবেচনা কৰি চোৱা যাওক ।

(১৭) কালি মোৰ পাঁচজনী খীৰতী গাই মৰিল।

এই বাক্যত থকা বিশেষ্য পদটো হৈছে "মোৰ পাঁচজনী খীৰতী গাই"। ইয়াৰ 'গাই' এটা স্ত্ৰীবাচক শব্দ আৰু ই পদটোৰ কেন্দ্ৰীয়। ইয়াৰ বাওঁফালে নিচেই কাষতে থকা 'খীৰতী' বিশেষণ পদটোও স্ত্ৰীবাচক। ইয়াৰ পৰা কিন্তু এই সিদ্ধান্ত কৰিব নোৱাৰি যে অসমীয়াত বিশেষ্য আৰু বিশেষণৰ লিংগৰ সংগতি আছে। সংগতি থাকিলে লিংগ ব্যাকৰণৰ আলোচনাত প্ৰাসঙ্গিক বিষয় বুলি গণ্য কৰা হয়। নাথাকিলে সি অভিধানৰহে বিষয়। অৰ্থাৎ শব্দটোৰ অন্তৰ্ভুক্তিত (অভিধানত) তাৰ লিঙ্গবাচক অৰ্থ উল্লেখ কৰা হয়। শিকাৰুৱেও শব্দটো শিকোঁতে সেই অৰ্থটো তাৰ সামগ্ৰিক অৰ্থৰ ভিতৰতে শিকে। বাক্য ৰচনাত এইদৰে আয়ত্ত কৰা জ্ঞানৰ প্ৰাসংগিকতা নাই। আলোচ্য বাক্যত 'গাই'ৰ সলনি 'গৰু' ব্যৱহাৰ কৰিলে, অৰ্থ সলনি নহয় বা বাক্যটো ভুল বুলি গণ্য নহয়, অথচ 'গৰু' উভয় লিংগবাচক শব্দ। যেনে—

(১৮) কালি মোৰ পাঁচজনী খীৰতী গৰু মৰিল।

সেয়ে কোৱা হৈছে যে অসমীয়াত লিংগ নাই।

বাক্য (১৮) 'মোৰ পাঁচজনী খীৰতী গৰু' বিশেষ্য পদটোত থকা উপাদানকেইটাৰ ক্ৰম পৰীক্ষা কৰিলে, পদত উপাদানৰ ক্ৰমৰ ধাৰণাটো স্পষ্ট হ'ব। ইয়াৰ চাৰিটা শব্দৰ নিৰ্ধাৰিত ক্ৰম এই ঃ

(১৯) মোৰ পাঁচজনী খীৰতী গৰু

ইয়াত 'খীৰতী'ৰ ৰূপ যিদৰে স্ত্ৰীবাচক অৰ্থও সেইদৰে স্ত্ৰীবাচক। ই এটা বিশেষণ। বিশেষ্যৰ বাওঁহাতে গাতে লাগি বহা বিশেষণৰ নিয়ম। (একাধিক বিশেষণ থাকিলে কি অনুক্ৰমে হ'ব সেই বিষয়ে ইয়াত আলোচনা বহলাব খোজা নাই) ইয়াৰ বাওঁহাতে 'পাঁচজনী' শব্দটো পাওঁ। ইয়াত তিনিটা ৰূপাংশ আছে ঃ পাঁচ + জন + ঈ। ইহঁত ক্ৰমে, ইহঁতৰ কাৰ্য অনুসৰি, পৰিমাণ (সংখ্যা)বাচক, শ্ৰেণী নিৰ্দেশক আৰু স্ত্ৰীবাচক। ইয়াৰে 'জন' ৰূপাংশটোৱে সম্ভ্ৰামাৰ্থত ব্যক্তি (পুৰুষ), দেৱতা আদি আৰু সৌজন্যাৰ্থত যিকোনো পুৰুষ ব্যক্তি নিৰ্দেশ কৰে। তাৰ লগত 'ঈ' প্ৰত্যয় যুক্ত হ'লে কিন্তু ই যিকোনো জীৱৰ স্ত্ৰীশ্ৰেণীক নিৰ্দেশ কৰে আৰু তাৰ সম্ভ্ৰমাৰ্থ বা সৌজন্যাৰ্থ লোপ পায়। এইদৰে এফালে ব্যক্তাৰ্থৰ সম্প্ৰসাৰণ আৰু আনফালে সম্ভ্ৰমাৰ্থ-সৌজন্যাৰ্থ বিলোপ ঘটাটোৰ ব্যাখ্যা ৰূপতাত্ত্বিক হ'বনে সমাজতাত্ত্বিক হ'ব? ৰূপতাত্ত্বিক হ'লেও শব্দসাধনৰ শাখাৰ বিষয় হিচাপে ই বাক্য ৰচনাৰ প্ৰসংগত আলোচ্য নহয়, আৰু সমাজতাত্ত্বিক হ'লে, সি অভিধানৰহে বিষয়।

উল্লেখযোগ্য যে পাঁচজনী শব্দৰ ৰূপাংশকেইটাৰ ক্ৰমাৱস্থান স্থায়ী অৰ্থাৎ ইয়াৰ প্ৰত্যেকেই একোটা স্থানবদ্ধ, ৰূপাংশ। গণনাৰ্থে ব্যৱহাৰ হ'লে শ্ৰেণী নিৰ্দেশক ৰূপাংশ পৰিমাণ (সংখ্যা) বাচক ৰূপাংশৰ পিছত যুক্ত হয় আৰু এটা শ্ৰেণী নিৰ্দেশক পৰিমাণ (সংখ্যা)বাচক শব্দ গঠন কৰে। তাৰ পিছতো (পাঁচজনী' শব্দত হোৱাৰ দৰে) তাত স্ত্ৰীবাচক প্ৰত্যয় 'ঈ' বা 'আ' যুক্ত হ'ব পাৰে। 'পাঁচজনী'ত থকা ৰূপাংশ 'পাঁচ' এটা মূলশব্দ, 'ঈ' এটা প্ৰত্যয়, কিন্তু 'জন' এটা মূলশব্দ বা প্ৰত্যয় নহয়। ইয়াৰ নাম অনুশব্দ দিয়া হৈছে। কাৰণ, ই বিশেষ্য বা পৰিমাণ (সংখ্যা) বাচক শব্দৰ পিছতে লাগি ব্যৱহৃত হয়। যেনে,

(২০) (ক) পাঁচজনী (পাঁচ + জন + ঈ)

(খ) গৰুজনী (গৰু + জন + ঈ)

বিশেষ্য পদৰ আসন্ন অংগৰূপে বিশেষণ নাথাকিলে, পৰিমাণ (সংখ্যা) বাচক ৰূপাংশ আৰু শ্ৰেণীনিৰ্দেশক ৰূপাংশযুক্ত হৈ সাধিত হোৱা গুণবাচক শব্দটো বিশেষ্য গাতে লাগি, বাওঁহাতে থাকে, কিন্তু বিশেষণ থাকিলে, ক্ৰমে প্ৰথমে বিশেষণ আৰু তাৰ বাওঁহাতে

গুণবাচক শব্দটো থাকে ঃ

(২১) (ক) পাঁচজনী গৰু (গুণবাচক + বিশেষ্য)

(খ) পাঁচজনী খীৰতী গৰু (গুণবাচক + বিশেষণ + বিশেষ্য)

শ্ৰেণী নিৰ্দেশক অনুশব্দ থকা অন্য এটা পদ বিন্যাসো অসমীয়াত পোৱা যায়। ইয়াত অনুশব্দটো বিশেষ্যৰ ঠিক পিছতে সোঁমাতে থাকে। যেনে,

(২২) (ক) গৰুজনী (বিশেষ্য + শ্ৰেণীনিৰ্দেশক)

(খ) গৰু পাঁচজনী (বিশেষ্য + পৰিমাণ বাচক শ্ৰেণী নিৰ্দেশক)

(গ) খীৰতী গৰু পাঁচজনী (বিশেষণ + বিশেষ্য + পৰিমাণ বাচক - শ্ৰেণী নিৰ্দেশক)

(২২ ক, খ, গ)ৰ তুলনামূলক বিচাৰ কৰিলে ধৰিব পাৰি যে (২২ ক)ত 'গৰুজনী' পদটো 'গৰু এজনী'ৰ সমাৰ্থক নহয়, বৰং ই (২২ খ আৰু গ)ৰ দৰেই নিৰ্দিষ্টতাসূচক। অৰ্থাৎ এই তিনিওটাই নিৰ্দিষ্ট গৰুক বুজাইছে। আনহাতে, 'গৰু এজনী' কিন্তু অনিৰ্দিষ্টতাসূচক। শ্ৰেণী নিৰ্দেশক অনুশব্দটো বিশেষ্যৰ লগতে সন্ধিযুক্ত হৈ উচ্চাৰিত হয়। একেদৰেই পৰিমাণ (সংখ্যা)বাচক আৰু শ্ৰেণী নিৰ্দেশক ৰূপাংশ মিলি হোৱা শব্দও সন্ধিযুক্ত অনুশব্দ ৰূপে বিশেষ্যৰ লগতে উচ্চাৰিত হয়। গণনাৰ্থত কিন্তু এনেকৈ সন্ধিযুক্ত নহয়। উল্লেখযোগ্য যে নিৰ্দিষ্টতা অনুশব্দটোৰ নিজা অৰ্থ নহয়। অনুশব্দটোৱে বিশেষ্যৰ লগত যুক্ত হৈ যি পদ গঠন কৰে সিহে নিৰ্দিষ্টতাসূচক। অৰ্থাৎ নিৰ্দিষ্টতা বিশেষ পদবিন্যাসৰহে অৰ্থ, কোনো ৰূপাংশৰ অৰ্থ নহয়।

সাধাৰণতে 'টো', 'জন', 'খন' আদি শ্ৰেণী নিৰ্দেশক অনুশব্দবোৰ পৰিমাণ (সংখ্যা) বাচক শব্দ আৰু বিশেষ্যৰ লগত যুক্ত হৈ থাকে। কিন্তু কেতিয়াবা ইহঁতক অকলে পোৱা যায়। অৱশ্যে অলপ গমি চালেই ধৰিব পাৰি যে তেতিয়াও সিহঁত অকলে নাই। কাৰণ, যি বাক্যত অনুশব্দটো ব্যৱহাৰ হয় তাৰ ভাবিকপ্ৰসংগৰ (পূৰ্বে কোৱা কথাৰ) পৰা বা বাস্তৱ পৰিস্থিতিতে শ্ৰোতাই অনুশব্দৰ লগত যুক্ত হৈয়ো থকা বিশেষ্য শব্দটো উদ্ধাৰ কৰিবলৈ সূত্ৰ বিচাৰি পায়। যেনে,

(২৩) ক ঃ মোৰ হাতত পাঁচখন কিতাপ আছে। তাৰে দুখন (কিতাপ) তোমাৰ।

খ ঃ মোৰ (কিতাপ) দুখন মোক ঘূৰাই দিয়া।

ইয়াত ক ৰ উক্তিত গণনাৰ্থত 'দুই'ৰ পিছত 'খন' ৰূপাংশ যুক্ত হৈছে। তেওঁৰ প্ৰথমবাৰ কথাত 'কিতাপ'ৰ উল্লেখ থকাত, পিছৰ বাক্যত তাৰ উল্লেখ অপ্ৰয়োজনীয়। অথচ 'খন'

অনুশব্দই 'কিতাপ' বিশেষ্যটো থকাৰ সূত্ৰ যোগাইছে। গতিকে, 'দুখন (কিতাপ)'ৰ 'কিতাপ' উহ্য হৈছে। তাকে আমি সক বন্ধনীৰ ভিতৰত দেখুৱাইছোঁ। (খ)ৰ উক্তিত (ক) ই পূৰ্বে উল্লেখ কৰা কিতাপ দুখনৰ কথাকে কোৱাৰ কাৰণে, সেয়া নিৰ্দিষ্ট কিতাপ। অৰ্থাৎ তেওঁ 'মোৰ দুখন' বোলোতে 'মোৰ কিতাপ দুখন' বুজাইছে। কিন্তু তেৱোঁ 'কিতাপ' শব্দটো উল্লেখ কৰাটো অপ্ৰয়োজনীয় কাৰণেই তাক উহ্য ৰাখি 'মোৰ দুখন' বুলি কৈছে কিন্তু আকৌ ইয়াতো 'খন' অনুশব্দই 'কিতাপ' বিশেষ্যটো থকাৰ ইংগিত যোগাইছে। আনহাতে, 'কিতাপ' শব্দ উচ্চাৰিত নোহোৱা সত্ত্বেও দুয়োজনে দুয়োজনৰ উক্তিত উহ্য থকা শব্দটো বাক্যত থকা বুলিয়েই বুজিছে। কেৱল সেয়ে নহয়, শব্দটো গণনাৰ্থত 'দুখন'ৰ পিছত আৰু নিৰ্দিষ্টতাসূচক পদত 'দুখন'ৰ আগত বুলিও জানিছে। এই উদাহৰণবোৰৰ পৰা এইটো স্পষ্ট যে পদৰ গাঁথনিক উপাদানবোৰৰ ক্ৰমৰ নিয়ম শ্ৰোতা আৰু বক্তা উভয়ে জানে। গতিকে 'দুখন কিতাপ' আৰু 'কিতাপ দুখন'ৰ কেন্দ্ৰীয় শব্দ দুটা উহ্য থকা সত্ত্বেও পদ দুটাৰ উদ্দিষ্ট বস্তু 'কিতাপ'ৰ অনিৰ্দিষ্ট আৰু নিৰ্দিষ্ট উল্লেখ বুজাত কিঞ্চিতো অসুবিধা নহয়। আচলতে ভাষা ব্যৱহাৰ কৰোঁতে (কওঁতে বা লিখোঁতে) বাক্যৰ কোনবোৰ শব্দ বা পদ উহ্য থাকিব পাৰে তাৰো নিয়ম আছে। এই নিয়মৰ জ্ঞানো ভাষা জ্ঞানৰ অংগ।

(১০)

আলোচ্য পদ (১৯)ৰ বাওঁহাতে মূৰত থকা চতুৰ্থ শব্দটো 'মোৰ'। ইয়ো এটা গুণবাচক শব্দ, সম্বন্ধবাচক গুণ বাচক। সম্বন্ধবাচক-গুণবাচক শব্দ পদৰ আৰম্ভণিতে থাকে। বিশেষ্যপদত নিৰ্দেশক শব্দ ('সেই', 'সৌ', 'এই'. আদি) থাকিলে, সম্বন্ধবাচক শব্দ তাৰো বাওঁহাতে আগলৈ থাকে। যেনে,

২৪) মোৰ + সৌ + পাঁচজনী + খীৰতী + গৰু।

(সম্বন্ধবাচক-গুণবাচক) (নিৰ্দেশক) (পৰিমাণবাচক শ্ৰেণীবাচক) বিশেষণ) (বিশেষ্য)।

ইয়াত নিৰ্দেশক শব্দ 'সৌ'ৱে বিশেষ্যক নিৰ্দিষ্ট কৰিছে। ই পৰিমাণবাচক-শ্ৰেণীনিৰ্দেশক শব্দৰ আগত থাকে। তেনে বিশেষ্যপদত নিৰ্দেশক শব্দৰ উপৰিও নিৰ্দিষ্টসূচক পদবিন্যাস (বিশেষ্য + শ্ৰেণী নিৰ্দেশক) থাকিব পাৰে।

(২৫) মোৰ সৌ খীৰতী গৰু পাঁচজনী।

এই দুই পদ বিন্যাসৰ অৰ্থৰ পাৰ্থক্য নাই। (২৫)ত কেৱল নিৰ্দিষ্টতাসূচক সংকেতৰ অতিৰিক্ততা আছে। এনে অতিৰিক্ততা ভাষাৰ গঠনৰ সকলো স্তৰতে পোৱা যায়। আনকি, দুটা পদৰ বাণগত সংগতিতো অতিৰিক্ত সংকেত দেখা পোৱা যায় ঃ

(২৬) মই খালোঁ।

ইয়াত প্ৰথম পুৰুষৰ 'মই' থকা সত্ত্বেও ক্ৰিয়াপদত কৰ্তাৰ প্ৰথম পুৰুষৰ লগত সংগতিসূচক 'ওঁ' ৰূপাংশ অতিৰিক্ত। সংকেতৰ অতিৰিক্ত ব্যৱহাৰ সংজ্ঞাপন ব্যৱস্থাৰ উপযোগিতাৰ কাৰণে নিতান্তই প্ৰয়োজন। কাৰণ, শ্ৰোতা এনে সূক্ষ্ম যন্ত্ৰ নহয় যে তেওঁ শুনামাত্ৰেই প্ৰতিটো সাংকেতিক ধ্বনি ধৰি লৈ, পৰিগাণিতিক সক্ষমতাৰে তাৰ নিৰ্ভুল নিৰ্বচন কৰিব। ৰবং কোলাহল, মানসিক উত্তেজনা, অন্যমনস্কতা আদি প্ৰতিকূল অৱস্থাতো তেওঁ সহজে স্বাভাৱিক কথোপকথনত ভাগ লোৱাৰ আহিলা হিচাপে ভাষা ব্যৱহাৰ কৰিব। তেনে উপযোগী আহিলা হিচাপেই ভাষা সংগঠিত। সাংকেতিক অতিৰিক্ততা থকাৰ কাৰণেই শ্ৰোতাই কেতিয়াবা, এটা সংকেত নুশুনি হেকওৱাৰ পিছত, আন এটা সংকেতত খোপনি পায় আৰু একাধিক সংকেতৰ এটাৰ সূত্ৰ ধৰি শুনা কথাৰ অৰ্থ উদ্ধাৰ কৰিব পাৰে।

পদ (১৯)ৰ 'মোৰ' আৰু 'ধীৰতী' শব্দ দুটালৈ মন কৰিলে দেখা যায় যে প্ৰথমটোত 'মই + ৰ' 'মোৰ' হোৱাটো 'তোৰ' শব্দত 'তই + ৰ'ৰ দৰেই। এয়া ৰূপতত্ত্বৰ কথা। দ্বিতীয় শব্দটোৰ 'ধীৰ' ৰূপাংশ অন্যান্য শব্দতো পোৱা যায় : 'ধীৰা', 'গাধীৰ' আদি। কেউটা শব্দৰে এই অংশৰ অৰ্থগত সাদৃশ্য আছে। এই কেউটা মূলশব্দ হ'লে, 'ধীৰ' আন এটা মূল শব্দ নে শব্দমূল বুলি গণ্য হ'ব? ইয়ো ৰূপতত্ত্বৰ প্ৰশ্ন। 'ধীৰ'ত 'তী' প্ৰত্যয় যুক্ত হৈ 'ধীৰতী' শব্দ সাধিত হৈছে। আনহাতে 'গাধীৰ' এটা যৌগিক মূলশব্দ। ইয়াত 'গাই' আৰু 'ধীৰ' শব্দমূল/মূলশব্দ যুক্ত হৈছে। দেখা যায় যে আলোচ্য পদটিত আঠোটা ৰূপাংশ আছে :

(২৭)




ইয়াৰ 'ৰ' এটা বিভক্তি, 'ঈ' আৰু 'তী' দুটা সাধনৰ প্ৰত্যয়, কিন্তু 'জন' বিভক্তি, প্ৰত্যয় বা শব্দ নহয়। 'পাঁচজনী' শব্দৰ প্ৰসংগত ইয়াক সাধনৰ সৰ্গ যেন লাগিলেও, 'গৰু' শব্দৰ পিছত যুক্ত হৈ নিৰ্দিষ্টতাসূচক পদ গঠন কৰোঁতে, তাৰ বাক্যগত বৈশিষ্ট্যই প্ৰাধান্য পাইছে। গতিকে ইয়াক সাধনৰ সৰ্গ হিচাপে বিচাৰ কৰাৰ লগতে ৰূপগত-বাক্যগত বৈশিষ্ট্যৰ সমষ্টি ৰূপেও চোৱা হয়।

একেদৰেই আৱৰ্তণিতে উল্লেখ কৰা বাক্য (২)ত মুঠ তেৰটা ৰূপাংশ পোৱা যায়—

(২৮) উপলা + নদী + ৰ + পাৰ + শাল + ৰ
+ ফুল + ৰ + কলা + কণিকা + যে + তৰ + ইল ইয়াত শব্দৰূপৰ শব্দকেইটাহে

গণা হৈছে। তৎসম শব্দ 'উপলা' আৰু 'কণিকা'ত থকা সাধনৰ সৰ্গকেইটা ধৰা নাই। শব্দ দুটাৰ ৰূপাংশকেইটা ক্ৰমে 'উপ + লা + অ' আৰু 'কণা + ফিক + আ'। এইকেইটা ধৰিলে ৰূপাংশৰ সংখ্যা হ'ব সোতৰটা।

এতিয়ালৈকে প্ৰাথমিক স্তৰৰ যিকেইটা উপাদান পাইছোঁ সেইকেইটাক আৰু সৰুকৈ ভাঙিলে ভাষাটোৰ বিশিষ্ট ধ্বনি অৰ্থাৎ বৰ্ণ পামইক। বৰ্ণই ভাষাৰ গৌণ স্তৰ এটা গঠন কৰে। সেই স্তৰত বৰ্ণবিন্যাসৰ নিয়ম অনুযায়ী ৰূপ হয়। সেই নিয়ম ধ্বনিতত্ত্বৰ বিষয় আৰু এই প্ৰবন্ধৰ পৰিসৰৰ বাহিৰত। এতিয়া এই পৰ্যন্ত উত্থাপিত তথ্যৰ পোহৰতে বাক্য ৰচনাৰ কথা আলোচনা কৰা হওক।

(১১)

এটা বাক্যক ঘাইকৈ লৈ আৰু প্ৰসংগক্ৰমে আন দুটা-এটাও উল্লেখ কৰি কৰা আলোচনাৰপৰা আমি অসমীয়া বাক্যৰ অধ্যয়নৰ ক্ষেত্ৰত চলি থকা কাম-কাজৰ কিছু আভাস পালোঁ। এনে অধ্যয়নে ভাষাটোৰ বিষয়ে প্ৰচুৰ তথ্য জনাজ্ঞাত কৰিছে। এনে বিশ্লেষণক বিতৰণমূলক বিশ্লেষণ বোলে। বেছিভাগ সাধাৰণ পাঠকৰ সুবিধাৰ কাৰণে ইয়াত বিশ্লেষণৰ নিয়মসমূহৰ বিশদ আলোচনা কৰা নাই আৰু প্ৰণালীবদ্ধ পৰিবেশনৰ জটিলতা বৰ্জন কৰা হৈছে। আনহাতে, দুই-এটা পৰ্যবেক্ষণে বিতৰণমূলক বিশ্লেষণৰ সীমাৰ বাহিৰলৈকো চুবলৈ চাইছে।

উল্লেখযোগ্য যে এই শতিকাৰ প্ৰথমাৰ্ধত ভাষাৰ গঠন সম্পৰ্কে গৃহীত কিছুমান সিদ্ধান্ত, প্ৰকল্প, পদ্ধতি আৰু সেইবোৰক কেন্দ্ৰ কৰি গঢ়া তত্ত্বৰ আধাৰত এনে বিশ্লেষণ কৰা হৈছিল। বাক্যৰ পদানুক্ৰম অনুসৰি বিশেষ এটা স্থানত যিবোৰ শব্দ পৰস্পৰৰ বিকল্প হিচাপে ব্যৱহৃত হ'ব পাৰে সিহঁতৰ মাজত কাৰ্যগত সাদৃশ্য থকাৰ কাৰণে সিহঁতক একে শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছিল। এইদৰে বিশেষ্য, বিশেষণ, ক্ৰিয়া আদি বিতৰণমূলক শ্ৰেণীৰ বিভাগ কৰা হয়। কেৱল একে স্থানত ব্যৱহৃত হ'বপৰা শব্দৰ উদাহৰণ হিচাপেই নহয়, বাক্যত ব্যৱহৃত আনবোৰ শব্দৰ লগত অন্বয়ৰ ভিত্তিতো এই শব্দবোৰ একে শ্ৰেণীৰ। বাক্যৰ গঠন বিশ্লেষণ কৰোঁতে তাৰ স্থানে স্থানে যি যি শব্দ বহিব পাৰে, তাৰ উল্লেখ কৰিলেই এটা বাক্যৰূপ বৰ্ণনা কৰা হয়। প্ৰকৃত শব্দ নেদেখুৱাই, শ্ৰেণীৰ সংক্ষিপ্ত নামবোৰ নিৰ্দিষ্ট স্থানত সজালেই নিয়মসম্মত বাক্যৰ ৰূপ দেখুৱাই দিয়া হয়। ইয়াৰপৰা বুজা যায় যে বিশেষ এটা ভাষাৰ বাক্যবোৰত কেইটামান বিশেষ শ্ৰেণীৰ শব্দবোৰৰ বিন্যাস দেখুওৱাই ব্যাকৰণৰ কাম। এইদৰে ব্যাকৰণত বৰ্ণোৱা যিকোনো বাক্যৰূপৰ ঠায়ে ঠায়ে (যথাস্থানত) পাব পৰা বিশেষ শ্ৰেণীত অন্তৰ্ভুক্ত অথচ ভিন্ন শব্দাৰ্থযুক্ত শব্দবোৰ খুৱাই গ'লে একেৰূপৰ অগণন বাক্য

ৰচিত হ'ব। ব্যাকৰণত বৰ্ণোৱা বাক্যৰূপটো এনে অগণন বাকাৰ চানেকি। এনে চানেকিসমূহে একত্ৰ ভাষাটোৰ বাক্যবোৰৰ বৰ্ণনা দিয়ে। এয়ে বৰ্ণনাত্মক ব্যাকৰণ। ভাষাৰ উক্ত ধাৰণাটোক সংগঠনবাদী আখ্যা দিয়া হৈছে।

অসমীয়া ভাষাৰ গৱেষণামূলক অধ্যয়ন কৰোঁতে গ্ৰহণ কৰা পদ্ধতি, মাপকাঠী আৰু পৰ্যবেক্ষণসমূহেই হৈছে গৱেষণাৰ তাত্ত্বিক কাঠাম। ইয়াত পৰিবেশন কৰা তথ্যসমূহ যি গৱেষণাৰ ফল তাৰ তাত্ত্বিক কাঠামটো সংগঠনবাদী। এতিয়ালৈকে ঘাইকৈ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্ব স্তৰতে গৱেষণা চলিছে। ৰূপবিন্যাসৰ দৰেই ধ্বনিবিন্যাসৰ ক্ষেত্ৰতো বিতৰণমূলক পদ্ধতি অনুসৰণ কৰা হৈছে। অৱশ্যে আমাৰ গৱেষকসকলে সংস্কৃত ব্যাকৰণৰ ঐতিহ্যৰ পৰা লাভ কৰা ধাৰণাবোৰ (যেনে, কাৰক, বিভক্তি, পদ, ধাতু, প্ৰাতিপদিক আদি) বিবেচনা কৰোঁতে তাৰ পৰা পোৱা পৰিভাষাৰ বহুল ব্যৱহাৰ কৰিছে। এনে ধাৰণা আৰু পৰিভাষাৰ তাত্ত্বিক উপাদানৰ লগত সাংগঠনবাদী তাত্ত্বিক উপাদানৰ সংমিশ্ৰণে বিষয়-বস্তু পৰিবেশনত খেলি-মেলি ঘটাইছে। মূলতঃ সংগঠনবাদী ধ্যান-ধাৰণাৰ নিয়ন্ত্ৰণত থাকিও, গৱেষকসকল সুপ্ৰাচীন ভাৰতীয় ঐতিহ্যৰ সৃজনশীল তত্ত্বৰ পিনে ঢাল লৈ আছে। এনে টনা-আঁজোৰাৰ মাজত তেওঁলোকে সংগঠনবাদী তত্ত্বৰ সীমাবদ্ধতাৰ বিৰুদ্ধে শক্তি সঞ্চালন কৰিবলৈ প্ৰস্তুত হ'ব পৰা নাই। এয়ে তেওঁলোকৰ তাত্ত্বিক সংকটৰ গুৰি। ইয়াক অতিক্ৰম কৰাই আজি আমাৰ প্ৰধান সমস্যা।

আমাৰ দেশৰ আনবোৰ বিজ্ঞানীৰ দৰেই ভাষাবিজ্ঞানীসকলেও তেওঁলোকৰ তাত্ত্বিক ধাৰণাসমূহ ইউৰোপ-আমেৰিকাৰ পৰা পোৱাটো জনাজাত কথা। সংগঠনবাদী ধাৰণাবোৰো ইয়াৰ ব্যতিক্ৰম নহয়। সংগঠনবাদীসকলৰ লক্ষ্য আছিল ভাষাৰ গঠনৰ স্তৰে স্তৰে, প্ৰাসংগিক বুলি পৰিগণিত উপাদানসমূহ চিহ্নিত কৰা। এই ঐতিহ্যৰ প্ৰতিভাশালী গৱেষকসকলে ভাষাৰ সামগ্ৰিকতাৰ সন্ধেদ পাইছিল যদিও, কাৰ্যতঃ ভাষাৰ গঠনৰ স্তৰে স্তৰে অংগসমূহৰ শ্ৰেণী বিভাজন কৰি প্ৰত্যেকৰ নামকৰণ কৰাতে তেওঁলোকৰ সৰ্বশক্তি ব্যয় হ'ল। তেওঁলোকে ঠাৱৰ কৰিলে যে ধ্বনিতাত্ত্বিক গঠনৰ মূল উপাদান বৰ্ণ আৰু ৰূপতাত্ত্বিক গঠনৰ মূল উপাদান ৰূপাংশ। তাৰ পিছত তেওঁলোকে পোনেই গৈ বাক্য পালেগৈ। ৰূপাংশ আৰু বাক্যৰ মধ্যৱৰ্তী উপাদান এওঁলোকে চিহ্নিত কৰিব নোৱাৰিলে যদিও, বাক্য শব্দেৰে গঠিত বুলি ধৰি লৈ গৱেষণা চলাই থাকিল। এই অনিৰ্ণেয়তাৰ সমুখত সেই ঐতিহ্যত শিক্ষিত গৱেষকসকলে যি কৰিলে তাক কথেক পিছতে কোৱা হ'ব। এতিয়া উল্লেখযোগ্য কথা হ'ল এই যে ইয়াৰ সমুখত অসমীয়া (ভাৰতীয়) গৱেষকসকলে ঘাইকৈ সংস্কৃত ঐতিহ্যৰ ভেঁজা বিচাৰিলে আৰু তাৰ ফলত, অন্ততঃ অসমীয়া ভাষাৰ ক্ষেত্ৰত, কিছু খেলি-মেলিৰ সৃষ্টি হ'ল।

বাক্য বিন্যাসৰ ক্ষেত্ৰত সংগঠনবাদীসকলে পোনতে একোটা বাক্যক দুটা আসন্ন

অংগত ভাগ কৰি, তেনেকৈ পোৱা ভাগ দুটাক আকৌ দুটাকৈ আসন্ন অংগত ভাগ কৰি, ক্ৰমে গৈ অন্তিম উপাদান শব্দত বয়গৈ। এনেকৈ পোৱা উপাদানবোৰৰ কাৰ্যগত স্বৰূপৰ সম্যক ধাৰণা কৰিবলৈ তেওঁলোক সমৰ্থ হোৱা নাছিল। বিশ্লেষণৰ নীতি নিৰ্ধাৰণ, আৰু প্ৰয়োগ-পদ্ধতি নিৰূপকণীয়া হোৱা সত্বেও বাক্য কেনেকৈ ৰচিত হয় সেই বিষয়ৰ ব্যাখ্যা আৰু আলোচনাই বিশেষ কল ধৰা নাছিল। একে শব্দবিন্যাস বিশিষ্ট একোটা গঠনৰ একাধিক অৰ্থ কিয় হয় জনাব নোৱাৰিছিল। মুঠতে বাক্যক শব্দগুচ্ছলৈ, শব্দগুচ্ছক শব্দলৈ, শব্দক ৰূপাংশলৈ ক্ৰমে ভাঙি, ভাষাৰ বাক্যৰূপবোৰক ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশলৈ বিশ্লেষণ কৰি, তাৰ উপাদান চিহ্নিত কৰা পৰমাণুবাদী পদ্ধতিয়ে বাক্য অথবা ভাষাৰ সৰ্বাত্মক ৰূপৰ ধাৰণা লাভত সহায় কৰিব নোৱাৰিলে। সুখৰ বিষয় যে যি সময়ত সংগঠনবাদৰ সীমাবদ্ধতা অতিক্ৰম কৰিবলৈ অক্ষম হোৱা আমাৰ গৱেষকসকলে ভাৰতীয় ঐতিহ্যত ভেঁজা মাত্ৰ লৈ, খেলি-মেলিত বৈ গ'ল, সেই সময়ত পশ্চিমত, ইউৰোপ-আমেৰিকাত, ভাষাবিজ্ঞানীসকলে তাক অতিক্ৰম কৰিবলৈ আৰু তাৰ সমান্তৰালভাবে প্ৰাচীন ভাৰতীয় ঐতিহ্যৰ সন্ধেদ লৈ আৰু তাৰ সাৰ সংগ্ৰহ কৰিবলৈ নিৰন্তৰ গৱেষণাত লিপ্ত হ'ল। প্ৰবন্ধৰ পিছৰ অনুচ্ছেদত তাৰ আভাস লোৱা হ'ব। তাৰ আগতে এতিয়ালৈকে হোৱা আলোচনাৰ পৰা আমি বাক্যৰ যি ধাৰণা পালোঁ তাক সংক্ষিপ্তকৈ ব্যক্ত কৰিলে পিছৰ আলোচনা সুচল হ'ব।

বাক্য ব্যাকৰণৰ বিষয়-বস্তু। ইয়াৰ অংগবিলাক বিভৱণৰ নিয়মৰ অধীন আৰু পৰস্পৰ অন্বয়যুক্ত। এই অংগবোৰক বিভৱণৰ ভিত্তিত শ্ৰেণীভুক্ত কৰা হয়। বাক্য কোনো বৃহত্তৰ গঠনৰ অংগ নহয়। অৰ্থাৎ ওচৰা-উচৰিকৈ লেখা বা কোৱা বাক্য কেইটামানক বিভৱণৰ ভিত্তিত কোনো শ্ৰেণীভুক্ত কৰিব নোৱাৰি। বাক্য এটা স্বতন্ত্ৰ গঠন বা গাঁথনিক গোট। দ্বিতীয়তে, বাক্য আৰু কথা একে নহয়। বাক্য এটা বিমূৰ্ত চানেকি। কথা এটা মূৰ্ত ৰূপ। কোৱা কথাৰ অন্তৰালত একোটা বাক্যৰ চানেকি থাকে। সেই বাক্য বা চানেকিৰ লগত সম্পৰ্ক স্থাপন কৰি, কথাৰ উপাদানবোৰৰ পাৰস্পৰিক সম্পৰ্ক আৰু বিভৱণ বুজিব পাৰি। উদাহৰণস্বৰূপে, তলৰ কথা দুষাৰ লোৱা হওক ঃ

(২৯) কেতিয়া আহিলা?

কালি।

ইয়াৰ প্ৰতিষাৰৰ অন্তৰালত থকা বাক্য বা তাৰ চানেকিৰ লগত সম্পৰ্ক স্থাপন কৰি ইয়াৰ উহ্য থকা উপাদানকেইটাৰ বিভৱণ আৰু অন্বয় উদ্ধাৰ কৰিব পাৰি এইদৰে ঃ

(৩০) (তুমি) (ইয়ালৈ) কেতিয়া আহিলা?

(মই) (ইয়ালৈ) কালি (আহিলোঁ)

অৱশ্যে ইয়াত 'ইয়ালৈ' ঠাইত অন্য শব্দও হ'ব পাৰে। সেয়া প্ৰায়োগিক কথা, যথাৰ্থতে ভাৱাতাত্ত্বিক নহয়। দেখা যায় যে বাক্য এনে এটা বিমূৰ্ত গোট য'ত শ্ৰেণী বিশেষৰ উপাদানৰ কাৰণে নিৰ্দিষ্ট স্থান চিহ্নিত হৈ আছে। সেই উপাদানবোৰৰ অন্বয়ে তাৰ গঠন নিৰ্ণয় কৰে।

(১২)

সকলতে, চাৰি-পাঁচ বছৰ বয়সতে, যিকোনো দেশৰ শিশুৱে নিজৰ ভাষাৰ উচ্চাৰণ আৰু বাক্য ৰচনাৰ মূল নিয়মবোৰ আয়ত্ত কৰি, তাৰে নিজৰ ক'বলগীয়া কথা কৈ, অনুভূতি ব্যক্ত কৰি, প্ৰাপ্তবয়স্ক সমাজলৈ প্ৰৱেশাধিকাৰ লাভ কৰে। এইটো এটা বিস্ময়কৰ প্ৰপঞ্চ। বিস্ময়কৰ এই কাৰণেই যে সেই বয়সত শিশুৰ শাৰীৰিক-মানসিক বিকাশৰ তুলনাত ভাষাৰ গাঁথনিক জটিলতা ইমান বেছি যে তাক যুক্তি-বুদ্ধিৰে আয়ত্ত কৰাৰ প্ৰশ্ন নুঠে। ইয়াৰ ৰহস্য ভেদ কৰিবলৈ ব্ৰতী হোৱা ভাষাতাত্ত্বিকসকলে কেৱল অসমীয়াৰ নিচিনা এটা বিশেষ ভাষাৰ কোনবোৰ বাক্য নিয়মসম্মত আৰু কিয় নিয়মসম্মত তাক নিৰ্ণয় কৰিব পৰা সূত্ৰ তৈয়াৰ কৰাতে আবদ্ধ নাথাকি, সকলো ভাষাতে প্ৰযোজ্য এনে কিবা কিছুমান সূত্ৰ আছে নেকি যিবোৰক মানৱশিশুৰ সাৰ্বজনীন ভাষাজ্ঞানৰ মূল উৎসৰূপে চিহ্নিত কৰিব পাৰি আৰু তাকে কৰি উক্ত ৰহস্যৰ সন্ধান পাব পাৰি, তাৰো চেষ্টা গৱেষণাত লিপ্ত আছে। এই চূড়ান্ত লক্ষ্যত উপনীত হোৱাৰ উদ্দেশ্যে তেওঁলোকে এনে এটা তত্ত্ব নিৰ্মাণ কৰিব খোজে যাৰ ভেটিত থিয় দি, প্ৰথমে ভাষা বিশেষৰ নিয়মসম্মত বাক্য বিন্যাস সূত্ৰবদ্ধ কৰি নিয়মনিষিদ্ধবোৰ বৰ্জনীয় বুলি দেখুৱাব, নিয়মসম্মতবোৰৰ যথাযথ ব্যাখ্যা দি, সূত্ৰবদ্ধ কৰি, ব্যাখ্যাত্মক বৰ্ণনা কৰিব— যিদৰে পাণিনিয়ে সংস্কৃতৰ ক্ষেত্ৰত কৰিছিল, আৰু অৱশেষত প্ৰত্যেক ভাষাৰ বৰ্ণনাত্মক ব্যাকৰণৰ তথ্যৰ ভিত্তিত উক্ত চূড়ান্ত লক্ষ্যত উপনীত হ'বৰ উপযোগী এখন ব্যাখ্যাত্মক সাৰ্বজনীন ব্যাকৰণ প্ৰণয়ন কৰিব। ভাষা অধ্যয়নৰ এই উচ্চতম আদৰ্শৰ সাফল্যৰ সম্ভাৱনা সুদূৰপৰাহত হোৱা সত্ত্বেও এই কালৰ যুগজয়ী ভাষাবিজ্ঞানী ন'ম চম্‌স্কিয়ে এই লক্ষ্য আগত ৰাখি কৰা তুলনাহীন কৰ্মৰাজিয়ে বিশ্বৰ অগ্ৰণী ভাষাতাত্ত্বিকসকলক প্ৰেৰণা আৰু পথৰ নিৰ্দেশ দিছে।

সন্দেহ নাই যে অসমীয়া বাক্যৰ বিশ্লেষণৰ নমুনা হিচাপে এই প্ৰবন্ধত পৰিবেশন কৰাৰ নিচিনা প্ৰচুৰ তথ্য আমাৰ ভাষা বিজ্ঞানীসকলে গোহৰলৈ আনিছে। কিন্তু প্ৰশ্ন হৈছে সেইবোৰে আমাৰ ভাষাজ্ঞানৰ স্বৰূপ ব্যাখ্যা কৰিব পাৰিবনে? ভাষাজ্ঞানৰ স্বৰূপ ব্যাখ্যাই যদি ভাষাবিজ্ঞানৰ অন্যতম ন্যায্য লক্ষ্য, তেনেহ'লে তদোপযোগী কামৰ বাবে এটা উপযুক্ত তাত্ত্বিক ভেটি নিৰ্মাণ কৰি লোৱা প্ৰয়োজন। আমাৰ হাতত থকা তথ্যই আমাক প্ৰাথমিক কাম কৰাত নিশ্চয় সহায় কৰিব। কিন্তু অসমীয়া ভাষাৰ এখন পূৰ্ণাংগ ব্যাকৰণ, এখন

বৰ্ণনাত্মক ব্যাকৰণ, প্ৰণয়ন কৰিবলৈ বহু গৱেষকৰ দীৰ্ঘকালীন ঐক্যবদ্ধ গৱেষণাৰ প্ৰয়োজন। পৃথিৱীৰ বিভিন্ন ঠাইত, ঘাইকৈ ইউৰোপ-আমেৰিকাত, এই পৰ্যায়ৰ কাম কৰোঁতে গৱেষকসকলে চূড়ান্ত লক্ষ্যৰ পৰিপ্ৰেক্ষিততে গৱেষণা কৰিছে। এই কৰ্মধাৰাত লিপ্ত হৈ তেওঁলোকে ব্যাপক আলোচনা আৰু বিতৰ্কৰ অংশীদাৰ হৈছে। বাক্য ৰচনাক ভাষাৰ কেন্দ্ৰীয় গাঁথনিক অংশৰূপে গণ্য কৰাৰ বাবেই বাক্য ৰচনাৰ প্ৰশ্নবোৰ ভাষাবিজ্ঞানৰ কেন্দ্ৰীয় প্ৰশ্ন হৈ পৰিছে। উল্লেখযোগ্য যে স্বাভাৱিকভাৱেই আজি ভাৰতৰ এচাম অগ্ৰণী ভাষাবিজ্ঞানীয়ে পশ্চিমৰ পদাংক অনুসৰণ কৰিছে।

(১৩)

প্ৰবন্ধৰ এই অনুচ্ছেদত ভাষাবিজ্ঞানৰ শেহতীয়া তত্ত্ব এটাৰ কিছু আভাস দিয়া হৈছে। এইটো ৰচনাশীল ব্যাকৰণৰ তত্ত্ব।

যোৱা চাৰি দশকমান ধৰি বাক্য ৰচনা অধ্যয়ন কৰা ভাষাবিজ্ঞানীসকলে ৰচনাশীল ব্যাকৰণৰ তত্ত্বত বিশ্বাস স্থাপন কৰি আহিছে। তেওঁলোকে ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বক বাক্য ৰচনাৰ আনুষংগিক বুলি কৈয়েই ক্ষান্ত নাথাকি, ভাষাৰ গঠনৰ তিনিওটা স্তৰকে একেটা তত্ত্বৰ ভিতৰুৱাকৈ লৈ গৱেষণা আগুৱাই নিছে। আনকি অৰ্থতত্ত্বকো সামৰি লোৱাৰ প্ৰয়াস কৰিছে। এওঁলোকে পানী-নসৰকা স্তৰ-বিভাজনৰ কথা কোৱাৰ প্ৰশ্নই নুঠে। উপৰি, এওঁলোকে ভাষা এটাৰ অদ্যাপি লিখিত বা কথিত বাক্যসমূহৰ বৰ্ণনাতে ক্ষান্ত নাথাকি, ভাষাটোৰ সকলো সম্ভাব্য বাক্য ৰচনা কৰাৰ নিয়মবোৰ সূত্ৰবদ্ধ কৰিব খোজে। তাৰ বাবে তেওঁলোকে বিশেষ সাংকেতিক ভাষাও প্ৰয়োগ কৰিছে।

ধৰি লওঁক, পাঠশালাৰ ল'ৰা-ছোৱালীক বাক্য ৰচনাৰ অনুশীলন কৰিবলৈ দিয়া হৈছে। বাক্য ৰচনা কৰিবলৈ দিয়া শব্দকেইটাৰ এটা 'ৰঙা'। স্কুলত নামভৰ্তি কৰাৰ আগতে তেওঁলোকে নিজৰ ভাষাৰ নিয়মবোৰ মোটামুটিকৈ জানি আহিছে। এতিয়া 'ৰঙা' শব্দটো লগাই ব্যক্ত কৰিব খোজা কথা ব্যক্ত কৰিবলৈ তাৰে কেইটামান নিয়ম বাছি লৈছে। নিয়মকেইটা যি অনুক্ৰমে প্ৰয়োগ কৰিব লাগে সেই অনুক্ৰমে প্ৰয়োগ কৰিছে আৰু বাক্য কেইটামান ৰচনা কৰিছে। উল্লেখযোগ্য যে তেওঁলোকে নিজৰ ভাষাটো কওঁতে-শুনোতে শিকা নিয়মবোৰ এতিয়া প্ৰয়োগ কৰিছে। শিকোঁতে তেওঁলোকে শব্দৰ উচ্চাৰণ আৰু অৰ্থৰ বাহিৰেও তাৰ ব্যাকৰণ শিকিছিল। তেওঁলোকে ৰচনা কৰা বাক্যৰ ভিতৰত, ধৰক, এইকেইটাও আছে ঃ

(৩১) তোমালোকৰ এজনী ৰঙা গৰু আছে।
আমাৰ এজনী গৰু ৰঙা।
তেওঁলোকৰ গৰু এজনী ৰঙা।
তেওঁৰ গৰুজনী ৰঙা।

এনেকৈ ৰচনা কৰা বাক্যৰ বিষয়ে তেওঁলোকে জনা নিয়মৰ কেইটামান এনে ঃ প্ৰত্যেক বাক্যৰ শেষৰ শব্দটো ('আছে' বা ৰঙা) আগৰ শব্দগুচ্ছৰ পৰা পৃথক; আগৰ শব্দগুচ্ছই কিবা বস্তু উল্লেখ কৰে, পিছৰ শব্দগুচ্ছই (ইয়াত এটিয়া গুচ্ছ) তাৰ বিষয়ে ক'ব খোজা কথা বিবৃত কৰে, 'ৰঙা' আৰু 'গৰু' দুটা পৃথক শ্ৰেণীৰ শব্দ, দুই শব্দ একেটা গুচ্ছত থাকিলে, 'ৰঙা' 'গৰু'ৰ ঠিক গাতে লাগি তাৰ বাওঁহাতে বহে, 'গৰু'ৰ বিষয়ে কোৱা কথাৰাৰ হৈ ব্যৱহৃত হ'লে 'ৰঙা'ই পিছৰ গুচ্ছটো সাজে, 'এজনী গৰু' বা 'গৰু এজনী'ৰ যিকোনো এটা দিলেই হয়, অৰ্থৰ পাৰ্থক্য নাই, 'তোমালোকৰ' 'আমাৰ' আদি শব্দকেইটা গুচ্ছটোৰ বাওঁফালে মূৰত থাকে, ইত্যাদি।

কোৱাৰ প্ৰয়োজন নাই যে এনেবোৰ নিয়ম। কোনো শিশুৱে আনকি সাধাৰণ বয়সস্থজনেও, সূত্ৰবদ্ধ কৰি, স্পষ্টকৈ প্ৰকাশ কৰিবলৈ শিকা নাই। গতিকে প্ৰকাশ কৰিব নোৱাৰে, কিন্তু প্ৰত্যেকেই নিয়মবোৰ জানে। এইবোৰ সকলতে মগজুত থিত লোৱা নিয়ম। ওপৰত কোৱাৰ দৰে নিয়মৰ ভগ্নাংশ হিচাপে নাচাই, তাৰ প্ৰণালীৰূপে চালে দেখা যায় যে এনে নিয়মৰ সংখ্যাও বহুত নহয়। প্ৰথমতে শিকি লোৱা নিয়মখিনিৰ বিভিন্ন প্ৰায়োগিক কৌশল শিকিলেও, তাৰ লগত বৰ কম সংখ্যক নিয়মহে পিছত সংযোজিত হয়। এইদৰে নিয়ম যোগ হ'লে, শিশুৰ মগজুত সকলতে থিত লোৱা ব্যাকৰণখনে ক্ৰমে সংবৰ্ধিত আৰু সংশোধিত হৈ, শেষত প্ৰাপ্তবয়স্কৰ ব্যাকৰণৰ ৰূপ লয়গৈ। তেওঁৰ শব্দৰ জ্ঞান বাঢ়ি যোৱাৰ লগে লগে মগজুত থকা অভিধানখনো শকত হয়। শব্দবোৰ আয়ত্ত কৰোঁতে, সিহঁতৰ শ্ৰেণীবৈশিষ্ট্য আৰু বাক্যত ব্যৱহাৰৰ জ্ঞানো আয়ত্ত কৰে। এইদৰে ভাষাজ্ঞান বিকশিত হয়।

এইদৰে মগজুত থিত লৈ সংবৰ্ধিত আৰু সংশোধিত হোৱা, অদৃশ্য অথচ কাৰ্যতঃ প্ৰকট হৈ থকা ব্যাকৰণৰ নিয়মবোৰ যদি মগজুত থকাৰ দৰেই ক্ৰমে সজাই লিখি উলিওৱা হয়, তেনেহ'লে সেইখন ব্যাকৰণে নিজে নিজে (এটা কম্পিউটাৰৰ দৰে) বাক্য ৰচনা কৰিব পাৰিব। প্ৰবন্ধৰ আৰম্ভণিতে কল্পনা কৰা শ্ৰোতা বক্তাৰ একাত্ম সত্তাটো কোনো এক ভাষিক সমাজৰ সকলোৰে প্ৰতিনিধিস্বৰূপ আদৰ্শ শ্ৰোতা-বক্তা হ'লে, তেওঁৰ ভাষাজ্ঞানৰ চানেকিস্বৰূপ ব্যাকৰণখন হ'ব ভাষাটোৰ এখন সামগ্ৰিক ব্যাকৰণ। এইখন এখন ৰচনাশীল ব্যাকৰণ।

ভাষা এটাৰ নিয়মৰ সংখ্যা বৰ বেছি নহয়, ইয়াত ব্যৱহৃত বৰ্ণও বোধহয় কোনো ভাষাত পঞ্চাছতকৈ বেছি নহয়ৰ আৰু শব্দ? ধ্বনি আৰু নিয়ম শিকাৰ পিছত প্ৰত্যেকেই যদি কেৱল শব্দহে শিকে, তাৰো সংখ্যা অসীম নহয়। কিন্তু সীমিত সংখ্যাৰ নিয়ম, সীমিত সংখ্যাৰ ধ্বনি আৰু সীমিত সংখ্যাৰ শব্দেৰে যিকোনো লোকে নিজৰ ভাষাৰ অগণন বাক্য ৰচনা কৰে। প্ৰয়োজনৰ দাবীত, বিভিন্ন প্ৰসংগ আৰু পৰিস্থিতিত যথাযথ ভাব-অনুভূতি ব্যক্ত কৰিবলৈ নিত্য-নতুন বাক্য সাজে আৰু কাহানিও কৰ্ণগোচৰ নোহোৱা একোটা নতুন

কথা শুনা মাত্রেই বুজিব পাৰে। এইদৰে ভাষাৰ ব্যৱহাৰৰ মাজেদি তেওঁ তেওঁৰ ৰচনাশীলতা প্ৰদৰ্শন কৰে। এই ৰচনাশীলতাৰ গুৰিত আছে তেওঁ জনা ৰচনাশীল নিয়মবোৰ। এইবোৰ নিয়মে ধ্বনিৰূপ আৰু অৰ্থ ৰূপৰ মাজত অনুৰূপতা স্থাপন কৰে। নিয়মবোৰ আছে বাবেই ভাষা আছে। (এইবোৰ খেলৰ নিয়মৰ দৰে, যিবোৰ নিয়ম খেলোঁতেই শিকা যায়। নিয়মবোৰ জানিলেহে খেলটো জনা যায়। নিয়মবোৰ আছে বাবেহে খেলটো আছে।) ভাষা ধ্বনিও নহয়, ধাৰণাও নহয়, দুয়োটাৰ অনুৰূপতাৰ নিয়মবোৰহে আচলতে ভাষা। নিয়মবোৰ ৰচনাশীল হোৱাৰ কাৰণে ৰচনাশীলতা ভাষাৰ নিহিত ধৰ্ম, ভাষা-ভাষীৰো বৈশিষ্ট্য। ভাষা সৃজনশীল বোলোতেও ইয়াকে বুজায়, কিন্তু মনত ৰাখিবলগীয়া কথা এই যে এই সৃজনশীলতা নীতি-নিয়ন্ত্ৰিত।

বিভিন্ন ভাষাৰ মাজত থকা পাৰ্থক্য সত্ত্বেও প্ৰত্যেক ভাষাই ৰচনাশীল আৰু প্ৰত্যেকৰে একোখন ব্যাকৰণ প্ৰণয়ন কৰিবলৈ প্ৰয়োজন এটা সাধাৰণ তত্ত্ব। বৰ্তমান কালত ন'ম চমস্কিৰ তত্ত্বই আটাইতকৈ প্ৰভাৱশালী। ইয়াৰপৰা কিছু কালৰি কাটিও কিছু গৱেষণা চলিছে, কিন্তু প্ৰায়বোৰ গুৰুত্বপূৰ্ণ প্ৰশ্নৰ উত্তৰ দিব পৰাকৈ তত্ত্ব আজিও বিকশিত হোৱা নাই। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা এই যে এনে তত্ত্বানুসন্ধান ঘাইকৈ ইংৰাজী ভাষাৰ বিষয়ে জনা তথ্যৰ ওপৰত নিৰ্ভৰশীল। চমস্কিৰ তত্ত্বৰ বিষয়েও একে কথাই ক'ব পাৰি।

ইতিমধ্যে আন আন ভাষাৰ ক্ষেত্ৰত প্ৰয়োগৰ মাজেদি এই তত্ত্বৰ যি ব্যাপক পৰীক্ষা চলিছে, সি অদূৰ ভৱিষ্যতত ইয়াৰ সংবৰ্ধনা আৰু আমূল পৰিবৰ্তনৰ সম্ভাৱনাৰ ইংগিত দিছে। এই সময়ত যিকোনো বিশেষ ভাষাৰ অধ্যয়ন আৰু গৱেষণাত মগ্ন ভাষাবিজ্ঞানীসকলে বিভিন্ন তাত্ত্বিক ঐতিহ্যত দৃষ্টি ৰাখি, নিজৰ ভাষাৰ বৰ্ণনাত্মক ব্যাকৰণ প্ৰণয়নৰ কামত ঐক্যবদ্ধ শ্ৰম নিয়োগ কৰিব পাৰে। তাকে কৰোঁতে ৰচনাশীল ব্যাকৰণৰ আদৰ্শটো অনুসৰণ কৰিবও পাৰে। এই লক্ষ্য আজি সকলোৰে গ্ৰহণীয়। এইদৰে তত্ত্বৰ বিকাশতো ৰৰঙণি যোগোৱা সম্ভৱ।

(১৪)

অসমীয়া ভাষাৰ এখন ৰচনাশীল ব্যাকৰণ প্ৰণয়নৰ প্ৰশ্ন উত্থাপন কৰিবলৈ যাওঁতে তত্ত্বৰ প্ৰশ্নটো স্বাভাৱিকভাৱেই উত্থাপিত হ'ল। কাৰণ সকলো গৱেষকেই যিকোনো সময়ত কিছুমান পদ্ধতি, মাপকাঠী আৰু তদোপযোগী পৰ্যবেক্ষণৰ ভেটিতহে গৱেষণা কৰে। সেয়ে তেওঁলোকৰ তাত্ত্বিক আধাৰ। অসমীয়া ভাষাৰ গৱেষণাই এই পৰ্যন্ত পোহৰলৈ অনা তথ্যবোৰ এক বিশেষ তত্ত্বৰ ভেটিত কৰা গৱেষণাৰ ফল বুলি কোৱা হৈছে। তাৰ সীমাবদ্ধতা অতিক্ৰম কৰাৰ চেষ্টা যে ইউৰোপ-আমেৰিকাত চলিছে তাকো উল্লেখ কৰা হ'ল। বৰ্তমান

কালত অসমীয়া ভাষাৰ ব্যাকৰণতে নহয়, অন্য ভাৰতীয় ভাষাৰ ব্যাকৰণতো, আমি জনাত, ৰচনাশীল ব্যাকৰণ প্ৰণয়নৰ প্ৰয়াসৰ চিন নাই। আনহাতে, ভাষাবিজ্ঞানৰ সুপ্ৰাচীন ঐতিহ্যত ভাৰতীয় ভাষাবিজ্ঞানৰ অগ্ৰণী ভূমিকা বিশ্ববিদিত। পাণিনি আৰু তেওঁৰ আগৰ আৰু সমসাময়িক অনেক ভাষাবিজ্ঞানীয়ে সংস্কৃত ভাষাৰ (প্ৰকৃততে ভিন ভিন আৰ্য জনগোষ্ঠীৰ ভাষাসমূহৰ আৰু পিছত তাৰ মাজৰপৰাই গুলোৱা মান্য ৰূপ বিশেষৰ) অধ্যয়নৰ মাজেদি ব্যাকৰণৰ এটা তত্ত্ব নিৰ্মাণ কৰিছিল। সি আছিল ৰচনাশীল। ইতিমধ্যে সংস্কৃত মূলৰপৰা উদ্ভূত ভাৰতীয় ভাষাবোৰৰ গাঁথনিক ৰূপান্তৰ ঘটিল। কিন্তু সেইবোৰৰ সুকীয়া ব্যাকৰণ প্ৰণয়নৰ উদ্দেশ্যে একেদৰেই ভাষাবোৰৰ অধ্যয়ন আৰু গৱেষণা নহ'ল। আজিও ক'তো লেখতল'বলগীয়া কাম দেখা পোৱা নাই। এই শতিকাত ভাৰতীয় ভাষাবিজ্ঞানৰ ঐতিহ্যৰ পৰা আঁতৰি, গৱেষণাৰ যি ধাৰা আৰম্ভ কৰা হ'ল, তাৰ কাম-কাজৰ লক্ষ্য ৰচনাশীল ব্যাকৰণ নহয়। এই অনুসৃত ধাৰাৰপৰা ইটো ধাৰাৰ পাৰ্থক্য স্পষ্ট কৰিবলৈ ৰূপতত্ত্বৰ কাম-কাজৰ কথা উল্লেখ কৰিলেই যথেষ্ট হ'ব।

শব্দৰ ৰূপবিন্যাস অধ্যয়নৰ তত্ত্বই ৰূপতত্ত্ব। ৰূপতাত্ত্বিক আলোচনাত একোটা শব্দৰ ৰূপ আৰু ৰূপসমূহৰ মাজত থকা সম্পৰ্কলৈ চকু দিয়া হয়। ৰূপসমূহক একত্ৰে ৰূপমালা বুলিব পাৰি। ৰূপমালাৰ ধাৰণাটো সংস্কৃতৰ 'গণ' আৰু পশ্চিমীয়া ঐতিহ্যৰ Paradigmৰ সমাৰ্থক। সংগঠনবাদী ভাষাতত্ত্বৰ ঐতিহ্যত ৰূপতত্ত্বক ভাষা অধ্যয়নৰ এটা সুকীয়া স্তৰ বুলি গণ্য কৰা হয়। এই স্তৰত শব্দৰ বাক্যগত বৈশিষ্ট্য (অৰ্থাৎ কোনো বাক্যৰূপৰ প্ৰসংগত তাত পোৱা কোনো ৰূপবিশিষ্ট শব্দবিশেষৰ লগত তাত পোৱা আনবোৰ শব্দৰ সম্পৰ্ক বা অন্বয়) আলোচ্য নহয়। বাক্যৰচনাৰ পৰা নিলগাই কৰা এনে ৰূপতাত্ত্বিক অধ্যয়নৰ সীমাবদ্ধতাই পৰমাণুবাদী পদ্ধতিৰ সীমাবদ্ধতা। প্ৰকৃততে, বাক্যত ব্যৱহৃত শব্দ বিশেষক ৰূপগত-বাক্যগত বৈশিষ্ট্যযুক্ত উপাদান হিচাপে নেদেখিলে বাক্যৰ সামগ্ৰিকতাও চকুৰ আঁৰত ৰয়। (উদাহৰণ স্বৰূপে, অসমীয়া শ্ৰেণী বাচক অনুশব্দবোৰৰ গতানুগতিক আলোচনাত সিহঁতৰ বাক্যগত বৈশিষ্ট্যৰ উল্লেখ নাথাকে), দেখিলে, ৰূপতত্ত্বৰ স্তৰ আৰু বাক্য ৰচনাৰ স্তৰৰ মাজত পানী নসৰকা ব্যৱধান কল্পনা কৰিব নোৱাৰি। এই প্ৰসংগত উল্লেখযোগ্য যে ব্যাকৰণৰ আধুনিক তত্ত্ব অনুসৰি বাক্যৰ মৌলিক উপাদান ৰূপাংশহে, শব্দ নহয়। (অৰ্থাৎ এই তত্ত্বই ৰূপবিন্যাসক বাক্যৰচনাৰ পৰা নিলগাই ৰখা নাই।) আনহাতে, আমাৰ অনুমান হয় যে সংগঠনবাদীসকলে শব্দক বাক্যৰ বিশেষ উপাদান হিচাপে ধৰাৰ মূলতে আছে বিশ্লেষণাত্মক ইংৰাজী ভাষাৰ তথ্যৰ ওপৰত ভিত্তি কৰি কৰা গৱেষণাৰ পটভূমিটো। অসমীয়া ভাষাৰ সংজ্ঞাপনৰ ক্ষেত্ৰত বাক্যত শব্দানুক্ৰমতকৈ শব্দৰূপৰ প্ৰাধান্য বেছি বুলি কৈ অহা হৈছে। সেই কাৰণে, আৰু ভাৰতীয় ঐতিহ্যত ৰূপবিন্যাস যে বাক্য ৰচনাৰ পৰা অবিচ্ছেদ্য সেই কথা মনত ৰাখে

কাৰণে, আমাৰ সংগঠনবাদী গৱেষকসকলে ৰূপতত্ত্ব আলোচনাত সৰ্বাধিক গুৰুত্ব দিয়ে। প্ৰকৃততে অসমীয়াৰ দৰে ভাষাত, য'ত সংজ্ঞাপনৰ বেলিকা শব্দ ৰূপৰ প্ৰাধান্য বেছি, তাত বাক্য ৰচনা অধ্যয়ন কৰোঁতে এনে স্তৰ-বিভাজন তত্ত্বগতভাৱে মানিও কাৰ্যতঃ নামানিব লগা হয়। কিন্তু এনে হোৱা সত্ত্বেও, আমাৰ ইয়াত ৰূপতত্ত্ব আৰু বাক্য ৰচনাৰ স্তৰ বিভাজন অক্ষুণ্ন ৰৈছে। ফলত বাক্যৰচনাৰ গৱেষণাৰ ক্ষেত্ৰলৈ পথ বন্ধ হৈছে।

ভাৰতীয় বাগ্‌বিজ্ঞানৰ ঐতিহ্যৰ বিপৰীতে আমাৰ ইয়াত যি গৱেষণা চলি আছে তাত যে বাক্যৰ উপাদানবোৰৰ ৰূপতাত্ত্বিক বিশ্লেষণ, নামকৰণ আৰু তালিকা প্ৰস্তুতিতে সৰ্বশক্তি ব্যয় হৈছে, তাকে দেখুৱাবলৈ আমাৰ আলোচনাত শব্দ, শব্দমূল, মূল শব্দ, ৰূপাংশ, সৰ্গ, প্ৰত্যয়, বিভক্তি, অনুশব্দ আদিৰ উত্থাপন কৰিব লগা হ'ল। ৰূপবিন্যাস আৰু বাক্য ৰচনাৰ বিচ্ছিন্নতা যে ফলপ্ৰসূ নহয় তাক স্পষ্ট কৰাই আছিল এই সুপৰিক্ৰমণৰ লক্ষ্য।

কিন্তু ইয়াৰ বিকল্পে ৰচনাশীল ব্যাকৰণ প্ৰণয়নৰ কামত গৱেষকসকলে কিদৰে অগ্ৰসৰ হ'ব? সেইটোৱেই আমাৰ সমুখত এতিয়া ঘাই প্ৰশ্ন। ইয়াৰ উত্তৰ থিতাতে পোৱাত নাই। উত্তৰ পাবলৈ কাম কৰিব লাগিব। কামৰ পৰিকল্পনাৰ আলোচনা এই প্ৰবন্ধৰ পৰিসৰত নহ'ব। যিসকল গৱেষকে ৰচনাশীল ব্যাকৰণৰ লক্ষ্যটোত আৰু সেই লক্ষ্যৰ পৰিপ্ৰেক্ষিতত কৰা গৱেষণাৰ সাফল্যাত বিশ্বাস কৰে, সেইসকলৰ মাজত সতীৰ্থসুলভ আলোচনা আৰু বিতৰ্কৰ সূচনা হ'লেই কামৰ সূচনা হ'ব। আশা কৰোঁ তৰুণ গৱেষকৰ সঁহাৰি আৰু প্ৰবীণসকলৰ সতৰ্ক মন্তব্যই সকলোকে আনন্দ আৰু প্ৰেৰণা দিব। এই প্ৰবন্ধ তদুপলক্ষে জনোৱা বিনম্ৰ আহ্বান মাত্ৰ। *

অসম সাহিত্য সভা পত্ৰিকা, ত্ৰিপঞ্চাশতম বৰ্ষ ঃ তৃতীয় সংখ্যা

# প্ৰযুক্ত পৰিভাষাৰ ইংৰাজী অৰ্থ

| | |
|---|---|
| অকৰ্মক | intransitive |
| অংগ- | constituent |
| অংশ | component |
| অতিৰিক্ততা | redundancy |
| অনুৰূপতা | corespondence |
| অনুশব্দ | (en) clictic |
| অন্তৰ্ভুক্তি | entry |
| অন্বয় | co-occurence relation |
| অভিধান | lexicon |
| অৰ্থতত্ত্ব | semantics |
| আনুষংগিক | adjunct |
| আদৰ্শ শ্ৰোতা-বক্তা | ideal speaker-hearer |
| আসন্ন অংগ | immediate constituent |
| উপাদান | element |
| উহ্য | deleted |
| কথা | utterance |
| কৰণ | instrumental |
| কৰ্তা | subject |
| কৰ্ম | object |
| কাল | tense |
| কাৰ্যগত সাদৃশ্য | potential similarity |
| ক্ৰিয়া | verb |
| ক্ৰিয়া বিভক্তি | verbal inflections |
| চানেকি | pattern |

| | |
|---|---|
| গঠন | structure |
| গণ | paradigm |
| গণনা | counting |
| গুচ্ছ | cluster |
| গুণবাচক | modifier |
| গৌণ | secondary |
| তত্ত্ব | theory |
| দ্বৈত উচ্চাৰণ | double articulation |
| দ্বৈত গঠন | dual structure |
| দ্বৈতগুণ | duality |
| ধৰ্ম | property |
| ধ্বনি | sound |
| ধ্বনিতত্ত্ব | phonology. |
| ধ্বনিধাৰা | speech continuum |
| ধাৰণা | concept |
| ধাতু | verb root |
| নামশব্দ | noun word |
| নামবিভক্তি | nominal inflections (case endings etc.) |
| নিয়ম | rule |
| নিৰ্দিষ্টতাসূচক | definitive |
| নিৰ্দেশক | deictic |
| নিৰ্দেশাত্মক | demostrative |
| নীতি/নিয়মসম্মত | well-formed |
| নীতিযনিয়ম নিষিদ্ধ | ill-formed |
| নিৰ্বচন | interpretation |
| পদ | (head of) a phrase part of spech |
| পদবিন্যাস | order of phrase elements |

| | |
|---|---|
| পৰিমাণবাচক | quantifier |
| পুৰুষ | person |
| প্ৰত্যয় | derivational affix |
| বৰ্ণ | phoneme |
| বৰ্ণনা | description |
| বৰ্ণনাত্মক | descriptive |
| বহিৰ্গঠন | outer form |
| বাক্য | sentence |
| বাক্যগত বৈশিষ্ট্য | syntactic features |
| বাক্য বিন্যাস | order of sentence elements |
| বাক্যৰচনা | construction of a sentence |
| বাক্য সংহতি | a set of sentences |
| বাগ্‌বিজ্ঞান | linguistics |
| বিতৰণ | distribution |
| বিতৰণমূলক বিশ্লেষণ | distributiional analysis |
| বিন্যাস | arrangement |
| বিপৰীত বিন্যাস | inversion |
| বিকৃতিমূলক বাক্য | statement |
| বিভক্তি | inflections |
| বিশেষণ | adjective |
| বিশেষ্য | noun |
| ব্যক্তাৰ্থ | denotation |
| ব্যাকৰণ | grammer |
| বৃক্ষচিত্ৰ | tree (diagram) |
| ভবিষ্যত | future (tense) |
| ভাষাতত্ত্ব | linguistics |
| ভাষাবিজ্ঞান | liguistics |
| মূলশব্দ | stem, lexem |

| | |
|---|---|
| মৌলিক | basic |
| রচনা | construction |
| রচনাশীল | generative/creative |
| রচনাশীলতা | generativity/creativity |
| রূপ | form |
| রূপগত বৈশিষ্ট্য | morphological feature |
| রূপতত্ত্ব | morphology |
| রূপাংশ | morpheme |
| লিংগ | gender |
| শব্দ | word |
| শব্দানুক্রম | word order |
| | root |
| | word form |
| শ্রেণী নির্দেশক | classifier |
| সকর্মক | transitive |
| সংকেত | signal |
| সংখ্যাবাচক | quantifier |
| সংগঠনবাদ | structuralism |
| সংগতি | agreement |
| সংজ্ঞাপন | communication |
| সমার্থক | synonymous |
| সমোদ্ভব | cognate |
| সম্প্রসারক | adjunct |
| সম্বন্ধপদ | genitive |
| সর্গ | affix |
| স্তরবিভাজন | separation of levels |
| স্থান | place/position |

# প্ৰাসংগিক গ্ৰন্থ-প্ৰবন্ধৰ তালিকা

## (ক)


| | | |
|---|---|---|
| ১। কাকতি, বাণীকান্ত | (১৯৭১) | Assamese its Formation and Development (Rivised edition). Guwahati |
| ২। গোস্বামী, গোলোক চন্দ্ৰ | (১৯৭৭) | ধ্বনিবিজ্ঞানৰ ভূমিকা, বাণী প্ৰকাশ। |
| | (১৯৮১) | Structure of Assamese, Guwahati University |
| | (১৯৯০) | অসমীয়া বৰ্ণপ্ৰকাশ, গুৱাহাটী |
| | (১৯৯৩) | অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, গুৱাহাটী। |
| ৩। গোস্বামী, উপেন্দ্ৰ নাথ | (১৯৭৮) | অসমীয়া ভাষাৰ ব্যাকৰণ, গুৱাহাটী |
| ৪। চেটাৰ্জি, সুনীতি কুমাৰ | (১৯৭৫) | The Origin and Development of the Bengali Language, Rupa & Co. |
| ৫। চৌধাৰী, কণিমা | (১৯৯৫) | Assamese Verb, a Study in the Structural Paradigms, ABILAC, Guwahati. |
| ৬। দাসগুপ্ত, প্ৰবাল | (১৯৮৪) | On Bangla Nouns, India Linguistics, Vol 46 Poone |
| ৭। বৰুৱা, হেমচন্দ্ৰ | (১৮৭৫, ১৯৭১) | অসমীয়া ব্যাকৰণ, শিৱসাগৰ |
| ৮। বৰা, সত্যনাথ | (১৯২৫, ১৯৫৯) | বহল ব্যাকৰণ |
| ৯। বিদ্যাসাগৰ, ঈশ্বৰচন্দ্ৰ | (১৯৬২) | সমগ্ৰ ব্যাকৰণ কৌমুদী |
| ১০। মেধি, কালিৰাম | (১৯৩৬) | অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব। |

(খ)


| | | |
|---|---|---|
| 1 Bloomfield, L. | (1935) | Language, Allen and Unwill, London. |
| 2. Chomsky, N. | (1965) | Aspects of the Theory of Syntax, MIT Press. |
| 3. ......... ..... ....... | (1972) | Language and Mind. Harcourt Brace & World. |
| 4. Fillmore, C J | (1968) | The Case for Case. In Bach, E. and Harms. T. (1968) Universals of Linguistic Theory, Holt, Rinehart and Winston. |
| 5 Langacker, R W. | (1968) | Language and its Structure, Harcourt Brace and World. |
| 6. Lyons, J | (1980) | Language and Linguistics C.U.P. |
| 7 Matthews, P. | (1974) | Morphology, C.U.P. |
| 8. Palmer, F R. | (1990) | Grammer (rivised), Penguin. |
| 9 Radford, A | (1981) | Transformational Syntax, C.U.P. |
| 10. Robins, R H. | (1968) | General Linguistics , an Introductory Survey, Langmans |

# ৰূপান্তৰ - সৃজন[১] ব্যাকৰণ আৰু অৰ্থতত্ত্ব

ফণীন্দ্ৰনাৰায়ণ দত্তবৰুৱা

## সূচনা

(নাম চমস্কি (1967)ৰ Syntactic Structure পুথিয়ে ভাষাবিজ্ঞান চৰ্চাৰ পৰম্পৰাত এক নৱ-আলোড়ন সৃষ্টি কৰা কথাটো ভাষাবিজ্ঞান চৰ্চাৰ লগত জড়িত প্ৰায় বাক্তিয়ে জানে। চমস্কি আৰু তেওঁৰ অনুগামীসকলৰ মতে আমি মনৰ ভাব, অনুভূতি প্ৰকাশ কৰিবলৈ যি কথা কওঁ সি কিছুমান *বাক্যৰ* সমষ্টি, বাক্যহে আমাৰ কথোপকথন বা বক্তব্যৰ মূল *আধাৰ* বা একক। প্ৰতিটো বাক্যই তাত থকা শব্দসমূহৰ জৰিয়তে একোটা ভাব প্ৰকাশ কৰিব পাৰে; ই হৈছে বাক্যৰ উপৰৰা গঠন (surface structure))[২] আৰু ই প্ৰত্যেকজন শ্ৰোতাৰ কাণত একে ধৰণে বাজে। এই প্ৰতিটো বাক্যৰ বাহ্যিক শব্দৰ আৱৰণৰ অভ্যন্তৰত আৰু একোটা গভীৰ স্বৰূপ (deep structure) লুকাই থাকে। বক্তাৰ লৈতে একে মানসিক স্তৰত বিচৰণ কৰা, অন্তৰ্দৃষ্টিসম্পন্ন আৰু কুশল মাতৃভাষা-ভাষীয়ে সেই স্বৰূপ অনায়াসে উপলব্ধি কৰিব পাৰে। এই গভীৰ স্বৰূপ নিঃসন্দেহে অৰ্থভিত্তিক। আন কথাত ক'বলৈ হলে বাক্যৰ গভীৰ স্বৰূপ তাৰ গূঢ় অৰ্থৰ বাহিৰে আন একো নহয়। বাক্যৰ এই গূঢ় অৰ্থ বিচাৰ কৰা বা ব্যাখ্যা কৰাই ব্যাকৰণকাৰৰ প্ৰকৃত উদ্দেশ্য।

## ৰূপান্তৰ-সৃজন ব্যাকৰণৰ মূল কথা

বাক্যৰ এই গূঢ় বা প্ৰকৃত অৰ্থ ঠাৱৰ কৰিবৰ কাৰণে চমস্কি আৰু তেওঁৰ অনুগামীসকলে নানা ধৰণৰ ৰূপান্তৰকৰণ (transformation)ৰ সহায় লোৱাৰ কৌশল অনুমোদন কৰিছে। উদাহৰণস্বৰূপে অসমীয়া (১) বাক্যটোলৈ চোৱা যাওক।

১। তই টিউচন কৰ।

এই বাক্যটোৱে অনুজ্ঞা বুজাইছে নে সাধাৰণ আভাস সূচক indication অৰ্থ কৰিছে, অৰ্থাৎ ইয়াৰ ক্ৰিয়াপদটোৰ শেষত { - অ } যুক্ত আছে নে নাই সেই কথা বাক্যটো পঢ়িয়েই ক'ব নোৱাৰি। তাকে ঠাৱৰ কৰিবলৈ হ'লে বাক্যটো প্ৰশ্নবোধক বাক্যলৈ অথবা 'যদি' যুক্ত যুগ্ম বাক্যলৈ ৰূপান্তৰ কৰি চাব লাগিব। যদি (১) বাক্যৰ 'কৰ' ক্ৰিয়াৰ উচ্চাৰণ (১ক)

আৰু (১খ)ৰ 'কৰ' বাক্যৰ সৈতে একে অথবা বাক্যটোৰ (১ক) আৰু (১খ)ৰ দৰে ৰূপান্তৰকৰণ সম্ভৱ হয় তেনেহ'লে জানিব বাক্যটো আভাস সূচক।

১ (ক) তই টিউচন কৰ নে?

(খ) যদি এই টিউচন কৰ, নিজৰ খৰচৰ বাবে বাপেৰক ক'ব নেলাগে।

অন্যথাই বাক্যটো অনুজ্ঞাসূচক বা আদেশজ্ঞাপক।

চমৃস্কি পন্থীসকলৰ মতে প্ৰতিটো ভাষাতে এক সীমিত সংখ্যক বাক্যহে *সাৰ-বাক্য* (Kernal sentence) বাকী সকলো বাক্য সেই সাৰবাক্যসমূহৰ নানা ধৰণৰ *ৰূপান্তৰণৰ* বাহিৰে আন একো নহয়। উদাহৰণস্বৰূপে তলৰ (২ক) আৰু (২খ) বাক্যলৈ চাওক।

২(ক) পুলিচে চোৰটো ধৰিলে।

(খ) চোৰটো পুলিচৰ হাতত ধৰা পৰিল।

বাক্যৰ গাঁথনিক দৃষ্টিকোণৰপৰা (২ক) কৰ্তৃবাচ্য আৰু (২খ) কৰ্মবাচ্য . ইয়াৰ (২ক) বাক্যটোহে সাৰ বাক্য; (২খ) ৰূপান্তৰণৰ জৰিয়তে সাধিত বাক্যমাত্ৰ। অভিধাৰূপত (২ক) আৰু (২খ)ৰ মাজত ভেদ থাকিলেও অৰ্থাৎ বাক্যৰ বাহ্যিক গাঁথনিৰ মাজত ভেদ থাকিলেও দুয়োটাৰে অৰ্থ একেই; চোৰ প্ৰকৃতিৰ মানুহ এজন 'পুলিচ' নামৰ আইনৰক্ষীৰ কবলত আবদ্ধ হৈছে। গতিকে, এক কথাত ক'বলৈ হলে, কৰ্তৃবাচ্য আৰু কৰ্মবাচ্যৰ মাজত থকা ভেদ বাক্যৰ গাঁথনিক ভেদহে, অৰ্থৰ ভেদ নহয়। অৰ্থৰ ফালৰ পৰা দুয়ো অভিন্ন।

এইবাৰ আন তিনিটা বাক্যলৈ চোৱা যাওক।

৩ (ক) পৰীক্ষাৰ খবৰ ওলাইছে?

(খ) পৰীক্ষাৰ খবৰ জানো ওলাইছে?

(গ) পৰীক্ষাৰ খবৰ ওলাইছে নেকি?

৩ (ক)ত কোনো প্ৰশ্নবাচক শব্দ নাই, ৩(খ)ত প্ৰশ্ন সূচক 'জানো' শব্দ ক্ৰিয়াপদৰ আগত আছে আৰু (৩গ)ত প্ৰশ্নসূচক 'নেকি' শব্দ বাক্যৰ শেষত আছে। এই তিনিওটা বাক্য শুনিলে শ্ৰোতাই একে ধৰণৰ প্ৰত্যুত্তৰ দিব। যদি সেয়ে হয়, বক্তা শ্ৰোতাৰ মাজত ভাবৰ আদান-প্ৰদানৰ ক্ষেত্ৰত অৰ্থাৎ অৰ্থৰ প্ৰকাশত ৩(ক), (৩খ) আৰু (৩গ)ৰ মাজত থকা বাহ্যিক বাক্যৰ গাঁথনিক ভেদৰ কোনো মূল্য বা তাৎপৰ্য নাই।

**ৰূপান্তৰ-সৃজন ব্যাকৰণৰ লগত অৰ্থতত্ত্বৰ সম্পৰ্ক**

এই আলোচনাৰপৰা এটা কথা স্পষ্ট হৈ পৰে যে ৰূপান্তৰ-সৃজন ব্যাকৰণ আৰু অৰ্থতত্ত্বৰ মাজত ওতপ্ৰোত সম্বন্ধ। ৰূপান্তৰ-সৃজন ব্যাকৰণে বাক্যৰ ব্যঞ্জিত অৰ্থবোধৰ পথ সুচল কৰে।

অৰ্থৰ উপলব্ধি ভাষাৰ কেন্দ্ৰবিন্দু, বাগাড়ম্বৰ-সৃজন ব্যাকৰণ সেই কেন্দ্ৰবিন্দুলৈ যোৱাৰ প্ৰৱেশ পথ মাথোন। সেয়ে অৰ্থতত্ত্বনো কি আৰু ই কোনবোৰ কথা সামৰে সেইবোৰ ভালকৈ খৰচি মাৰি আলোচনা কৰা প্ৰয়োজন।

## অৰ্থতত্ত্বৰ পৰিধি

অৰ্থতত্ত্ব সম্বন্ধে আমাৰ প্ৰায় সকলোৰে কম-বেছি পৰিমাণে ধাৰণা আছে। ভাষা বিভাগৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে যুগুতোৱা স্নাতকোত্তৰ মহলৰ পাঠ্যপুথিসমূহত 'অৰ্থতত্ত্ব'ৰ আলোচনা সন্নিবিষ্ট কৰা আছে। সেইবোৰ আলোচনা প্ৰায়ভাগেই পুৰণি কলীয়া, ঐতিহাসিক ভাষাবিজ্ঞানৰ দৃষ্টিৰ পৰা কৰা°। শব্দৰ অৰ্থ আগতে কি আছিল, এতিয়া কি হ'ল আৰু কেনেকৈ হ'ল ইত্যাদি কথাৰ ব্যাখ্যাহে সেইবোৰত আছে। শব্দৰ যে অৰ্থ সংকুচিত হ'ব পাৰে, বিস্তাৰিত হ'ব পাৰে অথবা পৰিবৰ্তিত হ'ব পাৰে। সেইবোৰ কথা অতি সুন্দৰভাৱে উদাহৰণসহ ব্যাখ্যা কৰা হৈছে। কিন্তু এইবোৰ কথা জনাই অৰ্থতত্ত্ব জনাৰ শেষ কথা নহয়। শব্দই কেনেকৈ অৰ্থ গ্ৰহণ আৰু প্ৰকাশ কৰে, শব্দৰ প্ৰকৃত অৰ্থ উদ্ধাৰ কৰিবলৈ কেনেকৈ বিপৰীতাৰ্থক শব্দ, সমাৰ্থক শব্দ বা বহু অৰ্থবিশিষ্ট শব্দৰ বিশ্লেষণৰ আশ্ৰয় ল'ব লাগে, প্ৰসংগই কেনেকৈ শব্দৰ অৰ্থ নিয়ন্ত্ৰণ কৰে, সুৰ লহৰ (Intorhation)এ কেনেকৈ শব্দ গুচ্ছ বা বাক্যৰ অৰ্থ নিয়ন্ত্ৰিত কৰে, বক্তা আৰু শ্ৰোতাৰ ভাবৰ সহগামিতাই কেনেকৈ বাক্য বা বচনৰ অৰ্থবোধ সুগম কৰে ইত্যাদি সকলো কথাই *আধুনিক অৰ্থতত্ত্বই* সামৰিব খোজে।

## অৰ্থ কি আৰু ই কেনেকৈ সাধিত হয়?

আমি কথা কওঁতে উচ্চাৰণ কৰা প্ৰতিটো শব্দ, শব্দগুচ্ছ (phrase) বা বাক্যৰ অন্তৰালত তিনিটা কথা লুকাই থাকে। সেইকেইটা কথাক উলেমানৰ ত্ৰিভুজেৰে বুজাব পাৰি।'




এই ত্ৰিভুজৰ মৰ্মাৰ্থ বুজিবলৈ হ'লে চ্যচুৰ (1934) এ আগবঢ়োৱা অৰ্থৰ বিশ্লেষণ কিছু পৰিমাণে জানিব লাগিব। চ্যচুৰ মতে প্ৰতিটো শব্দৰে স্বাভাৱিকতে দুটা ভাগ থাকে; এটা শ্ৰব্য ৰূপ

(significant) আৰু আনটো তাৰ অন্তর্নিহিত অর্থ (signifie); সাধাৰণ অর্থতত্ত্বৰ আলোচনাত প্ৰথমটোক সাধাৰণতে expression আৰু দ্বিতীয়টোক content বুলি উল্লেখ কৰা হয়। বক্তাই কোৱা আৰু শ্ৰোতাই শুনা যি কোনো ধ্বনি সমষ্টিয়ে, যেনে, চ্ + উ + ক্ + উ + ৰ = চুকুৰ এ অকলে এটা শব্দ নহয়; কিয়নো ই কোনো অর্থ প্ৰকাশ কৰা নাই। এই ধ্বনি সমষ্টিৰ প্ৰথম ধ্বনিটো সলনি কৰি তাৰ ঠাইত (ক) ধ্বনি বহুৱালে ই ততালিকে এটা অর্থপূর্ণ শব্দত পৰিণত হ'ব। কাৰণ এই ধ্বনি গুচ্ছই (ক্+উ+ক্+উ+ৰ্) অর্থাৎ 'কুকুৰ' শব্দই এটা চাৰিঠেঙীয়া ঘৰচীয়া জন্তুৰ ধাৰণা আমাৰ মনলৈ আনে। এই ধাৰণাটোৰ পিছফালে আকৌ 'কুকুৰ' নামৰ জীৱন্ত প্ৰাণীটো (reality) লুকাই থাকে। কোনোবাই যেতিয়া কয়—

৪(ক) মই এটা কুকুৰ পুহিম,

তেতিয়া বক্তাই নিজেই নাজানে যে কুকুৰটো কেনেকুৱা স্বাস্থ্যৰ, কি বয়সৰ, কোন জাতৰ বা কি ৰঙৰ হ'ব; শ্ৰোতায়ো জনাৰ প্ৰশ্ন নুঠে। কিন্তু দুয়োৰে মনলৈ 'কুকুৰ'ৰ সাধাৰণ 'ধাৰণা' এটা নিঃসন্দেহে আহে। কিন্তু বক্তাই যদি কয়—

৪(খ) মই এটা কুকুৰ কিনিলোঁ,

বক্তাই নিঃসন্দেহে কুকুৰটোৰ স্বাস্থ্য, বয়স, জাত, ৰং আদি সবিশেষ জানে, কিন্তু শ্ৰোতাই নাজানে।

৪(খ)ৰ বক্তাই জনা কুকুৰ নামৰ প্ৰাণীটোৰ 'ধাৰণা'ৰ পিছফালে থকা আচল কুকুৰটো 'প্ৰকৃত বস্তু' (reality); শ্ৰোতাই এই মুহূৰ্তত এই বিশেষ কুকুৰটোৰ কথা নাজানিলেও তেওঁ কুকুৰ সম্পৰ্কে থকা পূর্বজ্ঞানৰ সহায়ত সহজেই অনুমান কৰিব পাৰিব যে ই ডাঙৰ-দীঘল বা খীন, চেঙেলীয়া বা তেনেই পোৱালি, ৰঙা, মুগা বা বগা কিবা এটা ৰঙৰ, দেশী বা বিদেশী কিবা এটা জাতৰ কুকুৰ হ'ব। শ্ৰোতাৰ 'কুকুৰ' সম্পৰ্কে থকা পূর্বজ্ঞান বা প্ৰাক্‌ধাৰণাৰ আধাৰতহে বক্তাই তেওঁৰ মনৰ ভাব শ্ৰোতাৰ লগত বিনিময় কৰিব পাৰিছে। সেই কাৰণে ভাষাবিজ্ঞানীসকলে দাবী কৰে যে শব্দ, শব্দগুচ্ছ আৰু বাক্যৰ পূর্ণ অর্থবোধ ইহঁতৰ পিছফালে লুকাই থকা 'ধাৰণা' আৰু 'বস্তু' উভয়ৰ লগত থকা ইহঁতৰ নেদেখা সম্পৰ্ক উপলব্ধিৰ ওপৰত নিৰ্ভৰ কৰে। জলহস্তী কি জন্তু আমি বহুতেই দেখা নাই; কিন্তু ক'ৰবাত যদি পঢ়োঁ,

৫) জলহস্তীয়ে খুন্দা মৰাত জাহাজখন ক্ষতিগ্ৰস্ত হ'ল, আমি ততালিকে এই যুগ্মশব্দত থকা সদস্য শব্দ দুটা ('জল' আৰু 'হস্তী')ৰ পূর্বজ্ঞানৰ সহায়ত আৰু বাক্যটোৰ সামগ্ৰিক অর্থৰ ভিত্তিত সহজেই ধাৰণা কৰি পেলাওঁ যে এই জন্তুটো কেনেকুৱা আৰু কিমান বলশালী। শ্ৰোতাৰ এই 'প্ৰাক্‌ধাৰণা'ৰ অবিহনে বক্তা আৰু শ্ৰোতাৰ মাজত ভাব বিনিময় অসম্ভৱ।

শব্দ, শব্দগুচ্ছ বা বাক্যৰ অৰ্থবোধক কেইবাটাও আনুষংগিক কথাই শ্ৰোতাক জান-নেজানকৈ সহায় কৰে। ইহঁতৰ ক্ৰিয়া-প্ৰক্ৰিয়াইহে শ্ৰোতাৰ মনত উপযুক্ত অৰ্থৰ সঞ্চাৰ কৰে। অৰ্থতত্ত্বই সেই কথাসমূহকো তাৰ আওতাৰ ভিতৰলৈ আনিব খোজে। তলত সেই আনুষংগিক কথাসমূহ চমুৱাই আলোচনা কৰা হ'ল।

**শব্দৰ বহুধা অৰ্থ**

শব্দ মাত্ৰৰে যে এটাহে অৰ্থ থাকিব পাৰে এনে নহয়। প্ৰত্যেক ভাষাতে এনে বহুত শব্দ আছে যাৰ অৰ্থ একাধিক। উদাহৰণস্বৰূপে ইংৰাজী light, goal, head, tongua, sound আৰু অসমীয়াৰ শ, ৰং, মাহ, খুৰা, আই, মুখ আদি শব্দলৈ চাব পাৰি। ইংৰাজী light শব্দৰ অৰ্থ 'পোহৰো' হ'ব পাৰে, 'পাতলো' হ'ব পাৰে; goal শব্দই 'ফুটবল খেলৰ গোল' অথবা 'লক্ষ্য' দুয়োটা অৰ্থ কৰিব পাৰে। তেনেকৈ অসমীয়া 'শ' শব্দৰ অৰ্থ 'মৰা শ'ও হ'ব পাৰে বা 'এশ' হ'ব পাৰে, 'ৰং' শব্দই 'আনন্দ'ও বুজাব পাৰে বা 'বৰণ'ও বুজাব পাৰে। আনফালে 'মুখ' 'আই' আদি শব্দই দুটাতকৈও অধিক অৰ্থ কৰিব পাৰে; 'মুখে' কেতিয়াবা 'মুখমণ্ডল', কেতিয়াবা 'কথা কোৱা বা খোৱা মুখ' আৰু কেতিয়াবা 'নদীৰ বা কলহৰ মুখ' নুবুজায়নে? 'আই' শব্দই কেতিয়াবা 'মা', কেতিয়াবা 'কন্যা', কেতিয়াবা 'মহিলা' আৰু কেতিয়াবা একপ্ৰকাৰ বেমাৰক নুবুজায় নে ? শব্দৰ এনে অৰ্থৰ ভিতৰত শ্ৰোতাই উপযুক্ত অৰ্থটো বাৰু কেনেকৈ উদ্ধাৰ কৰে? সহজভাৱে ক'বলৈ গলে শ্ৰোতাৰ কাৰণে এইটো সম্ভৱ হৈ উঠে বক্তাৰ বাচন জ্ঞান (knowledge of discourse)ৰ কাৰণে অৰ্থাৎ কি প্ৰসংগত শব্দটো ব্যৱহাৰ হয় সেই প্ৰসংগৰ জ্ঞানৰ সহায়ত। আমি যেতিয়া কথা কওঁ কিছুমান পৰস্পৰ অসংলগ্ন শব্দ (isolated words)ৰ ভিত্তিত নকওঁ, বাক্যৰ মাধ্যমত কওঁ। বাক্যত থকা শব্দবোৰ পৰস্পৰে পৰস্পৰৰ পটভূমি বা প্ৰসংগ গঠন কৰে। প্ৰকৃততে এই পটভূমি বা প্ৰসংগইহে শব্দৰ অৰ্থ নিৰ্ণয় কৰে। ভাষা শিক্ষাৰ শ্ৰেণীত 'অৰ্থ' শব্দই সাধাৰণতে 'মানে' বুজায়; কিন্তু অৰ্থনীতি বিজ্ঞানৰ শ্ৰেণীত ই 'ধন' বুজায়। শব্দৰ পটভূমি ইমান ক্ষমতাশালী যে বক্তাই কোনো এটা শব্দৰ ঠাইত আন এটা শব্দ ভুলকৈ ব্যৱহাৰ কৰিলেও শ্ৰোতাই সেই প্ৰসংগ জ্ঞানৰ বলত উপযুক্ত বা শুদ্ধ শব্দটো কি হ'ব মনলৈ আনিব পাৰে। কোনোবাই যদি কয়,

৬) মোহনবাগানে ইষ্ট বেঙ্গলক ৩-১ গ'লত *জিতি* স্বাধীনতা কাপ লাভ কৰিলে।

শ্ৰোতাই অনায়াসে ধৰিব পাৰে যে ভুলক্ৰমে বক্তাই 'হৰুৱাই' শব্দৰ ঠাইত 'জিতি' শব্দ ব্যৱহাৰ কৰিছে। এইটো বাক্যত থকা অন্য শব্দবোৰৰ কাৰণে সম্ভৱ হোৱা নাই নে ? আকৌ যদি কোনোবাই কয়,

৭) তেওঁৰ মনত ৰং লাগিছে, আৰু আন এজনে কয়,

৮) তেওঁৰ কাপোৰত ৰং লাগিছে,

শ্ৰোতাই স্বাভাৱিকতে দুয়োটা বাক্যতে 'ৰং' শব্দৰ অৰ্থ ভিন ভিন বুলি জানিব। দুয়োটা বাক্যতে একে 'তেওঁৰ' আৰু 'লাগিছে' শব্দ দুটা আছে; কেৱল 'মনত' আৰু 'কাপোৰ' শব্দ বেলেগ হোৱা কাৰণে 'ৰং' শব্দই (৭) বাক্যত 'আনন্দ' আৰু (৮) বাক্যত 'বৰণ' বুজাব পাৰিছে। এনেকৈ প্ৰসংগইহে আচল অৰ্থ নিৰ্ণয় কৰে। এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে যে যদি শব্দৰ প্ৰসংগ ইমানেই গুৰুত্বপূৰ্ণ তেতিয়াহলে অভিধানে কি কৰে? অভিধানে শব্দবোৰ প্ৰসংগ বা পটভূমি বহিৰ্ভূতভাৱে উল্লেখ কৰে আৰু সম্ভৱপৰ অৰ্থবোৰ দি যায়। ইয়াত পটভূমিৰ ঠাই সংজ্ঞাই পূৰণ কৰে। কেতিয়াবা শব্দৰ অৰ্থ বুজাবলৈ সংজ্ঞাই যথেষ্ট নহয়; তেতিয়া শব্দবোৰ কিছুমান উদাহৰণ-বাক্যত ব্যৱহাৰ কৰি দেখুৱায়। অথাৎ অভিধানকাৰেও শব্দৰ প্ৰসংগক উলাই কৰিব নোৱাৰে।

**অৰ্থ-বিস্তাৰ, অৰ্থ-সংকোচ আৰু অৰ্থ পৰিৱৰ্তন**

এই কথা আমি প্ৰায় সকলোৱেই জানো যে শব্দৰ লগত অৰ্থৰ জন্মগত সম্বন্ধ নাই। মানুহে শব্দত অৰ্থ আৰোপ কৰে। কেতিয়াবা মানুহে জানি শুনি আৰু কেতিয়াবা নজনাকৈ সেই আৰোপিত অৰ্থৰ পৰিসৰ বহল কৰে, কেতিয়াবা সংক্ষেপ কৰে আৰু কেতিয়াবা সম্পূৰ্ণ পৰিৱৰ্তন কৰে। আগতে উল্লেখ কৰা 'মুখ' শব্দই সাধাৰণতে 'মানুহৰ খোৱা বা কথা কোৱা মুখ' বুজায়; কিন্তু কেতিয়াবা ইয়াৰ অৰ্থৰ পৰিসৰ বঢ়াই 'নদীৰ মুখ' বা 'কলহৰ মুখ' বুজাবলৈও আমি ইয়াক ব্যৱহাৰ কৰো। 'চকু' মানে 'প্ৰাণীয়ে চাবলৈ ব্যৱহাৰ কৰা এটা অংগ' মাথোন, কিন্তু আমি কেতিয়াবা ইয়াক সম্প্ৰসাৰিত কৰি 'বাঁহৰ চকু' বা 'ফোঁহাৰ চকু'ৰ কথা কওঁ। 'মণি' বুলিলে আমি 'অলংকাৰ বিশেষ', যেনে, মণি-মুকুতা বুজোঁ, কিন্তু ইয়াকে সম্প্ৰসাৰিত কৰি 'চকুৰ মণি'কো বুজাওঁ। এইবোৰ *অৰ্থ বিস্তাৰৰ* হাততে পোৱা নমুনা। গোস্বামী (1970) আৰু দত্তবৰুৱা (1991)ৰ পুথিত ইয়াৰ বহল আলোচনা আছে।

*অৰ্থ সংকোচ* হ'ল অৰ্থ-বিস্তাৰৰ সম্পূৰ্ণ বিপৰীত প্ৰক্ৰিয়া। নানা কাৰণত আৰু বিভিন্ন পৰিস্থিতিত আমি কিছুমান শব্দৰ অৰ্থ সংকুচিত কৰি বাক্যত ব্যৱহাৰ কৰোঁ। আমাৰ জতুৱা খণ্ডবাক্য আৰু প্ৰবচনসমূহত আমি প্ৰায়েই শব্দৰ অৰ্থ-সংকোচ সাধন কৰোঁ। 'বিয়োগ' মানে 'প্ৰদত্ত সংখ্যাৰ পৰা আন এটা সংখ্যা কমোৱা', অৰ্থাৎ ই 'যোগ'ৰ বিপৰীত। কিন্তু ই যেতিয়া সম্বন্ধবাচক শব্দৰ লগত সমাসসিদ্ধ যুগ্ম শব্দ গঠন কৰে ইয়াৰ অৰ্থ সংকুচিত হৈ কেৱল 'মৰণ' বুজায়, যেনে 'পত্নী বিয়োগ'। কোনোৱাই যেতিয়া কয়,

৯ক) ইয়াত চোৰৰ উপদ্ৰৱ দিনে দিনে বাঢ়ি আহিছে, ইয়াত 'দিন' মানে ২৪ ঘণ্টাৰ সময় ছোৱাক নুবুজায় নে? কিন্তু আমি যদি কওঁ,

খ) তেওঁ দিনত নেদেখে,

আমি স্বাভাৱিকতে 'ৰাতি'ক দিনৰ পৰা দিওঁ। ইয়ো অৰ্থ সংকোচৰে নমুনা।

অৰ্থৰ পৰিবৰ্তনো ইহঁতৰো সমধৰ্মী প্ৰক্ৰিয়া। সময়ৰ পৰিবৰ্তনৰ লগে লগে একাধিক অৰ্থ থকা শব্দৰ একোটা অৰ্থ লোপ পায়, নতুন চামৰ ল'ৰা-ছোৱালীয়ে পুৰণি অৰ্থ নজনা কাৰণে নতুন অৰ্থক পৰিৱৰ্তিত অৰ্থ বুলি ভাবে। প্ৰকৃততে ইয়ো এক প্ৰকাৰ অৰ্থ সংকোচ। 'কাপ' মানে বেজবৰুৱাৰ দিনত 'কাপ-মৈলাম'ৰ কাপ অৰ্থাৎ 'কলম' বুজাইছিল, আজিৰ পঢ়াশলীয়া ল'ৰা-ছোৱালীয়ে 'কাপ' মানে কেৱল 'পিয়লা' বুজিব। তেওঁলোকৰ দৃষ্টিকোণৰপৰা ই শব্দৰ অৰ্থ পৰিৱৰ্তন। কিন্তু ভাটি বয়সৰ মানুহৰ কাৰণে ই অৰ্থ সংকোচ; তেওঁৰ দিনত 'কাপ' দুটা অৰ্থত ব্যৱহৃত হৈছিল— 'কলম' আৰু 'পিয়লা', এতিয়া 'কলম' অৰ্থ মৰি গৈছে। জতুৱা খণ্ডবাক্যতো শব্দৰ অৰ্থ পৰিৱৰ্তন হয়। 'দেখা' মানে 'মনোযোগ নিদিয়াকৈ এনেয়ে চকু দিয়া বা দৃষ্টি নিয়োগ কৰা', কিন্তু আমি যেতিয়া 'কাৰোবাক দেখিব নোৱাৰোঁ', বুলি কওঁ ই 'বেয়া পোৱা' নুবুজায় নে ? ইয়াত চকুৰ কোনো ভূমিকাই নাই। 'কাণ' মানুহৰ এক প্ৰকাৰ অংগ, 'কটা' মানে 'অস্ত্ৰৰ আঘাতত কম বা বেছি পৰিমাণে ছিন্ন হোৱা'; কিন্তু দুয়োটা শব্দ লগ লাগি (কাণ-কটা) 'দুষ্ট' নুবুজায় নে? ইয়াত মূলৰ এটা অৰ্থও ৰক্ষিত হোৱা নাই। উপৰোক্ত গোস্বামী আৰু দত্তবৰুৱাৰ পুথিত এইবোৰৰ বহুতো উদাহৰণ আছে।

**শব্দৰ বিপৰীত অৰ্থ**

শব্দৰ অৰ্থ বিচাৰত বিপৰীত অৰ্থ বাচক শব্দৰ ভূমিকা অসাধাৰণ। আমি বহুতো সময়ত শব্দৰ অৰ্থ স্পষ্ট কৰিবলৈ বিপৰীত অৰ্থৰ আশ্ৰয় লওঁ। 'পাতল' শব্দই দুটা অৰ্থ কৰিব পাৰে; ই কেতিয়াবা কি অৰ্থ বুজায় সেইটো স্পষ্ট কৰিবৰ কাৰণে আমি কেতিয়াবা নকওঁনে—

১০(ক) মানে, ঘন নহয়, অথবা

(খ) মানে, গধুৰ নহয় ?

অৰ্থাৎ, শব্দৰ অৰ্থ স্পষ্ট কৰিবলৈ আমি বৈপৰীত্যৰ জ্ঞানৰ আশ্ৰয় লওঁ।

বৈপৰীত্যৰ ধাৰণা মানুহৰ প্ৰকৃতিগত। মানুহে পাৰ্থিৱ জগতৰ কিছুমান গুণ আৰু ধৰ্ম পৰস্পৰবিৰোধী বুলি ধাৰণা কৰে। এই ধাৰণা সকলো ভাষা-ভাষী মানুহৰ মনতেই বৰ্তমান। কিবা এটা বস্তু যদি 'দীঘল' হয় সি চুটিও হ'ব পাৰে, কিবা যদি 'গৰম' হ'ব পাৰে সি 'ঠাণ্ডাও' হ'ব পাৰে। বৈপৰীত্যৰ এই সাৰ্বজনীন ধাৰণাৰ ভিত্তিতে বহুতো শব্দৰ অৰ্থ বজোৱা সহজ। প্ৰশিক্ষণপ্ৰাপ্ত ভাষা শিক্ষকে বৈপৰীত্যৰ অভ্যাসৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীক পূৰ্বতে নজনা শব্দ শিকাই সিহঁতৰ শব্দ ভাণ্ডাৰ চহকী কৰে। এইবোৰ কথা শিক্ষক ছাত্ৰ মাত্ৰৰে বিদিত।

কিন্তু বিপৰীত অৰ্থ বিচাৰ প্ৰকৃততে ইমান উপৰুৱা নহয়। 'গৰম'ৰ বিপৰীত 'ঠাণ্ডা' বা 'শীতল' যিটো গৰম, সি ঠাণ্ডা নহয়, আৰু যিটো ঠাণ্ডা সি গৰম নহয়। 'গৰম' কিমান কমিলে বস্তু এটা ঠাণ্ডা বুলিব পৰা যাব তাৰ কোনো নিৰ্ণয় নাই। এই দুয়োৰে মাজত এটা

স্থিতি থাকিব পাৰে, যেনে, 'কুহুমীয়া'। যিখিনি পানী 'কুহুমীয়া' সিখিনি 'গৰম' নহয়'; সেইবুলি সেইখিনি পানীক জানো আমি 'ঠাণ্ডা' বুলিব পাৰোঁ?

'ঠাণ্ডা' মানে 'যিটো গৰম নহয়', 'কুহুমীয়া' মানেও 'যিটো গৰম নহয়', অথচ 'ঠাণ্ডা' আৰু 'কুহুমীয়া' সমাৰ্থক নহয়। ইয়াৰ পৰা এটা কথা ফটফটীয়া হৈ ওলাই পৰে যে অৰ্থৰ বৈপৰীত্যৰ সীমাৰেখা বৰ স্পষ্ট নহয়। এই কথা সময়ে সময়ে আইনবিদেও স্পষ্ট কৰি দি আহিছে।

'পোহৰ'ৰ বিপৰীত 'এন্ধাৰ'; কিন্তু পোহৰ কিমান কমিলে এন্ধাৰত পৰিণত হয় তাৰ কোনো লেখ নাই। এবাৰ জাৰ্মানীৰ আদালতত এটা মোকৰ্দমা উঠিছিল। এজন মটৰ চালকে লাইট জ্বলোৱা কাৰণে এটা দুৰ্ঘটনা ঘটিছিল। আচামীৰ যুক্তি এন্ধাৰ হৈ আহিব ধৰিছিল মাত্ৰ; সেই কাৰণে তেওঁ লাইট জ্বলোৱা নাছিল। আদালতে তেতিয়া দীঘলীয়া বিতৰ্ক শুনি স্থিৰ কৰিব লগীয়া হৈছিল কিমান এন্ধাৰ হ'লে দিন গুচি ৰাতি হয় আৰু লাইট নজ্বলালে দোষী সাব্যস্ত হয়। 'পোহৰ'ৰ বিপৰীত 'এন্ধাৰ' সচাঁ, কিন্তু দুয়োটাৰে মাজত যে 'কানিমুনি' বুলি সময় এছোৱা আছে সেই সম্পৰ্কে স্পষ্ট ধাৰণা নাথাকিলে আৰু তাৰ সঠিক উল্লেখ নাথাকিলে যে অপৰাধী আইনৰ ফাক উলিয়াই সাৰি যাব পাৰে ওপৰৰ উদাহৰণেই তাৰ প্ৰমাণ। অৰ্থতত্ত্বৰ আলোচনাই বৈপৰীত্যৰ আলম লৈ এনেকুৱা সীমান্তবৰ্তী শব্দ আৰু সিহঁতৰ ছাঁ সম্পৰ্কে আমাক সচেতন কৰি তোলে।

**শব্দ সমাৰ্থ**

সমাৰ্থক শব্দৰ আলোচনা বা উল্লেখে বিদ্যালয় আৰু মহাবিদ্যালয়ৰ প্ৰশিক্ষণ সময়ৰ বহুতোখিনি দাবী কৰে। ইংৰাজী বা হিন্দী পঢ়াওঁতে বহুতো শব্দৰ অৰ্থ মাতৃভাষাৰ সমাৰ্থক শব্দৰ জৰিয়তে দিওঁ। এনেকি মাতৃভাষা শিকোৱাৰ সময়তো বহুতো জটিল শব্দৰ অৰ্থ মাতৃভাষাতে সহজ, সৰল শব্দৰ জৰিয়তে দিব খোজোঁ। কিন্তু আমি বহুতেই নেজানো যে বহুতো শব্দৰ অবিকল সমাৰ্থক শব্দ নাই। কিছুমান শব্দ ওপৰে ওপৰে চালে সমাৰ্থক যেন লাগিলেও ব্যৱহাৰত সিহঁত তেনেই বেলেগ 'শ্ৰীমান' শব্দটো অসমীয়া আৰু হিন্দী দুয়ো ভাষাতে ব্যৱহাৰ হয়। আমি বয়সত সৰু বা কনিষ্ঠজনৰ উল্লেখ কৰিলে নামৰ আগত 'শ্ৰীমান লিখোঁ; কিন্তু হিন্দীত 'সম্মানীয়' লোকক উল্লেখ কৰিলেহে 'শ্ৰীমান' লিখিব পাৰি। 'আদৰ' শব্দ হিন্দী অসমীয়া দুয়ো ভাষাতে আছে; আমি অতিথিৰ *আদৰ* যত্ন কৰোঁ যদিও সৰুক *মৰম কৰা* অৰ্থতহে বেছিকৈ 'আদৰ' ব্যৱহাৰ কৰোঁ; হিন্দীত সৰুক *আদৰ* নকৰে, সম্মানীয় ব্যক্তিকহে আদৰ কৰে। 'মা' আৰু 'বাপ' শব্দ দুটাই অসমীয়া আৰু বাংলাত প্ৰায়ে একে অৰ্থই বহন কৰে; কিন্তু প্ৰয়োগত ভালেখিনি পাৰ্থক্য আছে। বিহুৰ সময়ত বা পূজাত অসমীয়া বিয়া হোৱা ন-বোৱাৰী 'মাকৰ ঘৰলৈ' যায় কিন্তু বঙালী ন-বোৱাৰী 'মাকৰ ঘৰলৈ নহয় 'বাপকেৰ ঘৰলৈ (বাপেকৰ বাড়ী) লৈ যায়। গল্প, উপন্যাস অনুবাদ কৰোঁতে অসমীয়া

'মাকৰ ঘৰ'ৰ ঠাইত বাংলাতো 'মায়েৰ বাড়ী' লিখিলে গুৰু চণ্ডাল দোষে চুৱ।

একেটা ভাষাৰ ভিতৰতো এনে বহুতো শব্দ বা শব্দগুচ্ছ আছে যিবোৰ দেখাত সমাৰ্থক যেন লাগিলেও সিহঁতৰ প্ৰয়োগত বহুতো তাৰতম্য থাকে। 'ঠাণ্ডা'ৰ প্ৰতিশব্দ 'শীত' বা 'শীতল' বোলাত হয়তো কাৰো আপত্তি নাথাকিব। কোনোবাই যদি তলৰ (১১) বাক্যৰ

১১) এইবাৰ বৰ ঠাণ্ডা পৰিছে,

'ঠাণ্ডা' শব্দৰ ঠাইত 'শীত' ব্যৱহাৰ কৰে বাক্যটোৰ অৰ্থ বা শুদ্ধতাৰ কোনো তাৰতম্য নঘটে। অৰ্থাৎ ইয়াত 'শীত' ঠাণ্ডাৰ' প্ৰতিশব্দ; কিন্তু এই কথা সত্য নহয়। আমি প্ৰায়েই কওঁ,

১২) চাহখিনি 'ঠাণ্ডা হৈছে,

কিন্তু ইয়াত 'ঠাণ্ডা'ৰ ঠাইত 'শীত' ব্যৱহাৰ কৰি গঠন কৰা (১৩) বাক্যটো গ্ৰহণযোগ্য হ'বনে ?

১৩) চাহখিনি শীত হৈছে। নিশ্চয় নহয়। তেনেহলে দেখা গ'ল যে 'ঠাণ্ডা'ৰ বিশুদ্ধ প্ৰতিশব্দ 'শীত' নহয়। অসমীয়া তৎসম শব্দ 'কন্যা'ৰ প্ৰতিশব্দ আমি 'ছোৱালী' বুলি কওঁ। আমি (১৪ক) আৰু (১৫ক)ৰ ঠাইত

(১৪ক) ইন্দিৰা পণ্ডিত নেহৰুৰ একমাত্ৰ কন্যা, আৰু

(১৫ক) কন্যা মহাবিদ্যালয়,

(১৪খ) আৰু (১৫খ) ব্যৱহাৰ কৰিব পাৰোঁ;

(১৪খ) ইন্দিৰা পণ্ডিত নেহৰুৰ একমাত্ৰ ছোৱালী,

(১৫খ) ছোৱালী মহাবিদ্যালয়।

কিন্তু আমি সকলো ঠাইতে 'ছোৱালী' শব্দ গুচাই 'কন্যা' বহুৱাব নোৱাৰোঁ। তলৰ (১৬) বাক্যত

(১৬) আজিকালি পৰীক্ষাত ছোৱালীয়ে বেছি ভাল কৰে, 'ছোৱালী' শব্দ গুচাই 'কন্যা' বহুৱালে বহুতৰে খোকোজা লাগিব। অৰ্থাৎ সকলো কন্যাই ছোৱালী হয় সঁচা, কিন্তু সকলো ছোৱালীয়েই কন্যা নহয়। 'কন্যা' শব্দত বি এটা পিতৃ- সন্তানৰ সম্বন্ধৰ ভাব লুকাই আছে, 'ছোৱালী' শব্দত সি নাই। অভিধানে হয়তো 'মা' বা 'আই' শব্দৰ অৰ্থ 'জন্মদায়িনীক সম্বোধন কৰা শব্দ' বুলি উল্লেখ কৰিছে, কিন্তু আমি নিজৰ ছোৱালীক বা নিজ কন্যা তুল্য ছোৱালীকো 'মা' বুলি সম্বোধন কৰোঁ; অভিধানত তাৰ কোনো ইংগিত নাই। সেই বুলি এই প্ৰয়োগ অশুদ্ধ নে? ঘৰ বুলিলে কি বুজায় আমি সকলোৱে জানো, কিন্তু 'জুপুৰি' ঘৰ হয় নে নহয়? কিমান ডাঙৰ ঘৰ আৰু মজবুত হলে ঘৰ 'অট্টালিকা' নাম পায় সেই কথা ক'ত লিখা আছে?" অৰ্থতত্ত্বই সমাৰ্থক শব্দৰ এনেকুৱা অৰ্থাভাসসমূহ বিতংকৈ ব্যাখ্যা কৰে;

শব্দৰ অৰ্থ বিচাৰ কৰোঁতে আমি মাতৃভাষা-ভাষী হিচাপে নিজৰ অন্তৰানুভূতি (intuition) ৰ সহায় লওঁ আৰু ফলত সহজে বক্তাই বুজাব খোজা অৰ্থটো বুজি পাওঁ। আন ভাষা কোৱা মানুহৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য নহয়। অৰ্থৰ বিভিন্ন আভাস (shade) আৰু সীমা ৰেখা সম্পৰ্কে বিশদ বিশ্লেষণৰ অবিহনে মানুহ বিমোৰত পৰে। উদাহৰণস্বৰূপে 'কৰ্মচাৰী' আৰু 'বনুৱা', আৰু 'অনশন' আৰু 'লঘোণ' দিয়াৰ মাজত প্ৰভেদ কি? অইভধানৰ সংজ্ঞাই ইহঁতৰ মাজত ভেদ নেদেখুৱায়। কৰ্মচাৰী আৰু বনুৱা দুয়ো কোনো কাৰ্যালয়, ফেক্টৰী বা পথাৰত কাম কৰে আৰু দৰ্মহা পায়। এবাৰ ফ্ৰাঙ্কফোৰ্টৰ এটা আদালতে এই বিষয়ে বহল যুক্তি-তৰ্কৰ মাজত সোমাব লগা হৈছিল আৰু শেষত সিদ্ধান্ত কৰিছিল যে কৰ্মচাৰীয়ে চকীত বহি কাম কৰে আৰু বনুৱাই নবহাকৈ কৰে। এই সংজ্ঞা অভিধানে দিয়া সংজ্ঞাৰ পৰিপূৰক। তেনেদৰে 'অনশন' আৰু 'লঘোণ' দিয়া অভিধানৰ মতে একে; আমি মাতৃভাষী হিচাপে বহিৰ্জাগতিক জ্ঞানৰ সহায়ত সহজেই বুজি পাওঁ যে 'অনশন'ৰ মাজত এটা 'প্ৰতিবাদ প্ৰকাশ'ৰ ভাব লুকাই থাকে। স্বৰূপাৰ্থত অনশনৰ সমাৰ্থক 'ৰোহ ঘৰত পৰা'হে, 'লঘোণ দিয়া' নহয়। অৰ্থতত্ত্বই প্ৰতিশব্দৰ বিচাৰ কৰোঁতে এনেদৰে অভিধা অৰ্থৰ বাহিৰলৈ যায়, বিভিন্ন পৰিস্থিতি আৰু প্ৰসংগত হ'ব পৰা শব্দৰ ব্যৱহাৰলৈ চায়। ই শব্দৰ স্তনা মাত্ৰেই মনলৈ অহা অৰ্থটোতে সীমাবদ্ধ নাথাকি ইয়াৰ সম্ভৱপৰ সকলো ছায়া-অৰ্থৰ খুটিনাটি মাৰি বিশ্লেষণ কৰিব বিচাৰে।

**বাক্যৰ অভিধা অৰ্থ আৰু বক্তাৰ অৰ্থ**

শব্দ আৰু শব্দগুচ্ছৰ উপৰুৱা অন্তৰালত প্ৰায়েই একোটা গভীৰ অৰ্থ থকাৰ নিচিনাকৈ বাক্যৰো অভিধা অৰ্থৰ অন্তৰালত একোটা বেলেগ অৰ্থ থাকিব পাৰে। সেই অৰ্থতত্ত্ববিদসকলে বাক্যৰ অভিধা অৰ্থ (sentence meaning) আৰু বক্তাৰ অৰ্থ (speaker meaning) ৰ মাজত ভেদ ঠাৱৰ কৰে। বক্তাৰ অৰ্থ বুজাবলৈ হ'লে তেওঁ বাচনিক অভিপ্ৰায়ৰ কথা জানিব লাগিব। উদাহৰণস্বৰূপে বাক্যটো শুনিয়েই (১৭) বাক্যৰ প্ৰকৃত অৰ্থ উদ্ধাৰ কৰিব নোৱাৰি।

(১৭) সি বৰ ওস্তাদ।

বক্তাই কাৰোবাক ব্যজস্তুতি* কৰিছে যে সঁচাকৈয়ে প্ৰশংসা কৰিছে সেই কথা অৰ্থাৎ বক্তাৰ অভিপ্ৰায় নাজানিলে এই বাক্যৰ প্ৰকৃত অৰ্থবোধ সম্ভৱ নহয়। সেইফালৰ পৰা চালে দেখা যায় যে বাক্যৰ গঠনৰ আলোচনাতকৈ অৰ্থৰ গঠনৰ আলোচনা বেছি জটিল*। তলৰ বাক্যলৈ চোৱা যাওক।

(১৮) কিতাপখন মেজত আছে।

ভাষাবিজ্ঞানীয়ে (১৮) বাক্য অকৰ্মক ক্ৰিয়া থকা বাক্য বুলি আৰু ইয়াত 'কিতাপ' আৰু 'মেজ'ৰ মাজত অধিকৰণ কাৰকৰ সম্বন্ধ আছে বুলি ব্যাখ্যা কৰিয়েই ক্ষান্ত থাকিব। অৰ্থতত্ত্ববিজ্ঞানীয়ে এই বাক্যৰ অৰ্থ বিচাৰ কৰোঁতে ভাষা-বহিৰ্ভূত জগতৰ বস্তু আৰু ঘটনাৰ

লগত বাক্যৰ প্ৰকাশিত অৰ্থৰ যুক্তি-যুক্ততাৰ সম্বন্ধ বিচাৰ কৰে। তেওঁ (১৮) বাক্যৰ একাধিক অৰ্থ বিচাৰি পাব—

(১৮ক) কিতাপখন মেজৰ ওপৰত থাকিব পাৰে,

(খ) কিতাপখন মেজৰ ভিতৰতো (কোনোবা দ্ৰয়াৰত) থাকিব পাৰে।

কেৱল ব্যাকৰণৰ জ্ঞানে, অৰ্থাৎ অধিকৰণ কাৰকৰ জ্ঞানে এই ভেদ মনলৈ নানে। আকৌ আন এযোৰ বাক্যলৈ চোৱা যাওক।

19(ক) যদুৱে চিলা উৰাইছে।

(খ) যদুৱে দুৱাৰখন জপাইছে।

(১৯ক) বাক্যই বুজাব যে যদুৱে অলপ আগতে চিলা উৰাইছিল, এতিয়াও উৰাই আছে। কিন্তু (১৯খ) বাক্যই নুবুজাই যে যদুৱে অলপ আগতে দুৱাৰখন জপাইছিল। এই ভেদটো বাৰু ক'ত আছে!' নিশ্চয় বাক্য দুটাত থকা শব্দবোৰত অথবা ক্ৰিয়াৰ ৰূপত {-ইছ্- এ} প্ৰত্যয়ান্ত ক্ৰিয়া ৰূপত) নাই। ই বাক্যৰ বাহিৰত আছে। এই কথা ভালদৰে বুজিবলৈ হ'লে বাক্য দুটাৰপৰা কি কি ধৰণৰ নঞৰ্থক বাক্য গঠন কৰিব পাৰি চাব লাগিব। (১৯ক)ৰ পৰা আমি (২০ক-খ) পাব পাৰোঁ ঃ

২০ক) যদুৱে চিলা উৰোৱা নাই আৰু

খ) যদুৱে চিলা উৰাই থকা নাই।

(১৯খ) ৰ পৰা আমি পাব পাৰোঁ ঃ

২১ক) যদুৱে দুৱাৰ জপোৱা নাই, আৰু

খ) যদুৱে দুৱাৰ জপাই থকা নাই।

(২০ক-খ) আৰু (২১ক) বাক্য সহজে গ্ৰাহ্য হ'ব; কিন্তু (২১খ)ত আমাৰ নিঃসন্দেহে খোকোজা লাগিব। দুৱাৰ জপোৱা কমাটো এনে নহয় যি দীৰ্ঘসময় ধৰি চলিব পাৰে। অৰ্থাৎ জপোৱা ক্ৰিয়াটোৰ অৰ্থতে এটা সীমাবদ্ধতা আছে। এই কথা অৰ্থতাত্ত্বিক বিশ্লেষণৰ অবিহনে সম্ভৱ নহয়।

## সামৰণি

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল অৰ্থতত্ত্ববিদসকলে শব্দ, শব্দগুচ্ছ বা বাক্যৰ বাহ্যিক অৰ্থতে সন্তুষ্ট নাথাকি সিহঁতৰ ভিতৰত লুকাই থকা অৰ্থৰ অনুসন্ধান কৰে। তেওঁলোকৰ এই অনুসন্ধানৰ ভেটি যুক্তিযুক্ততা (logicistics)। তাৰ কাৰণে তেওঁলোকে শব্দ, শব্দগুচ্ছ বা বাক্যক লুটিয়াই বগৰাই চায়, নানা ধৰণৰ ৰূপান্তৰ কৰি চায়। এই কাৰণৰ পৰা ৰূপান্তৰ-সৃজন ব্যাকৰণকাৰসকলৰ লগত তেওঁলোকৰ মিল আছে। দুয়োপক্ষই অৰ্থৰ প্ৰকৃতি ব্যাখ্যা কৰাৰ ওপৰত জোৰ দিয়ে আৰু ৰূপান্তৰক তাৰ কাৰণে এটা বিশিষ্ট পদ্ধতি

বুলি গ্ৰাহ্য কৰে। দুয়ো পক্ষৰ মাজত এটাই প্ৰভেদ যে ৰূপান্তৰ-সৃজন ব্যাকৰণকাৰে কেৱল বাক্যৰ বিশ্লেষণতে সীমিত থাকে, অৰ্থতত্ত্ববিদসকলে বাক্যৰ লগতে শব্দ আৰু শব্দগুচ্ছৰ অৰ্থ বিশ্লেষণকো নিজৰ আওতাৰ ভিতৰত ধৰে।

সূক্ষ্মভাৱে চালে দেখা যায় যে অৰ্থতত্ত্ব ৰূপান্তৰকৰণৰ পিছে পিছে যায়। অৰ্থাৎ আমি শুনা কথাৰ জান নেজানকৈ নানা ধৰণে মনতে ৰূপান্তৰ সাধন কৰি চাইহে তাৰ প্ৰকৃত অৰ্থ উদ্ধাৰ কৰোঁ। গুয়েনথাৰে (1978) কোৱাৰ নিচিনাকৈ অধিকাংশ কথা বা বচনৰ (discourse) অৰ্থৰ ব্যাখ্যা ৰূপান্তৰকৰণৰ পৰ-স্তৰতহে সম্ভৱ। তলৰ (২২) বাক্যৰ অৰ্থ পোনপটীয়া ঃ

২২) কমলে ৰীতাক মাৰিছে।

কিন্তু ইয়াক নঞাৰ্থকলৈ নিলে, অৰ্থাৎ (২৩) বাক্যলৈ ৰূপান্তৰ কৰিলে তাত নানা ব্যাখ্যা সম্ভৱ হৈ উঠিব।

২৩) কমলে ৰীতাক মৰা নাই। (২৩) বাক্যৰ কেইবাটাও অৰ্থ হ'ব পাৰে ঃ

২৩ক) যিয়ে ৰীতাক মাৰিছে, তেওঁ কমল নহয়,

খ) কমলে যাক মাৰিছে, তেওঁ ৰীতা নহয়,

গ) মৰামৰিত বেলেগ লিপ্ত হ'ব পাৰে, কিন্তু কমল আৰু ৰীতা লিপ্ত নহয়, আৰু

ঘ) কমল আৰু ৰীতাৰ মাজত বেলেগ সম্বন্ধ থাকিব পাৰে, কিন্তু মৰামৰি নিঃসন্দেহে নাই।

নেতিবাচক ক্ৰিয়া পদগুচ্ছই কেতিয়াবা উদ্দেশ্য বা বিধেয়ৰ (=২৩ক-খ) কেতিয়াবা দুয়োৰে (=২৩গ) আৰু কেতিয়াবা কেৱল ক্ৰিয়াৰ মূল কাৰ্যৰ (=২৩ঘ) নাস্তি কৰা প্ৰকাশ কৰিব পাৰে। ৰূপান্তৰকৰণৰ পূৰ্বস্তৰত, যেনে, (২৩) বাক্যত এই বিবিধ অৰ্থ নাছিল।

এইবাৰ আন এটা বাক্যলৈ চোৱা যাওক।

২৪) কলিতাৰ টকা আছে।

এই বাক্যটো নেতিবাচকলৈ ৰূপান্তৰ কৰিলে হ'ব ঃ

২৫) কলিতাৰ টকা নাই।

২৫) বাক্যৰ দুটা অৰ্থ হ'ব পাৰে ঃ

২৬ক) আনৰ টকা থাকিব পাৰে, কলিতাৰ নাই,

বা

খ) কলিতাৰ আন বস্তু থাকিব পাৰে, কিন্তু টকা নাই।

অৰ্থৰ এই ভেদে ৰূপান্তৰকৰণৰ পূৰ্বস্তৰত প্ৰকাশ পোৱা নাছিল। তাৰ মানে এইটো নহয় যে (২৪) বাক্যৰ একাধিক অৰ্থ থাকিব নোৱাৰে। (২৪) বাক্যৰ বক্তাৰ অৰ্থ (speaker

meaning) উদ্ধাৰ কৰিবলৈ শ্ৰোতাই তত্তালিকে মনতে (২৫), (২৬)ক আৰু (২৬খ) বাক্যৰ ৰূপান্তৰলৈ জুকিয়াই চায় আৰু বক্তাই কোন শব্দত জোৰ দিছে, ('কলিকতা'ত নে টকা'ত) জানি লৈ বাক্যৰ প্ৰকৃত অৰ্থ উদ্ধাৰ কৰে। নোবাবিলে তেওঁ (২৬ক) বা (২৬খ) মৌলিক আধাৰৰ ওপৰত প্ৰশ্ন কৰিব। যেনে,

২৬গ) কলিতাৰ টকা নাই ? বা, (২৬ঘ) কলিতাৰ *টকা* নাই।

এনে ধৰণে দেখা যায় ৰূপান্তৰ-সৃজন ব্যাকৰণ আৰু অৰ্থতত্ত্বই বাক্যত নানা ধৰণৰ ৰূপান্তৰ অনুশীলন কৰি প্ৰকৃত অৰ্থ উদ্ধাৰ কৰিবলৈ প্ৰয়াস কৰে। দুয়োৰে কাৰণে বাক্যত থকা শব্দাৱলী আৰু সিহঁতৰ বৈয়াকৰণিক ৰূপসমূহ মিলি জঁকাটোহে হয়, প্ৰাণ নহয়; অৰ্থহে সিহঁতৰ প্ৰাণ। প্ৰকৃত অৰ্থৰ অন্বেষণ ৰূপান্তৰ-সৃজন ব্যাকৰণৰ মূল কথা আৰু নানা ধৰণৰ ৰূপান্তৰকৰণ অৰ্থতত্ত্বৰ মূল প্ৰক্ৰিয়া। দুয়ো দুয়োৰে ওপৰত নিৰ্ভৰশীল; অকলে কোনোটোৱেই স্বতন্ত্ৰ নহয়; এটা আনটোৰ পৰিপূৰক। সেয়ে আমি দুয়োটা বিষয়ৰে অধ্যয়ন সমান্তৰালভাৱে চলাই যাব লাগিব।

টীকা ঃ

1. নাহেন্দ্ৰ পাদুন সম্পাদিত, অসম সাহিত্য সভাৰ শিৱসাগৰ অভ্যৰ্থনা সমিতিৰ দ্বাৰা 'ভাষাৰ তত্ত্বকথা' পুথিত সন্নিবিষ্ট এই লিখকৰ প্ৰবন্ধ 'ৰূপান্তৰ-স্ফোট ব্যাকৰণৰ চমু পৰিচয়'ত Transformational Generative বুজাবলৈ হিন্দী, বাংলা পৰিভাষাৰ অনুকৰণত 'ৰূপান্তৰ স্ফোট' শব্দগুচ্ছ ব্যৱহাৰ কৰা হৈছিল। তাতকৈ 'ৰূপান্তৰ-সৃজন' শব্দগুচ্ছ ভাল হ'ব লাগে।

2. ভাৰতীয় অলংকাৰ-শাস্ত্ৰকাৰসকলে শব্দ তথা বাক্যৰ অভিধা বা ধ্বন্যাত্মক অৰ্থ, অৰ্থাৎ মনলৈ অহা অৰ্থ বা *ব্যঞ্জনা* বা ব্যঞ্জিত (-দ্যোতিত) অৰ্থ, অৰ্থাৎ শব্দ বা বাক্যৰ আভ্যন্তৰত লুকাই থকা, প্ৰসংগ বা পটভূমি-নিৰ্ভৰ অৰ্থৰ ভেদ থকা কথাটো কোন কালৰ পৰাই কৈ থৈ গৈছে। চমস্কি পন্থীসকলে কোৱা surface structure বাক্যৰ অভিধা অৰ্থৰ বাহিৰে একো নহয়। তেওঁলোকৰ লেখাৰ deep structure ভাৰতীয় পণ্ডিতসকলে ব্যাখ্যা কৰা ব্যঞ্জনা অৰ্থৰ নামান্তৰ মাথোন।

3. এই প্ৰসংগত গোস্বামী (1970) আৰু দত্ত বৰুৱা, (1993), দ্ৰষ্টব্য। এইকেইখন পুথিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ে অনুমোদন কৰা এম. এ মহলাৰ পাঠ্যক্ৰমৰ প্ৰয়োজন অনুসৰি অৰ্থতত্ত্বৰ ঐতিহাসিক দৃষ্টিকোণটোহে বহলাই চাইছে। অৱশ্যে দত্তবৰুৱা উপৰোক্ত পুথিখনৰ আধুনিক অৰ্থতত্ত্বৰ কথাও কিছু পৰিমাণে আলোচনা কৰা হৈছে।

4. Boldinger (1980:3) এ উদাহৰণ দিচুৰৰ বিশ্লেষণ সুন্দৰভাৱে দাঙি ধৰিছে। তেওঁ লিখামতে উদাহৰণৰ ব্যাখ্যা মূলতঃ ওগডেন আৰু ৰিচাৰ্ডচ (1923) ৰ ব্যাখ্যা আৰু চাচুৰৰ বিশ্লেষণৰ ওপৰত নিৰ্ভৰশীল।

5. 'বক্ৰোক্তি' অলংকাৰ শাস্ত্ৰৰ কথা। আধুনিক ভাষা বিজ্ঞানৰ দ্বাৰাই 'বক্ৰোক্তি' কি নাজানিব পাৰে প্ৰসংগৰ

হলেহে কৰা নিশ্চিত অলংকাৰ শাস্ত্ৰ কাৰ্যবৃত্তি বোলে।

6. 'Semantic structures are very different from syntactic structures haveing different categories and being more complex than the relatively simple syntactic structures', (Miller, 1985:115)

প্ৰসংগ টীকা ঃ


Boldinger, Kurt 1980. Semantic Theory, Oxford, Basih Blackwell Publisher.

Chomsky, N 1967 Syntactic structure, Reprint 1972 Th Hague Moution.

Dutta Baruah, P. N. 1991 Adhunik Bhasavignar Parichay, Guwahati Bani Prakash Mandir.

.........1993 Rupantarspota vyakarnar samu parichay, in : Nahendra padun, (Ed.) Bhasar Tattvakatha.

Frege, G. 1960 On Sense and Raference in : Geach and Black (Eds) : Translation from Philosophical Writings of G. Frege.

Goswami, U.N. 1978. Bhasa vigyan, Gowahati; New Book stall.

Guenthner, Franz. 1978 Studies, in formal Semantice. North Holland, North Holland Publishing Co.

........... 1978 (a). Systems of intensional logic and semantics of natural language, in Guenthner and Rohner (Eds) : Studies in formal semantice.

Jackenduff, Ray S. 1972 Semantic inter pretation in Generative Grammar. Cam bridge MIT Press.

Mathews, P. H. 1901. Syntex. Cambridge, CUP.

Miller, J. 1985. Semantics and Syntax, Cambridge, CUP.

Ogden and Richards 1923 (fifth impression '1960) The Meaning of Meaning.

Padun, Nahendra (Ed.) 1993. Bhasar Tattvakatha, Sibsagar, Assam Sahitya Sabha Sibsagar Reception Committee. Saussure, Ferdinand de 1916, English translation General Liuguistics New year, 1959.

# কাৰক সম্পৰ্কে শেহতীয়া ধাৰণা আৰু অসমীয়া কাৰক

মদন শৰ্মা

(প্ৰবন্ধটিত কাৰক বিচাৰৰ নতুন চিন্তা-চৰ্চাৰ আভাস দিবলৈ লেখকে যত্ন কৰিছে। পাঠকসকলৰ মতামত বিচৰা হ'ল।)

**কাৰক কি ?**

পৰম্পৰাগত ধাৰণা অনুসৰি কাৰকে এটি বিশেষ ধৰণৰ বিভক্তিৰ চিন বুজায়। কাৰকৰ এনে ধৰণৰ সংজ্ঞাৰ সৈতে আমি কম-বেছি পৰিমাণে পৰিচিত ঃ

১। "ক্ৰিয়াৰ লগত যাৰ অন্বয় তাৰ নাম কাৰক।" (মেধি, ১৯৩৬ ঃ ১৬২)

২। "ক্ৰিয়াৰ কাৰ্য সম্পাদনৰ হেতু বা নিমিত্ত অৰ্থকে কাৰক বোলে। কাৰকবাচক বিভক্তিযুক্ত হৈ পদবোৰে ক্ৰিয়া পদৰ লগত প্ৰত্যক্ষ সম্পৰ্ক স্থাপন কৰে"। (গোস্বামী, ১৯৮৭, ৯০ ঃ ১৭৬)

কাৰকে একোটাইত বাক্যৰ ভিতৰৰা গৰ্ভবাক্যত থকা ক্ৰিয়াৰ সৈতে বিশেষ্যৰ, আৰু খণ্ডবাক্যৰ অন্তৰ্গত পূৰ্বপদ (preposition) অনুপদ (post position) বা বিশেষ্যৰ সৈতে আন বিশেষ্য পদৰ সম্পৰ্ক দেখুৱায়।

কাৰক বুলিলে আন পদৰ সৈতে বিশেষ্যৰ সম্পৰ্ক বৈয়াকৰণিক সম্পৰ্ক নাইবা এই সম্পৰ্ক সূচিত কৰা ৰূপ (form) ৰ পৰিবৰ্তনকো বুজা যায়।

কাৰকৰ আলোচনা বিভিন্ন ধৰণে কৰা যায়। বিশেষ্যপদসমূহৰ ৰূপতাত্ত্বিক বৰ্ণনাত গুৰুত্ব দি কাৰক ৰূপসমূহৰ সৈতে সিহঁতৰ কাৰ্য (function) বা অৰ্থৰ সম্পৰ্ক স্থাপন কৰিব পাৰি। আনহাতে প্ৰতিটো কাৰকৰ সৈতে একোটা নিৰ্দিষ্ট অৰ্থ জড়িত কৰিও কাৰকৰ আলোচনা কৰিব পাৰি। যেনে 'স্বত্ব এৰি দান দিয়া' অৰ্থত সম্প্ৰদান কাৰক (সংস্কৃতত) এই কাৰক সূচিত হয় বিশেষ্য পদত চতুৰ্থী বিভক্তিৰ চিন যুক্ত কৰাৰ দ্বাৰা।

পাণিনিয়ে কাৰক সম্পৰ্কীয় আলোচনাত বিশেষ্য আৰু ক্ৰিয়া পদৰ মাজত অৰ্থতাত্ত্বিক সম্বন্ধক কাৰক বুলিছে। ক্ৰিয়া হ'ল গৰ্ভবাক্য একোটিৰ মূল (head)। এই ক্ৰিয়াৰ তলতীয়া প্ৰতিটো বিশেষ্যপদত কাৰক আৰোপিত হয়। পাণিনিয়ে কাৰক সম্বন্ধ আৰু কাৰক বাচক

বিভক্তিৰ মাজত পাৰ্থক্য ৰাখিছে। তেওঁ ছয়বিধ কাৰক সম্বন্ধ আৰু আঠবিধ কাৰক বিভক্তিৰ উল্লেখ কৰিছে।

আধুনিক ভাষাবিজ্ঞানীৰ মতে কাৰক হ'ল অনুগত (dependent) বিশেষ্য পদে সিহঁতৰ মূল (head)ৰ সৈতে স্থাপন কৰা সম্বন্ধ সূচিত কৰা এটি প্ৰণালী (Blake, 1994:1)।

যোৱা তিনিটা দশকত নোৱাম চম্‌স্কিৰ ভাষাবিজ্ঞান সম্পৰ্কীয় তত্ত্বসমূহে ভাষাবিজ্ঞানৰ বিভিন্ন দিশৰ আলোচনাত গভীৰ প্ৰভাৱ পেলাইছে। ফিলমোৰৰ 'কাৰক ব্যাকৰণ' (Case Grammar) সম্পৰ্কীয় আলোচনাকো চম্‌স্কিৰ ৰূপান্তৰভিত্তিক উৎপাদক ব্যাকৰণ (Transformational Generative Grammar) সম্পৰ্কীয় তত্ত্বই প্ৰভাৱিত কৰে। আনহাতে ফিলমোৰ আৰু অন্যান্য বিশেষজ্ঞৰ কাৰক সম্পৰ্কীয় কিছু চিন্তাইও চম্‌স্কিৰ পৰৱৰ্তী তাত্ত্বিক আলোচনাসমূহক কম-বেছি পৰিমাণে প্ৰভাৱিত কৰিছে।

সাম্প্ৰতিক ভাষাবৈজ্ঞানিক তত্ত্বত কাৰকক ধৰা হয় সাৰ্বজনীন বুলি, অমূৰ্ত (abstract) বুলি, আৰু কাৰকৰ অস্তিত্ব ইয়াক প্ৰকাশ কৰা ব্যৱস্থা বা উপায়ৰ ওপৰত নিৰ্ভৰশীল নহয় বুলি [Blak 1994:48] কাৰক কি দৰে ব্যক্ত হয় (বিভক্তি, অনুপদ আদিৰ মাধ্যমত) তাৰ আলোচনাতকৈ এতিয়া অধিক গুৰুত্ব দিয়া হয় কাৰকে কেনেধৰণৰ অৰ্থতাত্ত্বিক আৰু বাক্যতাত্ত্বিক সম্বন্ধ প্ৰকাশ কৰে তাৰ ওপৰত। কাৰকে agent, experiencer, patient, instrument আদি কেতবোৰ অৰ্থতাত্ত্বিক ভূমিকা প্ৰকাশ কৰে বুলি কোৱা হয়। এনে অৰ্থতাত্ত্বিক সম্বন্ধসমূহ দেখাত ৰূপতত্ত্বত প্ৰতিফলিত নহ'বও পাৰে। ফিলমোৰৰ কাৰক ব্যাকৰণৰ ধাৰণাৰ পৰা চম্‌স্কিৰ শেহতীয়া তাত্ত্বিক আলোচনাত ব্যক্ত হোৱা কাৰকৰ ধাৰণালৈকে কিছু কথা আলোচনা কৰাৰ আগতে অসমীয়া ভাষাত কাৰক সম্পৰ্কীয় আলোচনাৰ এটি চমু আভাস দিয়া যুগুত হ'ব।

**অসমীয়া কাৰক ঃ**

মেধিৰ মতে (মেধি, উপৰি উক্ত গ্ৰন্থ ঃ ১৬২-১৬৩) অসমীয়াত কাৰক ছটা ঃ কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপদান আৰু অধিকৰণ। তেওঁৰ মতে "বিভক্তি সাতটি ছয় কাৰক আৰু সম্বন্ধ পদৰ চিন ৰূপে যোগ হয়।" ক্ৰিয়াৰ লগত অন্বয় নহয় বাবে মেধিয়ে সম্বন্ধ কাৰক নুবুলি সম্বন্ধ পদ বুলিছে।

কাকতিয়ে (কাকতি ১৯৪১, ৬৮, ঃ ৩০০) দেখুৱাইছে কাৰক সাতোটা কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপদান, সম্বন্ধ আৰু অধিকৰণ। কাকতিৰ মতে অসমীয়াত কাৰক সম্বন্ধ দুই প্ৰকাৰে সূচোৱা হয় ঃ স্বতন্ত্ৰীয়া অনুপদেৰে আৰু কাৰক বাচক বিভক্তিৰে। এই দুইটিৰ মাজত পাৰ্থক্য নেদেখুৱাকৈ-আৰু কেতিয়াবা নৰখাকৈ কাকতিয়ে দেখুৱাইছে যে কৰ্তাকাৰকত সকৰ্মক ক্ৰিয়াৰ কৰ্তাই অনুপদ এ হয়। মেধিৰ মতে কৰ্তা কাৰকত - এ (য়ে, ৰে,), ই বা শূন্য প্ৰয়োগ হয়।

গোস্বামীয়ে (১৯৮২ ঃ ২৬৪) শোনতে এই সাতোটি কাৰকৰ উল্লেখ কৰি ঃ Absolute, Nominative, Accusative, Dative, Genitive, Locative, Instrumental। পিছলৈ (গোস্বামী, ১৯৮৭, ৯০- ২৭৭) এই ছটা কাৰকৰহে উল্লেখ কৰিছে ঃ কৰ্তা, কৰ্ম, কৰণ, নিমিত্তাৰ্থক, সম্বন্ধ আৰু অধিকৰণ। তেওঁ পিছৰ গ্ৰন্থত কঠিনভাৱেই কৈছে যে, "সংস্কৃতৰ দৰে অসমীয়াতো কাৰকৰ বিভক্তিৰ সংখ্যা একে হ'লেও বিভক্তি আৰু কাৰকবোৰ একে নহয়" (উক্ত গ্ৰন্থ ঃ ১৭৬)।

গোস্বামীৰ উল্লিখিত গ্ৰন্থ দুখনৰ আলোচনা মৰ্মে অসমীয়া ভাষাৰ কাৰকসমূহ একে ধৰণৰ ঃ

Absolute case (গোস্বামী, ১৯৮২) ঃ মানুহ মৰণশীল।

*ল'ৰাবোৰ* আহিছে।

কৰ্তা কাৰক ঃ *মানুহে* কথা কয়।

*হৰ* দোকানলৈ গ'ল।

*ল'ৰাবোৰ* আহিছে।

কৰ্ম কাৰক ঃ মাকে *ল'ৰাক* গাখীৰ খুৱাইছে।

মই *বাজক* মাতি আহিছোঁ।

Dative (গো. ১৯৮২)
নিমিত্তাৰ্থক গো. ১৯৮৭) } তাই *বাপেকলৈ* চিঠি লিখিছে।

সম্বন্ধ ঃ *ৰবীনৰ* দেউতাক আহিছে।

কৰণ ঃ তাই *হাতেৰে* ভাত খাইছে।

অধিকৰণ ঃ কিতাপখন *বিছনাত* থোৱা।

Abilative Case

(গো. ১৯৮২ ঃ ২৬৮) ঃ *কলিকতাৰ পৰা* ( - ৰ + পৰা)

গোস্বামীয়ে (১৯৮৭ ঃ ১৭৬ তাৎপৰ্যপূৰ্ণভাৱে উল্লেখ কৰিছে Dative/ নিমিতাৰ্থক কাৰক সংস্কৃতৰ সম্প্ৰদান কাৰকৰ সমাৰ্থক নহয়। "সংস্কৃতৰ সম্প্ৰদান কাৰকৰ কাম অসমীয়াত কৰ্মকাৰকৰ বিভক্তিয়ে সম্পাদন কৰে"।

গোস্বামীয়ে পূৰ্বৰ গ্ৰন্থত Absolute Case আৰু Ablative Case ৰ কথা উল্লেখ তথা আলোচনা কৰিছে যদিও পিছৰ গ্ৰন্থত সেই সম্পৰ্কে আলোচনা কৰা নাই— পূৰ্বৰ অৱস্থানৰ সালসলনিৰ ব্যাখ্যাও আগবঢ়োৱা নাই।

অসমীয়া কাৰকৰ আলোচনাত (এই পৰ্যন্ত হোৱা আলোচনাত) কেতিয়াবা কাৰকৰ অৰ্থগত দিশটোত গুৰুত্ব দি সংস্কৃতৰ ৰূপগত কাৰকৰ ধাৰণা আমদানি কৰা হৈছে। কেতিয়াবা ৰূপতাত্ত্বিক দিশৰ বিশদ বিচাৰ কৰি অৰ্থতাত্ত্বিক - বাক্যতাত্ত্বিক দিশবোৰ আওকাণ কৰা হৈছে।

ফিলমোৰে অৰ্থ নিৰ্ভৰ কাৰক-সম্বন্ধ আৰু কাৰক ৰূপৰ মাজত পাৰ্থক্য ৰাখে। কাৰকৰ চিন আৰু কাৰক ৰূপৰ মাজতো পাৰ্থক্য আছে। কাৰকৰ চিন (যেনে কৰ্তাকাৰকৰ চিন অসমীয়াত - এ/ই) হ'ল এবিধ সৰ্গ (affix) কাৰকৰূপ হ'ল একোটাইত সম্পূৰ্ণ শব্দ।

ফিলমোৰৰ মতে কাৰক-সম্বন্ধ সাৰ্বজনীন। কাৰকৰূপ ভাষানিৰ্ভৰ। পৰম্পৰাগত কাৰকৰ সলনি ফিলমোৰে (১৯৬৮, ১৯৭১) কেতবোৰ সাৰ্বজনীন সম্বন্ধগোটৰ অৱতাৰণা কৰে। বাক্যতাত্ত্বিক - অৰ্থতাত্ত্বিক সম্বন্ধকেই তেওঁ কাৰক বুলি চিহ্নিত কৰিছে। ফিলমোৰ উল্লিখিত কাৰক হ'ল অন্তৰ্লীন (deep) কাৰক; পৰম্পৰাগত বৈয়াকৰণিক আলোচনাৰ কাৰক হ'ল বাহ্যিক (surface) কাৰক। তেওঁৰ মতে (Fillmore, 1968 : 19) বাহ্যিক কাৰক প্ৰণালীত দেখা পোৱা পাৰ্থক্যসমূহ ব্যাখ্যা কৰিব পাৰি বাক্যৰ বাহ্যিক আৰু অন্তৰ্লীন গাঁথনিৰ কাৰক সম্বন্ধৰ পাৰ্থক্যৰ সহায়ত। কৰ্তা (subject) আৰু কৰ্ম (object)ক বাহ্যিক গাঁথনিৰ দিশ বুলি ধৰি ফিলমোৰে কৈছে (উক্ত প্ৰবন্ধ ঃ ২১) যে বাক্যৰ বুনিয়াদী (basic) গাঁথনিত থাকে এটা ক্ৰিয়া (verb) আৰু এক বা ততোধিক বিশেষ্য খণ্ডবাক্য (Noun Phrase)। প্ৰতিটো বিশেষ্য খণ্ডবাক্য ক্ৰিয়াৰ সৈতে বিশেষ কাৰক সম্বন্ধৰে জড়িত। ফিলমোৰৰ মতে সাৰ্বজনীন, অন্তৰ্লীন গাঁথনিৰ কাৰক হ'ল বাক্যতাত্ত্বিক প্ৰকৃতিৰ, ৰূপতাত্ত্বিক প্ৰকৃতিৰ নহয়।

ফিলমোৰে পোনতে ছয়বিধ কাৰকৰ উল্লেখ কৰে (Fillmore, 1968) : Agentive, Instrumental, Dative, Factitive Locative আৰু objective, পিছলৈ (Fillmore 1971) তেওঁ এই আঠবিধ কাৰকৰ উল্লেখ কৰে— agent, instrument, object, experiencer, source, goal, place আৰু time। তেওঁৰ এই অন্তৰ্লীন কাৰক (deep cases) ক অনেকে অৰ্থতাত্ত্বিক সম্বন্ধ বা অৰ্থতাত্ত্বিক ভূমিকা বুলি কয়। বহু পৰিমাণে ফিলমোৰৰ কাৰকৰ তালিকাৰ সৈতে মিলা এনে অৰ্থতাত্ত্বিক/অৰ্থগত ভূমিকা বা অৰ্থতাত্ত্বিক সম্পৰ্কৰ ভূমিকাসমূহ এনে ধৰণৰ ঃ

Agent (ফিলমোৰে পূৰ্বতে যাক agentive বুলিছিল) ঃ ফিলমোৰৰ মতে ক্ৰিয়াৰ দ্বাৰা সূচিত কাৰ্যৰ সজীৱ (animate) উদ্‌গনি দিওঁতা (instigator) ঃ বা যি সত্তাই কোনো কাৰ্য কৰে বা কোনো অৱস্থাৰ পৰিবৰ্তন ঘটায় ঃ *অৰূপে দুৱাৰখন খুলিলে। বতাহে পাতবোৰ উৰুৱাই নিলে।*

Patient ঃ এটা সত্তাৰ দ্বাৰা প্ৰভাৱিত এটা সত্তা একোটা অৱস্থাত থকা বা পৰিবৰ্তন হোৱা এটা সত্তা। *আকাশ* নীলা। *বাঘ* হাবিত থাকে।

ফিলমোৰে এই patient যে সমাৰ্থকৰূপে পোনতে objective, পিছত object শব্দটি ব্যৱহাৰ কৰিছিল- ক্ৰিয়াই সূচিত কৰা কাৰ্য বা অৱস্থাৰ দ্বাৰা প্ৰভাৱিত বস্তুৰ কাৰক বুজাবলৈঃ

তাই *মানুহজনক* গালি পাৰিলে।

ফিলমোৰে সকীয়াইছে যে ইয়াক (objective/object) ক বাক্যৰ মুখ্যকৰ্মৰ লগত একাকাৰ কৰি পেলাব নালাগে বা accusiative (কৰ্মকাৰক)ৰ সমাৰ্থক বুলিও ধৰিব নালাগে।

[Experiencer (ফিলমোৰ, ১৯৭১) ঃ মানসিক অৱস্থা আবেগ ইত্যাদি অনুভৱ কৰোঁতা ঃ

*তাই* বৰ সখী। *তাই* নাচ ভাল পায়।

Location [ফিলমোৰৰ ১৯৬৮ ৰ Locative আৰু ১৯৭১ ৰ time আৰু place দুয়োটাৰে সমাৰ্থক ] ঃ

ই সূচায় কোনো এটা সত্তাৰ অৱস্থান - স্থানগত বা কালগত অৱস্থান ঃ

কিতাপখন *মেজত* আছে। *সোমবাৰে* স্কুল বন্ধ।

Dative ঃ [ ফিলমোৰ, ১৯৬৮] ক্ৰিয়াৰ কাৰ্য বা অৱস্থাৰ দ্বাৰা প্ৰভাৱিত সজীৱ সত্তা ঃ

*ৰবীনে* তেওঁ জিকিব বুলি ভাবে।

Source ঃ [ ফিলমোৰ, ১৯৭১] য'ৰ পৰা এটা সত্তা হয় বা চলাফুৰা কৰে ঃ

তাই *ঘৰৰ পৰা* আহিছে।

*জানুৱাৰীৰ পৰা* মই ইয়াতে আছোঁহি।

Goal [ ফিলমোৰ, ১৯৭১] লক্ষ্যস্থান।

তাই *ঘৰলৈ* গ'ল।

Instrument [ ফিলমোৰ, ১৯৬৮ৰ instrumental] : ক্ৰিয়া সূচোৱা কাৰ্য বা অৱস্থাৰ কাৰণস্বৰূপে। জড়িত কোনো নিৰ্জীৱ বস্তু বা শক্তি। অন্য ব্যাখ্যা মতে যাৰ সহায়েৰে কোনো কাৰ্য বা অৱস্থাৰ পৰিবৰ্তন সাধিত হয় ঃ

অমৰে *লাঠিৰে* সাপটো মাৰিলে।

ওপৰৰ উদাহৰণবোৰৰ পৰা স্পষ্ট হৈ পৰিছে যে পৰম্পৰাগত কাৰকৰ ধাৰণাৰ সৈতে ফিলমোৰৰ কাৰকৰ সম্পৰ্ক নাই। অকল ফিলমোৰেই নহয়, তেওঁৰ পিছৰ অনেক ভাষাবিজ্ঞানীয়ে এনে অৰ্থতাত্ত্বিক সম্বন্ধ বা ভূমিকাৰ তালিকা প্ৰস্তুত কৰিবলৈ চেষ্টা কৰিছে, যি তালিকাক সাৰ্বজনীন আখ্যা দিব পৰা যায়। পিছে সৰ্বসন্মত, সৰ্বস্বীকৃত এনে তালিকা প্ৰস্তুত কৰা এতিয়াও সম্ভৱ হৈ উঠা নাই। ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে ফিলমোৰৰ 'কাৰক ব্যাকৰণ' তত্ত্বত উত্থাপিত কিছু ধাৰণা চমস্কি আৰু আন ভাষাবিজ্ঞানীয়ে তেওঁলোকৰ আলোচনাত সদ্ব্যৱহাৰ কৰিছে।

**G B তত্ত্ব আৰু কাৰক ঃ**

চমস্কিৰ Government and Binding (GB) তত্ত্বত কাৰক তত্ত্বৰ বিশেষ স্থান আছে। চমস্কিয়ে আলোচনা কৰা কাৰক ৰূপতাত্ত্বিক চিহ্ন সূচক নহয়; ই মূলতঃ অমূৰ্ত (ab-

stract) কাৰক। তেওঁ গাঁথনিগত (structural) কাৰক আৰু স্বাভাৱিক (inherent) কাৰকৰ মাজত পাৰ্থক্য ৰাখিছে। চমস্কিৰ পূৰ্বৰ তাত্ত্বিক আলোচনাসমূহত অন্তৰ্লীন গাঁথনি (deep structure) আৰু বাহ্যিক বা দৃশ্যমান গাঁথনি (surface)ৰ কথা কোৱা হৈছিল। GB তত্ত্বত D-strucure আৰু S-structureৰ কথাহে অৱতাৰণা কৰা হৈছে (শেহতীয়া Minimalist Programme ত D আৰু S গাঁথনিৰ ধাৰণাও বাদ দিছে)। S - গাঁথনিক সাধাৰণতঃ বাক্যৰ দৃশ্যমান গাঁথনি আৰু D গাঁথনিক অদৃশ্য অৰ্থতাত্ত্বিক গাঁথনি প্ৰতিফলিত কৰা এটি কল্পিত গাঁথনি বুলিব পাৰি।

উল্লেখ কৰা গাঁথনিগত কাৰক আৰোপিত হয় S - গাঁথনিত; স্বাভাৱিক (inherent) বা অন্তৰ্নিহিত কাৰক আৰোপিত হয় D - গাঁথনিত।

চমস্কিৰ মতে বাক্য একোটিৰ মূল গাঁথনি এনে ধৰণৰ ঃ বাক্য — নাম খণ্ডবাক্যৰ ৰূপত কৰ্তা + বিধেয়ৰ কাৰ্যকৰা ক্ৰিয়াখণ্ড বাক্য; অৰ্থাৎ—

S - [Noun Phrase] + (Verb Phrase) ক্ৰিয়া খণ্ডবাক্যত অন্ততঃপক্ষে এটি ক্ৰিয়াপদ থাকে। ক্ৰিয়াপদটি সকৰ্মক হ'লে ক্ৰিয়াখণ্ডবাক্যৰ ভিতৰত এটা বিশেষ্য বা নামখণ্ড বাক্য থাকিব কৰ্মৰ ৰূপত। GB তত্ত্বমতে তলত দিয়া ধৰণৰ সজ্জা D - গাঁথনি সাৰ্বজনীন হ'ব পাৰে ঃ




যদিহে সকৰ্মক ক্ৰিয়া ক্ৰিঃ খঃ বাঃ (VP) ৰ মূল হয়, তেন্তে ইয়াত এটা নাঃ খঃ বাঃ (NP - মুখ্য কৰ্মৰ ৰূপত)ৰ প্ৰয়োজন। এই ক্ষেত্ৰত ক্ৰিয়াই এটা নাঃ খঃ বা (NP) পূৰক বা Complement লয়। VP ত দ্বিকৰ্মক ক্ৰিয়া থাকিলে দুটা NP থাকিব (মুখ্য আৰু গৌণ কৰ্ম ৰূপত)। VP ত অকৰ্মক ক্ৰিয়া থাকিলে NP পূৰক নাথাকে। মাতৃভাষা কওঁতা এজনৰ মানসিক শব্দকোষত মাতৃভাষাৰ একোটি নিৰ্দিষ্ট ক্ৰিয়া সকৰ্মক নে অকৰ্মক তাৰ তথ্যও সঞ্চিত হৈ থাকে।

চমস্কিৰ GB তত্ত্বত VP ৰ ধৰণ অনুসৰি ক্ৰিয়াসমূহৰ বৰ্গীকৰণ কৰা হয় 'শো'

ক্রিয়াৰ পূৰক নাই, গতিকে

অকৰ্মক 'শো': V. [ - ]

কিন্তু সকৰ্মক 'দেখ্' V. [ - NP]

V বৰ্গীকৃত হয় VP ৰ ভিতৰৰ NP লাগে নে নাই তাৰ ওপৰত ভিত্তি কৰি।

'দেখ' ক্ৰিয়া (বা 'দেখ্' ধাতুৰ পৰা হোৱা ক্ৰিয়া) ই এনে কাৰ্য প্ৰকাশ কৰে য'ত দুটা বা দুজন অংশ গ্ৰহণকাৰী জড়িত হৈ আছে - যিজনে দেখে (সক্ৰিয় অংশ গ্ৰহণকাৰী) আৰু যাক দেখা যায় (নিষ্ক্ৰিয় অংশ গ্ৰহণকাৰী)

*মই তাইক দেখিছিলো।* GB তত্ত্ব অনুসৰি ইয়াত 'দিখিছিলোঁ' বিধেয়ই 'মই' আৰু 'তাই'ৰ মাজত এটা সম্পৰ্ক সৃষ্টি কৰিছে। এই সম্পৰ্ককেই তৰ্কশাস্ত্ৰৰ ভাষা অনুসৰি argument বোলা হৈছে। 'দেখিছিলোঁ' এ দুটা argument লৈছে 'মই', 'তাই'। এই ক্ষেত্ৰত 'দেখিছিলোঁ' কোৱা হয় দ্বি স্থানিক বিধেয়। পৰম্পৰাগত বাক্যতত্ত্বৰ সকৰ্মক ক্ৰিয়া এই দ্বি স্থানিক বিধেয় (two place predicate)ৰ সমৰূপ। *তাই ল'ৰাটোক কোবালে।* এই বাক্যটিও বিধেয় 'কোবালে'ৰ argument দুটা NP ৰ ৰূপত ব্যক্ত হৈছে : কৰ্তা নাঃ খঃ বাঃ আৰু কৰ্ম নাঃ খঃ বা প্ৰতিটো বিধেয়ৰ argument গাঁথনিত আছে। অসমীয়াভাষী মানুহ এজনে 'দেখ/দেখিছিলোঁ'ৰ অৰ্থ জানে। ই কি কাৰ্য সূচাইছে তেওঁ জানে। লগতে ইয়াকো জানে যে ই দুটা argument লয় দুই ধৰণৰ সম্পৰ্ক সাধিত কৰে।

ক্ৰিয়া নহৈ অন্য পদো যদি বিধেয় হৈ থাকে, তেন্তে ইও argument ল'ব। যেনে, তলৰ বাক্যটিত 'সুখী' বিশেষণ ৰূপে থকা বিধেয়ৰ এটা argument আছে :

*তাই বেচ সুখী।*

এই argument এ একোটা কাৰ্যত বা ঘটনাত বিশেষ ভূমিকা পালন কৰে। এই ভূমিকাক argument role, participant role বা thematic role চমুকৈ Theta - role বোলে। কথাটো এনেকৈও ক'ব পাৰি : ক্ৰিয়া আৰু সিহঁতৰ argument ৰ মাপৰ অৰ্থগত সম্পৰ্কক Theta role (এই নামটোৱেই বেছি প্ৰচলিত) বোলে। বিধেয়ৰ প্ৰতিটো argument এ (কৰ্তা, পূৰক ইত্যাদি) বিধেয়ৰ সৈতে এটা বিশেষ Theta role পালন কৰে। কিমান ধৰণৰ Theta role আছে বা থাকিব পাৰে সেই সম্পৰ্কে শেষ সিদ্ধান্ত কৰিব পৰা এতিয়াও হোৱা নাই। সচৰাচৰ আলোচিত আৰু ব্যৱহৃত theta role বোৰ এনে ধৰণৰ :

১। Agent/Actor (কাৰ্য কৰোঁতা) বাক্যৰ বিধেয় ভাগে প্ৰকাশ কৰা কাৰ্যৰ সূচনা যিয়ে ইচ্ছাকৃতভাৱে কৰে;

*মই তাইক ঘৰলৈ মাতিছিলোঁ।*

২। Patient (ভুক্তভোগী) বিধেয়ই প্ৰকাশ কৰা কাৰ্য যিয়ে ভোগ বা অনুভৱ কৰে:

বল্লুৱে *সাপটো* মাৰিলে।

৩। Theme (ভাববস্তু বা বিষয়) বিধেয়ই প্ৰকাশ কৰা কাৰ্য বা অৱস্থাৰ দ্বাৰা প্ৰভাৱিত সত্তাঃ

*তাই* গুৱাহাটীত থাকে।

তাই মোৰ পৰা *কিতাপ এখন* কিনিলে।

৪। Experiencer (উপলব্ধক) বিধেয়ই প্ৰকাশ কৰা মানসিক অৱস্থা অনুভৱ/উপলব্ধি কৰা সত্তা ঃ

*তাই* বৰ সুখী।

*কমীয়ে* বৰ ভয় খালে।

৫। Beneficiary/Benefactive (লাভ পাওঁতা) বিধেয়ই প্ৰকাশ কৰা কাৰ্যৰ দ্বাৰা লাভবান হোৱা সত্তা ঃ

তাই মোক এটা উপহাৰ দিলে।

আইতাই মোক এটা সাধু কৈ শুনালে।

৬। Goal (লক্ষ্য) যি সত্তাৰ উদ্দেশ্য বিধেয়ই প্ৰকাশ কৰা কাৰ্য নিৰ্দিষ্ট হৈছে ঃ

তাই *মোলৈ* এটা উপহাৰ আনিছে।

তেওঁ *গুৱাহাটীলৈ* গৈছে।

৭। Source (উৎস) যি সত্তাৰ পৰা বিধেয়ই প্ৰকাশ কৰা কাৰ্যৰ ফলস্বৰূপে কিবা এটা চালিত হয় ঃ

মই *মুকুলৰ পৰা* ইস্ত্ৰিটো আনিলোঁ।

৮। Location (স্থিতি) যি স্থানত বিধেয়ই প্ৰকাশ কৰা কাৰ্য / অৱস্থা অৱস্থিত বা বৰ্তি আছে ঃ

তাই চিঠিখন *গাৰুৰ তলত* থ'লে।

৯। Motive ল'ৰাটোৱে *ভোকতে* গোটেইখিনি ভাত খাই পেলালে।

কাৰক থকা নাম খণ্ড বাক্যইহে Theta role ল'ব পাৰে। একে Theta role থাকিলেও কাৰক বেলেগ হ'ব পাৰে ঃ

*ৰতনে* কমাক ভয় কৰে।

*ৰতনে* কমালৈ ভয় লাগে।

ওপৰৰ বাক্য দুটিত *ৰতনে, ৰতনৰ* উভয়ৰে Theta role হ'ল experiencer; অথচ দুয়োটিৰে কাৰক বেলেগ প্ৰথমটিৰ কৰ্তা, কাৰক দ্বিতীয়টিৰ সম্বন্ধ কাৰক।

চমস্কিৰ মতে ধ্বনিগতভাৱে ব্যক্ত হোৱা প্ৰতিটো নাম খণ্ড বাক্যতে অন্তৰ্ভুক্ত কাৰক আৰোপিত হয়। অৰ্থাৎ বাক্য একোটাৰ বাহ্যিক গাঁথনিত থকা যিকোনো নাম খণ্ডবাক্যতে কাৰক আৰোপিত হয়। অমূৰ্ত কাৰক সকলোতে আছে, কিন্তু কিছুমান ভাষাত কাৰক ৰূপগতভাৱে

ব্যক্ত নহয়, কিছুমানত হয়।

*বকুল* ঘৰলৈ গ'ল।

বকুলে *কিতাপখন* পঢ়িলে।

ওপৰৰ প্ৰথম বাক্যটিতে *বকুল* হ'ল কৰ্তা (subject)— subject হ'ল ইয়াৰ বৈয়াকৰণিক কাৰ্য (grammatical function)। ইয়াৰ কাৰক আৰোপিত ৰূপ হ'ল *বকুল*। দ্বিতীয় বাক্যৰ *কিতাপখনৰ* বৈয়াকৰণিক কাৰ্য হ'ল কৰ্ম। ইয়াৰ কাৰক আৰোপিত ৰূপ হ'ল *কিতাপখন*।

GB তত্ত্বমতে খণ্ডবাক্যত কাৰক আৰোপণ কাৰ্য সংঘটিত কৰে অমূৰ্ত এটি উপাদানে INFL(inflection) ৰূপে ক্ৰিয়াৰ ভিতৰতে প্ৰকাশমান হৈ। যদিহে এই আৰোপণ কাৰ্য নিৰ্দিষ্ট এটি বা এচাম ক্ৰিয়াৰ ক্ষেত্ৰতহে বিশেষভাৱে সংঘটিত হয়, তেন্তে এনে আৰোপণ কাৰ্য inherent বুলি ধৰি লোৱা হয়।

কৰ্তা আৰু কৰ্ম কাৰক আৰোপিত হয় S গাঁথনিত। ইহঁত গাঁথনিত কাৰক - বাক্যৰ বৈয়াকৰণিক সংজ্ঞা অনুসৰি ইহঁতৰ ওপৰত কাৰক আৰোপিত হৈছে।

GB তত্ত্ব অনুসৰি এটি বিশেষ গাঁথনিত গোট (construction)ৰ যদি মূল (head, যেনে VPৰ মূল V) যদিহে ইয়াৰ তলতীয়া/অনুৰ্গত উপাদান (যেনে কৰ্ম)ৰ অৱস্থিতি বা তাৰ অৱস্থিতি আৰু ৰূপ দুয়োটাকে স্থিৰ কৰে, তেন্তে উক্ত মূলটোৱে উক্ত উপাদানটিক নিয়ন্ত্ৰণ বা govern কৰে। কাৰক আৰোপকে (যেনে ক্ৰিয়াই) ই govern কৰা নাম খণ্ডবাক্যত কাৰক আৰোপ কৰে। স্বাভাৱিক বা inherent কাৰক আৰোপণ বহু পৰিমাণে নিৰ্ভৰ কৰে ইতিমধ্যে উল্লেখ কৰি অহা অৰ্থতাত্ত্বিক ভূমিকা বা Theta roleৰ ওপৰত। স্বাভাৱিক কাৰক আৰোপকে ইতিমধ্যে Theta role আৰোপ কৰা উপাদানসমূহতহে কাৰক আৰোপ কৰে। অসমীয়া ভাষাত কাৰক আৰোপণ, কাৰকৰ বিভক্তি ইত্যাদি সম্পৰ্কে অনেক প্ৰশ্নৰ উদয় হয়।

*অৰুণে মোক কিতাপ এখন দিলে।*

এই বাক্যটিত 'অৰুণ' কৰ্তা (subject), 'কিতাপ এখন' মুখ্য কৰ্ম, 'মোক' গৌণ কৰ্ম 'দিলে' ক্ৰিয়া। দেখাত 'অৰুণে'ত কৰ্তা কাৰক আৰু 'মোক' কৰ্মকাৰক (accusative)। 'কিতাপখন' কি কাৰকত আছে ?

Theta role প্ৰয়োগ কৰিলে বাক্যটিত থকা theta role সমূহ তলত দিয়া ধৰণৰ হ'ব ঃ

| | | | |
|---|---|---|---|
| *অৰুণে* | *মোক* | *কিতাপ এখন* | *দিলে।* |
| Agent | Beneficiary | Theme | |
| S | 10. | Do | V |

অৰ্থতাত্ত্বিক বাক্যতাত্ত্বিক বিচাৰত *কিতাপ এখন* কৰ্মকাৰকত আছে, *মোক* আছে

Dativeত। কিতাপ এখনত কাৰক বাচক বিভক্তি যুক্ত হোৱা নাই।

আকৌ ঃ '*কিতাপখন* বিছনাত থোৱা' বাক্যটিত কিতাপখন কোন কাৰকত আছে ? *কিতাপখন* কৰ্মকাৰক, যদিও দেখাত বিভক্তিৰ চিন যুক্ত হোৱা নাই বা শূন্য বিভক্তি হৈছে। পূৰ্বৰ বাক্যটিৰ *কিতাপ এখন* আৰু মোক দুয়োটাকে কৰ্ম কাৰক বুলি ধৰিব লাগিব নেকি ?

তেওঁ তোমালৈ কিতাপ এখন আনিছে।

তেওঁৰ তোমালৈ বৰ ভয় লাগে।

ওপৰৰ বাক্য দুটিত দুয়োটা তোমালৈ নিমিত্তাৰ্থক নে ? তলৰ বাক্যকেইটিত 'ল'ৰাবোৰ' খণ্ড বাক্যটিয়ে কাৰকৰ বিভক্তি লোৱা আৰু নোলোৱাৰ কাৰণ কি ? ক্ৰিয়াৰ প্ৰকৃতিয়ে ইয়াক নিয়ন্ত্ৰণ কৰিছে নেকি ? (সকৰ্মক-অকৰ্মক বুলিয়েই নহয়) ?

ল'ৰাবোৰে খেলিছে।

ল'ৰাবোৰে আহিছে

ল'ৰাবোৰে দুখ কৰিছে।

ল'ৰাবোৰে গ'লগৈ।

ল'ৰাবোৰে হাঁহিছে।

[ ছোৱালীজনীয়ে নাচিছে

আকাশত চৰাই উৰিছে।]

ইতিমধ্যে প্ৰসংগক্ৰমে ইংগিত দি অহা হৈছে যে চমস্কিৰ শেহতীয়া তত্ত্ব Minimalist Programme (Chomsky, 1992)ত D গাঁথনি আৰু S গাঁথনিৰ ধাৰণাও বাদ দিয়া হৈছে Minimalist Programme ত আগৰ S গাঁথনিৰ বাক্যতাত্ত্বিক স্তৰৰ ঠাইত SPELL OUT ৰ অৱতাৰণা কৰা হৈছে। ই বাক্যতাত্ত্বিক স্তৰ নহয়। GB তত্ত্বত Governmentৰ ধাৰণাৰ ওপৰত কাৰক তত্ত্ব প্ৰতিষ্ঠিত, কাৰক আৰোপণৰ ধাৰণা প্ৰতিষ্ঠিত Minimalist Programmeত এইবোৰ ধাৰণাৰ স্থান নাই। যিহেতু Minimalist Programme আৰু তাৰ পৰৱৰ্তী সময়ছোৱাত চমস্কিয়ে বিকশিত কৰা তত্ত্বসমূহবো বিশদ আলোচনা এতিয়াও হোৱা নাই, সেইহে কাৰক বিচাৰত এই শেহতীয়া তত্ত্বসমূহৰ সঠিক স্থান সম্পৰ্কে সৰ্বগ্ৰহণযোগ্য সিদ্ধান্তত উপনীত হ'বলৈ এতিয়াও বাকী। অসমীয়া ভাষাত উল্লেখ কৰি অহা তত্ত্বসমূহৰ আধাৰত কাৰক সম্পৰ্কে গভীৰ আলোচনাৰ থল আছে, যিহেতু ৰূপতাত্ত্বিক কাৰক চিন আৰু এইবোৰৰ বাক্যতাত্ত্বিক অৰ্থতাত্ত্বিক স্তৰৰ সৈতে সম্পৰ্ক সাধন, অমূৰ্ত আৰু ৰূপতাত্ত্বিক কাৰকৰ সম্বন্ধ ইত্যাদি অনেক দিশত জানিব লগীয়া আৰু ব্যাখ্যা কৰিব লগীয়া অনেক কথা আছে।*

## প্ৰসংগ পুথি :


| | | |
|---|---|---|
| গোস্বামী, গোলক চন্দ্ৰ | ১৯৮৭, ৯০ | অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, গুৱাহাটী : বীণা লাইব্ৰেৰী |
| মেধি, কালিৰাম | ১৯৩৬, | অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, গুৱাহাটী : অসম প্ৰকাশন পৰিষদ |
| Black, Barry J | 1994 | Case; Cambridge : CUP |
| Chomsky, N | 1981 | Lactures on Government and Bindin : Cambridge MA: MIT press. |
| Chomsky, N | 1992 | 'A Minimalist Program for Linguistc Theory' MIT occassional Papers on Linguistics. Cam MA : MIT Deptt. of Linguistics and Philosophy. |
| Cook, VJ | 1988 | Chomsky's Universal Grammar : An Indtroduction. Basit Blackwell. |
| Filmore, Charles A | 1968 | "The Case for Case in BAch, E L & Harms R T eds Universals in Linguistic Theory. NY : Holt Rine Winstorn Inc 1-88. |
| Fillmor, C A | 1971 | "Some problems of Case Grammar" Working Papers in Linguistics. Ohio state Universits 245-65. |
| Kakati, B | (1941-62) | Assamese, its Formation and Development, Guwahati : Lawers Book Stall. |
| Nepoli, Donna Jo | 1996 | Linguistics : An Introduction. Ny, OUP. |
| Redford, Adrew | 1988 | Transformational Grammar : A First course. CUP. |
| Verma Sk. and 'Krishnaswamy N | 1989 | Modern Linguistics : An Introduction, Delhi : OUP. |

# চম্স্কিৰ সার্বজনীন ব্যাকৰণ

## গৌতম কুমাৰ বৰা

*(শীর্ষক প্রবন্ধটি অসমীয়া ভাষাত আলোচনা কৰা দেখা নাই। পাঠকসকলৰ মতামত আহ্বান কৰা হ'ল সম্পাদক)*

আগকথা ঃ পঞ্চাশৰ দশকৰ শেষভাগৰ পৰা এই পৰ্যন্ত, অৰ্থাৎ যোৱা দুকুৰি বছৰ জুৰি যাৰ চিন্তা আৰু কৰ্মৰাজিয়ে ভাষা সম্পৰ্কীয় সকলো ধৰণৰ গৱেষণাত অসামান্য তথা অদ্বিতীয় প্ৰভাব পেলাই আহিছে তেওঁ হ'ল যুক্তৰাষ্ট্ৰৰ ভাষা-বিজ্ঞানী নৌৱম চম্স্কি। চম্স্কিয়ে বৈজ্ঞানিকভাৱে প্ৰমাণ কৰিব বিচাৰিছে যে পৃথিৱীৰ প্ৰতিটো ভাষাৰ ব্যাকৰণ দেখাত ভিন্ ভিন্ হ'লেও দৰাচলতে সিহঁত সকলোবোৰৰে এখন উমৈহতীয়া ব্যাকৰণ আছে, অৰ্থাৎ সিহঁতে কেতবোৰ সাধাৰণ সূত্ৰ মানি চলে। চম্স্কিয়ে দাবী কৰে যে ভাষাসমূহৰ বিশেষ বিশেষ ব্যাকৰণসমূহ উক্ত উমৈহতীয়া ব্যাকৰণৰে বিভিন্ন ৰূপ।

এই উমৈহতীয়া যি ব্যাকৰণ চম্স্কিয়ে তাক Universal Grammar-- সার্বজনীন ব্যাকৰণ - আখ্যা দিছে। অৰ্থাৎ সার্বজনীন ব্যাকৰণ হ'ল 'the system of principles, conditions, and rules that are elements or properties of all human languages... the essence of human language' [Chomsky 1976: 29]।

চম্স্কিয়ে দাবী কৰে যে প্ৰতিটো শিশুৱে জন্মসূত্ৰে লাভ কৰে সার্বজনীন ব্যয়াকৰণৰ সূত্ৰসমূহ, যিবোৰে যথাসময়ত শিশুটিৰ অজ্ঞাতেই তাৰ মগজু⁄মনত তাৰ মাতৃভাষাৰ ব ব্যাকৰণৰ বিশেষ সূত্ৰসমূহৰ ৰূপ লয়। অৰ্থাৎ চম্স্কিৰ মতে ভাষা হ'ল মানুহে জন্মসূত্ৰে লাভ কৰা এক বিষয়।

কেনেবোৰ পৰ্যবেক্ষণৰ ওপৰত ভিত্তি কৰিনো চম্স্কি তেওঁৰ সার্বজনীন ব্যাকৰণৰ প্ৰকল্পটোত উপনীত হৈছে আৰু কি পদ্ধতিৰেনো তেওঁ প্ৰকল্পটোৰ সত্যাসত্য পৰীক্ষা কৰিব বিচাৰিছে তাৰে এক ৰূপ ৰেখা,– ভাষা বিজ্ঞানৰ বিশেষ কোনো পূৰ্বজ্ঞান নথকা সাধাৰণ পাঠকৰ কথা মনত ৰাখি, যথাসম্ভৱ সহজ আৰু চুটিকৈ এই প্ৰবন্ধত দাঙি ধৰা হৈছে।

(১)

পঞ্চাশৰ দশকৰ মাজভাগলৈকে এইটো বহলভাৱে বিশ্বাস কৰা হৈছিল যে মানুহৰ ভাষা আহৰণৰ প্ৰক্ৰিয়াটো হ'ল অনুকৰণৰ প্ৰক্ৰিয়া। তাৰ চাৰিওফালে শুনিবলৈ পোৱা

ডাঙৰৰ মাত-কথা অনুকৰণ কৰিয়েই শিশুৱে তাৰ ভাষাটো ক'বলৈ শিকে; শিশুৰ কিবা অশুদ্ধকৈ ক'লে ডাঙৰে সেয়া শুধৰাই দিয়ে আৰু পুনৰাবৃত্তিৰ জৰিয়তে শুদ্ধ ৰূপটো আয়ত্ব কৰিবলৈ তাক উদ্‌গনি দিয়া হয়,— এইটোৱে আছিল প্ৰচলিত ধাৰণা। কিন্তু চমস্কিয়ে আঙুলিয়াই দিছে যে শিশুৱে যি শুনে তাকে উৎপন্ন কৰে বুলি কোৱা কথাটোৰ কোনো ভিত্তি নাই। এটা শিশুৱে মাতৃভাষা হিচাপে ইংৰাজী ভাষাটো আয়ত্ত কৰাৰ এটা পৰ্যায়ত *They went* ৰ ঠাইত কয়, '*they goed*' নাইবা *Two mice* ৰ ঠাইত কয়, '*two mouses*'। অথচ ডাঙৰৰ পৰা সি যি শুনে সি '*They went*' হে '*They goed*' নহয়; '*two mice*' হে, '*two mouses*' নহয়। চমস্কিয়ে আঙুলিয়াই দিছে যে শিশুক অনুকৰণ কৰিবলৈ দিলেও সি ডাঙৰে ব্যৱহাৰ কৰা গাঁথনি অনুকৰণ কৰিবলৈ অসমৰ্থ। কথাটো স্পষ্ট হ'ব যুক্তৰাষ্ট্ৰৰ মনোবিজ্ঞানী মেকনিলে দাখিল কৰা তলৰ কথোপকথনটোৰ পৰা য'ত মাকে বাৰে বাৰে ডাঙৰে কোৱা শুদ্ধ ৰূপটো দাঙি ধৰা সত্ত্বেও শিশুটোৱে তাক ব্যৱহাৰ কৰিব পৰা নাই ঃ

Child : Nobody don't like me
Mother : No Say, 'Nobody likes me'
Child · Nobody don't like me.
[Eight repetitions of this dialogue)
Mother · No, now lisen carefully]
Say 'Nobody likes me.
Child : Oh ! Nobody don't likes me
[Mc Neill, 1966 : 69]

কি প্ৰক্ৰিয়াতনো *went*-ৰ ঠাইত *'goed'*; mice- ৰ ঠাইত *'mouses'* অথবা 'Nobody likes me ৰ ঠাইত 'Nobody don't like me'ৰ জন্ম, —সেই কথালৈ আমি পিছত আহিম, কিন্তু আপাততঃ এইটো স্পষ্ট যে এই প্ৰক্ৰিয়া অনুকৰণৰ প্ৰক্ৰিয়া নহয়। এইখিনিতে আৰু এটা মন কৰিবলগীয়া হ'ল যে উল্লিখিত কথোপকথনটোত শিশুটিক তাৰ ভুলটো শুধৰাই দি শুদ্ধৰূপটো ক'বলৈ উদ্‌গনি দিয়া হৈছে, কিন্তু বাস্তৱত ডাঙৰে কাচিৎ কৰবাতহে শিশুৰ ভুল শুধৰাবলৈ প্ৰয়াস কৰে। শিশু আৰু পিতৃ-মাতৃৰ (নাইবা ডাঙৰৰ) মাজত চলা কথা-বতৰাৰ প্ৰকৃত চেহেৰাৰ ওপৰত হোৱা অধ্যয়নে দেখুৱাইছে যে পিতৃ-মাতৃয়ে শিশুৱে কওঁতে যি ভুল কৰে তাৰ প্ৰতি নহয়, বৰং শিশুৱে কোৱা কথাৰ অৰ্থৰ প্ৰতিহে তেওঁলোকৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰে। ষ্টেইনৰ্বাগে দাবী কৰে যে তেওঁলোক 'more interested in the truth value, appropriateness, or cleverness of what their children say' Steinburg 1982 : 160)। উদাহৰণ স্বৰূপে,

'Mama isn't boy, he's girl - শিশুৱে কৰা এই উক্তি শুনি পিতৃয়ে শুধৰণিৰ ঠাইত শিশুটিক কৈছে, 'That's right'।

(২)

ভাষা আহৰণৰ প্ৰক্ৰিয়াটো যদি অনুকৰণৰ প্ৰক্ৰিয়া নহয়, তেন্তে সেইটো দৰাচলতে কি প্ৰক্ৰিয়া ? প্ৰক্ৰিয়াটো যিয়েই নহওক, এই কথা সঁচা যে প্ৰতিটো ভাষাৰে নিজস্ব একোখন ব্যাকৰণ আছে,[২] আৰু এজন মানুহে ভাষা এটা ক'ব পৰাৰ অৰ্থ হ'ল এই যে মানুহজনৰ সেই ভাষাৰ ব্যাকৰণখনৰ সম্পূৰ্ণ জ্ঞান আছে। অইন কথাত, ভাষা এটাৰ যি ব্যাকৰণ তাৰ সূত্ৰসমূহ প্ৰয়োগ কৰিয়েই আমি সেই ভাষাটোত সীমাহীন সংখ্যক বাক্য উৎপন্ন কৰোঁ, পূৰ্বে কাহানিও নুশুনা বাক্য বুজি পাওঁ, এটা বাক্য শুদ্ধনে অশুদ্ধ তাক নিৰূপণ কৰিব পাৰোঁ।

এতিয়া মন কৰিবলগীয়া কথাটো হ'ল, ব্যাকৰণৰ এই জ্ঞান অচেতন বা চেতন দুয়োবিধেই হ'ব পাৰে। মাতৃভাষাৰ ক্ষেত্ৰত এই জ্ঞান নিঃসন্দেহে অচেতন ঃ মাতৃভাষা আহৰণৰ বাবে কাৰোৰে ব্যাকৰণ পুথি পঢ়াৰ আৱশ্যক নহয়। পৃথিৱীৰ সৰহ ভাগ মানুহ আজিও নিৰক্ষৰ অথচ তেওঁলোকে তেওঁলোকৰ (নিজ নিজ) ভাষাবোৰ সুন্দৰকৈ ক'ব পাৰে। দ্বিতীয়তে পৃথিৱীৰ সৰহসংখ্যক ভাষাৰে ব্যাকৰণ পুথি আজিও লিখা হোৱা নাই। প্ৰশ্ন হ'ল এই যে *অচেতন* জ্ঞান আহিল ক'ৰ পৰা? চমস্কিয়ে কৈছে ঃ

It appears that we recognize a new item as a sentence not because it matches some familier item in any simple way, but because it is generated by the grammar that each individual has *somehow and in some from* internalized . And we understand a new sentence, in part, because we are somehow capable of determining the process by which this sentence is derived in this grammar (Chomsky 1959 : 168) (ইট্যালিক্‌চ লেখকৰ)

কিন্তু *কেনেকৈ* আৰু *কি ৰূপত* বক্তাই তেওঁৰ মাতৃভাষাৰ ব্যাকৰণ আত্মস্থ কৰি লয় ? আমি ইতিমধ্যে উনুকিয়াই অহাৰ দৰে চমস্কিয়ে দাবী কৰে যে বয়ঃসন্ধি প্ৰাপ্তিৰ লেখীয়াকৈ মাতৃভাষা আযত্তকৰণৰ প্ৰক্ৰিয়াটো এক জৈৱিক প্ৰক্ৰিয়া। চমস্কিয়ে যুক্তি দৰ্শায় যে শিশুৱে কি দৰে তাৰ মাতৃভাষাটো আয়ত্ত কৰে তাক ভালদৰে লক্ষ্য কৰিলেই কথাটোৰ সত্যতা বুজিব পৰা যাব। চমস্কিয়ে আঙুলিয়াই দিছে যে মাতৃভাষা আহৰণৰ ক্ষমতা বুদ্ধিমত্তা নাইবা প্ৰেৰণা কোনোটোৰ ওপৰতেই মুঠেও নিৰ্ভৰশীল নহয় – বুদ্ধিমান বা অৰ্কবা, প্ৰেৰণা পোৱা বা নোপোৱা – সকলো শিশুৱেই মাতৃভাষাটো সমানে ক'ব পৰা হয়। চমস্কিয়ে কৈছে, '..... vast differences in intelligence have only a small effect an resulting

competence' (Chomsky 1967:3)। চমস্কিয়ে যুক্তি দর্শায় যে মানৱ মনটো কেতবোৰ নির্দিষ্টা স্বয়ং সম্পূর্ণ গোট (module) ৰ সমাহাৰ, যিবোৰৰ প্রতিটোৰে নিজস্ব গাথনি তথা ধর্ম আছে। ভাষা হ'ল এনে এটি নির্দিষ্ট গোট। সেইদৰে এনে গোটৰ আন এক উদাহৰণ হ'ল স্মৃতিশক্তি। এই গোটবোৰ ইটোৱে সিটোৰ লগত যে ক্রিয়া কৰে তাত সন্দেহ নাই (যেনে ভাষা আৰু স্মৃতিশক্তি, - এই দুই গোটে পৰস্পৰে পৰস্পৰৰ লগত ক্রিয়া কৰে ঃ উদাহৰণ স্বৰূপে আমি কোনো শব্দৰ অর্থ মনত ৰাখিবলৈ স্মৃতিশক্তিৰ প্রয়োগ কৰো), কিন্তু সিবোৰৰ প্রতিটোৰে যে এক স্বাধীন সত্তা আছে তাক মানি লোৱা দৰ্কাৰ (উদাহৰণ স্বৰূপে আমি যেতিয়া কাৰোবাৰ মুখ এখন, কিহবাৰ জুতি, নাইবা কোনো এক গানৰ সুৰ মনত ৰাখো তেতিয়া স্মৃতিশক্তিৰ লগত ভাষাৰ কৰিবলগীয়া একো নাথাকে)। ভাষা যে সাধাৰণ বোধশক্তিৰ পৰা সুকীয়া এক স্বতন্ত্র গোট, চমস্কিৰ এই দাবী বলিষ্ঠভাৱে সমর্থিত হৈছে আজি কিছুবছৰ আগেয়ে আৱিষ্কৃত মানসিকভাৱে অস্বাভাবিকভাৱে কেতবোৰ ল'ৰা-ছোৱালীৰ ভাষিক আচৰণৰ পৰা। উদাহৰণ স্বৰূপে এওঁলোকৰ মাজৰ মার্টা নামৰ ছোৱালীজনীয়ে অতি সাৱলীলভাৱে নিখুঁত গাঁথনিযুক্ত বাক্য ক'ব পাৰে, কিন্তু অর্থৰ ফালৰ পৰা সিবোৰ গোলমলীয়া ধৰণৰ ঃ *'Iwas sixteen last year and now I' m ninteen this year' (cited in Aitchinson 1992:24)*। সাম্প্রতিক কালত বনমানুহৰ ভাষিক ক্ষমতাৰ ওপৰত চলোৱা পৰীক্ষা-নিৰীক্ষাইও এইটো সন্দেহাতীতভাৱে প্রমাণ কৰে যে যদিও সিবোৰ অইনধৰণে অতি বুদ্ধিমান জীৱ তৎসত্ত্বেও মানৱ ভাষা আয়ত্তকৰণ সিহঁতৰ ক্ষমতাৰ বাহিৰত) Herbert Tarrace in Yule 1985:29)।

চমস্কিয়ে আৰু আঙুলিয়াই দিছে যে শিশুৱে তাৰ চাৰিওফালে যি মাত-কথা নাইবা ডাঙৰে যেতিয়া তাৰ লগত কথা পাতে নাইবা ডাঙৰে-ডাঙৰে যেতিয়া কথা পাতে) সি খণ্ডিত (অর্থাৎ টুকুৰা-টুকুৰ), গাঁথনিগতভাৱেও নিখুঁত নহয় (অর্থাৎ লিখিত ভাষাৰ নিখুঁত গাঁথনিৰ দৰে), পৰিমাণতো সেই মাত কথা (Chomsky 1967:6)। এনে মাত কথা *সচেতনভাৱে* বিচাৰ-বিশ্লেষণ কৰি ভাষাটোৰ প্রকৃত ব্যাকৰণিক নীতি-নিয়মখিনি উলিয়াই লৈ সেইখিনি আয়ত্ত কৰিবলৈ শিশু এটাৰ সাধাৰণ বুদ্ধিমত্তা তেতিয়াও বিকাশ লাভ কৰা নাই (এটা শিশুৱে ৫/৬ বছৰত ভৰি দিয়াৰ পূর্বেই নিজৰ মাতৃভাষাটো আয়ত্ত কৰি পেলায় আৰু ই এক বিশ্বজনীন ঘটনা) (Chomsky 1967:6)। আচৰিত নহয় যে কেৱল তাৰ মাতৃভাষাটোৱেই নহয়, পৃথিৱীৰ যি কোনো ভাষাই শিশুৱে অতি খণ্ডিত, ত্রুটিপূর্ণ, আৰু সীমিত পৰিমাণৰ মাতকথাৰ (সেই ভাষাৰ) ওপৰত ভিত্তি কৰিয়েই চমস্কিয়ে কৈছে,

( Now) in the case of natural capacity like language, it just happens, the way you learn to walk In other words, language is not really something you learn. Acquisition of language is some-

thing that happens to you,, it's not something you do Learning language is something like undergiong puberty You don't learn to do it; you don't do it because you see other people doing it, *you are just* designed to *do it at a certain time* (Chomsky 1988: 173-4)। (ইট্যালিকচ লেখকৰ)।

(৩)

অর্থাৎ মানৱ মনটো এক *tabua rasa* বা উকা ফলি নহয়। শিশুটোৱে কথা ক'ব পৰা হোৱাৰ আগৰে পৰা তাৰ মগজু/মনত মজুত থাকে সাৰ্বজনীন ব্যাকৰণৰ সূত্ৰসমূহ। কোনো এটা ভাষাৰ সংস্পৰ্শলৈ অহাৰ লগে লগেই এই সূত্ৰসমূহ সক্ৰিয় হৈ উঠে আৰু উক্ত ভাষাৰ বিশেষ ব্যাকৰণখনে ৰূপ গ্ৰহণ কৰে। অর্থাৎ ভাষা আহৰণ কৰাৰ প্ৰক্ৰিয়াটো হ'ল সাৰ্বজনীন ব্যাকৰণৰ সূত্ৰসমূহে এক বিশেষ ব্যাকৰণৰ ৰূপ গ্ৰহণ কৰাৰ প্ৰক্ৰিয়াটো। চমস্কিয়ে কৈছে - UG [Universal Grammar] may be regarded as a chracterisation of the genetically determined language faculty. On way think of this faculty as a 'language acquisition device', on innate component of the human mind that yeids a particular language through interaction with presented experience, a device that converts experience into a system of knowledge attained: knowledge of one or other language (Chomsky 1986:3)।

চমস্কিয়ে আৰু আঙুলিয়াই দিছে যে যদিহে কোনো শিশুৱে বয়ঃসন্ধিৰ পূৰ্বেই তাৰ প্ৰথমভাষাটো আয়ত্ত নকৰে তেন্তে তাৰ পক্ষে ভাষা আহৰণ কৰাটো আৰু সম্ভৱ নহ'বও পাৰে। চমস্কিয়ে যুক্তি দৰ্শায় যে এক জৈৱিক বস্তু হিচাপে সাৰ্বজনীন ব্যাকৰণৰ এক নিজস্ব জিনেটিক (genetic) সময় সূচী আছে। যথাসময়ত ইয়াৰ যথোপযুক্ত ব্যৱহাৰ নহলে গছৰ গুটি এটাই হেৰুৱাৰ লেখীয়াকৈ ই তাৰ অন্তৰ্হিত শক্তি হেৰুৱাই পেলাব (Chomsky 1986 :2)।

এতিয়া কথা হ'ল বিশ্বজনীন ব্যাকৰণৰ সূত্ৰসমূহ কেনেকৈ চিনাক্ত কৰা যায় ? চমস্কিয়ে দাবী কৰে যে এক জৈৱিক বিষয় হিচাপে ভাষা হ'ল শেষ বিচাৰত এক শাৰীৰিক অৱয়ৱযুক্ত বস্তু, অর্থাৎ ভাষাৰ ব্যাকৰণৰ সূত্ৰসমূহৰ কিবা নহয় কিবা প্ৰকাৰৰ শাৰীৰিক ৰূপ মগজুত নিশ্চয় থাকিব লাগিব। চমস্কিয়ে কৈছে ঃ Ultimately the study of language is part of human Biology' (Chomsky 1980: 226) । কিন্তু মস্তিষ্ক বিজ্ঞানৰ এই পৰ্যায়ত মানৱ মস্তিষ্কৰ পৰীক্ষাৰ জৰিয়তে সিবোৰৰ শাৰীৰিক ৰূপ চিহ্নিত কৰাৰ কোনো পোনপটীয়া উপায় নাই। (Chomsky 1988 ;186)। চমস্কিয়ে ৰসিকতা কৰি কৈছে, "If we had, say Nazi doctors, they

could begin to cut apart the human brain, and they could probably discover what the physical mechanins are [Chomsky 1988 . 186)। কিন্তু যিহেতুকে এই হিটলাৰী পথ বন্ধ, 'You have to be much more clever about how you proceed to try to find the answers [Chomsky 1988 : 187]।

এনেস্থলত ভাষা-বিজ্ঞানীজনৰ সন্মুখত খোলা থকা একমাত্ৰ পথটো হ'ল জেনৰেটিভ ব্যাকৰণ (generative grammar) - ৰ ৰূপত বক্তাৰ মগজু/মনত অৱস্থিত তেওঁ কোৱা ভাষাটোৰ ব্যাকৰণৰ জ্ঞানখিনিৰ সম্পূৰ্ণৰূপে উলিয়াই অনা (প্ৰকৃতি-প্ৰদত্ত জ্ঞান হিচাপে ই সকলো ব্যক্তিৰ ক্ষেত্ৰত সমান)। এটা ভাষাৰ জেনেৰেটিভ ব্যাকৰণ হ'ল সীমিত সংখ্যক এনে কেতবোৰ সূত্ৰৰ সমষ্টি যিবোৰে ভাষাটোত ইতিমধ্যে উচ্চাৰিত আৰু ভবিষ্যতে উচ্চাৰিত হ'বলগীয়া প্ৰতিটো বাক্যৰ গাঁথনি যথাযথভাৱে ফঁৰিয়াই দেখুৱাব পাৰে, ক্ৰটিপূৰ্ণ বাক্য এটা কিয় ক্ৰটিপূৰ্ণ তাক ব্যাখ্যা কৰিব পাৰে। অৰ্থাৎ জেনেৰেটিভ ব্যাকৰণ হ'ল বক্তাৰ মগজু/মনত থকা ভাষিক জ্ঞানৰ আচল, পূৰ্ণ ৰূপ। এনেকৈ আমি যদি অন্ততঃ এটা ভাষাৰ এক বিস্তৃত জেনেৰেটিভ ব্যাকৰণ লিখি উলিয়াব পাৰো, আৰু যদি আমি দেখুৱাব পাৰো যে এই ব্যাকৰণৰ অংশবিশেষ আমি ভাষিক অভিজ্ঞতাৰ পৰা, — অৰ্থাৎ, ভাষাটোৰ সংস্পৰ্শলৈ অহাৰ পাচত আহৰণ কৰা, তেন্তে বাকী থকা অংশই হ'ব *বিশ্বজনীন ব্যাকৰণ*, যাক জন্মসূত্ৰে লাভ কৰা হয় বুলি চমস্কিয়ে দাবী কৰে। চমস্কিয়ে ইংৰাজী ভাষাটোৰ জেনেৰেটিভ ব্যাকৰণৰ ওপৰত ভিত্তি কৰিয়েই সাৰ্বজনীন, ব্যাকৰণৰ সূত্ৰসমূহ নিৰ্ণয় কৰিব বিচাৰিছে (Chomsky 1986 37)।

(৪)

চমস্কিৰ মতে সাৰ্বজনীন ব্যাকৰণৰ দুবিধ সূত্ৰ আছে। ইয়াৰে এবিধ হ'ল সাৰ্বজনীন সূত্ৰ (চমস্কিৰ পৰিভাষাত *Principle(s)*, আৰু আনবিধ হ'ল ভিন্নতাৰ সূত্ৰ (চমস্কিৰ পৰিভাষাত *Parameter(s)*।




চমস্কিয়ে দেখুৱাইছে যে সাৰ্বজনীন সূত্ৰসমূহৰ অন্যতম হ'ল গাঁথনি নিৰ্ভৰতাৰ সাৰ্বজনীন সূত্ৰ (চমস্কিৰ পৰিভাষাত (Principle of *structure - depend-*

*ency*)। এই সাৰ্বজনীন সূত্ৰটি বুজিবলৈ তলৰ বাক্যদুটালৈ মন কৰা হওক ঃ

(১) I wonder who the men expected to see them.

(২) The men expected to see them.

প্ৰথমটো উদাহৰণত *them*,— এই সৰ্বনামটোৱে *the men* - ক বুজাইছে, কিন্তু দ্বিতীয় বাক্যটোত সি সেই অৰ্থ কৰা নাই। চমস্কিয়ে আঙুলিয়াই দিছে যে ইংৰাজী ভাষাটো মাতৃভাষা হিচাপেই নহয়, দ্বিতীয় ভাষা হিচাপে শিকা শিশু এটাকো এনেবোৰ বাক্যৰ ক্ষেত্ৰত সৰ্বনামবোৰৰ অৰ্থ উলিওৱাৰ সূত্ৰ শিকোৱাৰ প্ৰয়োজন নাই। চমস্কিয়ে প্ৰশ্ন কৰিছে এইদৰে, 'How does every child know, unerringlly, to interpret the clause differently in the two cases ? And why does no pedagogic grammar have to draw the learner's attantion to such facts ?' (Chomsky 1986 : 8)। উত্তৰটো হ'ল, শিশুৱে জন্মগতভাৱেই জানে যে পৃথিৱীৰ ভাষাসমূহ গাঁথনিনিৰ্ভৰ। অৰ্থাৎ যিকোনো ভাষাৰ এটা বাক্য কেতবোৰ শব্দৰ এক সৰল শৃংখল মাথোন যে নহয়, প্ৰতিটো বাক্যৰ যে একোটাইঁত অন্তৰ্নিহিত গাঁথনি আছে, এই কথা শিশুৱে অচেতনভাৱেই জানে। ঠিক এইবাবেই অলপো নভবা-নিচিন্তাকৈয়ে শিশু এটাই উপৰোক্ত বাক্য দুটাৰ অৰ্থ যথাযথভাৱে মুহূৰ্তত্তে ভাঙিব পাৰে।

অৰ্থাৎ, গাঁথনি-নিৰ্ভৰতা হ'ল জন্মগত এক সাৰ্বজনীন সূত্ৰ। এই সূত্ৰ ভংগ হোৱাৰ উদাহৰণ আজিলৈকে কতো পাবলৈ নাই। আমি ইতিমধ্যে উনুকিয়াই অহাৰ দৰে ইংৰাজী দ্বিতীয় ভাষা হিচাপে শিকা শিশু এটাইও them। সৰ্বনামটোৱে উপৰোক্ত উদাহৰণ দুটাত কি অৰ্থ কৰিছে তাক নিশিকোৱাকৈয়ে ক'ব পাৰে (Cook in Odlin 1994 : 30)। ইয়াৰ অৰ্থ এয়ে শিশুটোৰ মাতৃভাষাটোৱেও গাঁথনি নিৰ্ভৰতাৰ সূত্ৰ মানি চলে।

স্থানান্তৰত উল্লেখ কৰা হৈছে যে কেৱল গাঁথনি-নিৰ্ভৰতাৰ দৰে সাৰ্বজনীন সূত্ৰসমূহেৰেই সাৰ্বজনীন ব্যাকৰণ গঠিত নহয়। এনে হোৱা হ'লে বেলেগ বেলেগ ভাষাৰ বেলেগ বেলেগ ব্যাকৰণ নাথাকিলহেঁতেন। চমস্কিয়ে দাবী কৰিছে যে পৃথিৱীৰ ভাষাসমূহৰ ব্যাকৰণৰ যি ভিন্নতা সি অবাধ বা অসংযত নহয়। অথচ এই দাবী উত্থাপিত হোৱাৰ পূৰ্বে এই ভিন্নতা অবাধ তথা অসংযত বুলিয়েই ভবা হৈছিল ঃ 'language could differ from each other without limit and in unpredictable way's - Marthin Joos/ চমস্কিয়ে দাবী কৰে যে আপাতদৃষ্টিত অবাধ আৰু অসংযত এই ভিন্নতাৰ এক কেন্দ্ৰীয় অংশ আছে যাক কেতবোৰ বিশেষ সূত্ৰত সূত্ৰবদ্ধ কৰা যায়। যেনে, পৃথিৱীৰ ভাষাসমূহৰ এভাগত কৰ্তাৰ উল্লেখ ঐচ্ছিক (উদাহৰণ স্পেনিছ, ইটালীয়ান,

চীনা, আৰবী, অসময়ী, ইত্যাদি ভাষা), অইন ভাগ ভাষাৰ ক্ষেত্ৰত ই বাধ্যতামূলক (উদাহৰণ ঃ ইংৰাজী, ফৰাচী, জাৰ্মান, ইত্যাদি ভাষা)। অৰ্থাৎ কৰ্তাৰ ঐচ্ছিকতা পৃথিবীৰ এভাগ ভাষাৰ এক বৈশিষ্ট্য,যিটো বৈশিষ্ট্য অইন ভাগ ভাষাৰ নাই।)

কৰ্তাৰ ঐচ্ছিকতা -- এই ভাশিক বৈশিষ্ট্যটোকে চমস্কিৰ পৰিভাষাত *Pro-drop*। (অৰ্থাৎ কৰ্তা বাদ (drop)। দিব পাৰি) বোলা হৈছে। সেয়ে এই বৈশিষ্ট্যযুক্ত ভাষা, যেনে স্পেনীছ, অসমীয়া আদিক +*PD* ভাষা, আৰু এই বৈশিষ্ট্যহীন ভাষা, যেনে ইংৰাজী, ফৰাচী আদিক PD ভাষা বোলা হয়।'

অৰ্থাৎ ভাষাসমূহৰ মাজৰ ভিন্নতাৰ এক সূত্ৰ হ'ল কৰ্তাৰ ঐচ্ছিকতা - এই ভাষিক বৈশিষ্ট্যটো, যিটো কোনো এটা ভাষাত উপস্থিত থাকে, নহয় অনুপস্থিত থাকে। ভিন্নতাৰ এই সূত্ৰক চমস্কিৰ পৰিভাষাত pro-drop parameter বোলা হৈছে।

pro-drop parameter- টোৰ তেতিয়াহলে দুটা মূল্য আছে। ইয়াৰে এটা হ'ল *pro-drop* বৈশিষ্ট্যসূচক মূল্য (বা, +*PD মূল্য*), আনটো হ'ল pro-drop বৈশিষ্ট্যৰহিত মূল্য (বা, — PO মূল্য)।




ওপৰৰ আলোচনাৰ পৰা এই কথাত আমি বুজি পাওঁ যে যিকোনো এটা ভিন্নতাৰ সূত্ৰ এক বিশেষ ভাষিক বৈশিষ্ট্যক লৈ গঠিত হয়, তাৰ দুটা মূল্য থাকে। প্ৰথমটো হ'ল, উক্ত ভাষিক বৈশিষ্ট্যটো থকা মূল্যটো (থোৰতে,+ *মূল্য*), দ্বিতীয়টো হ'ল, উক্ত ভাষিক বৈশিষ্ট্যটো নথকা মূল্যটো (থোৰতে, — মূল্য)।

চমস্কিয়ে দাবী কৰে যে পৃথিবীৰ ভাষাসমূহৰ এই ভিন্নতাৰ সূত্ৰসমূহো শিশুৱে জন্ম সূত্ৰে লাভ কৰে। তাৰ মাতৃভাষাৰ সংস্পৰ্শলৈ অহাৰ পাচত শিশুটোৱে সেই ভাষাৰ ক্ষেত্ৰত খাপ খোৱাকৈ প্ৰতিটো ভিন্নতাৰ সূত্ৰৰ সঠিক মূল্যটো নিৰূপণ কৰে। উদাহৰণস্বৰূপে মাতৃভাষা বিচাপে অসমীয়া ভাষাটোৰ সংস্পৰ্শলৈ অহা এটা শিশুৱে pro-drop ভিন্নতাৰ সূত্ৰটোৰ +PD মূল্যটো বাছি ল'ব, কাৰণ এই মূল্যটোহে অসমীয়া ভাষাৰ ক্ষেত্ৰত প্ৰযোজ্য। অইন কথাত, অসমীয়া ভাষাটোৰ বাবে সঠিক মূল্যটো হ'ল +PD মূল্যটো। এইদৰে শিশুটোৱে তাৰ ভাষাটোৰ বাবে *প্ৰতিটো* ভিন্নতাৰ সূত্ৰৰ সঠিক মূল্যটো নিৰূপণ কৰি যায়।

ভিন্নতাৰ সূত্ৰ (১)



ভিন্নতাৰ সূত্ৰ (২)



ভিন্নতাৰ সূত্ৰ (৩)



+মূল্য —মূল্য +মূল্য —মূল্য +মূল্য —মূল্য

অৰ্থাৎ, সংস্পৰ্শলৈ অহা ভাষাটোৰ বাবে এইদৰে সঠিক মূল্য নিৰ্ধাৰণ কৰি যোৱাৰ অৰ্থ হ'ল শিশুৰ মগজুত সেই ভাশাৰ ব্যাকৰণ কেন্দ্ৰীয় অংশটোৰ বিকাশ। এইখিনিতে উনুকিয়াব পাৰি যে ডাঙৰৰ পৰা শুনা টুকুৰা-টুকুৰ মাত-কথাৰ পৰাই, অৰ্থাৎ খণ্ডিত আৰু ক্ৰটিপূৰ্ণ ভাষিক সাক্ষ্যৰ ওপৰত ভিত্তি কৰিয়েই শিশুৰ মগজুৱে ভাষাটোৰ বাবে সঠিক মূল্যবোৰ বাছি উলিয়াব পাৰে। শিশুৰ অজ্ঞাতেই এই সকলো ঘটে আৰু তাৰ ভাষাটোৰ লগত ৰজিতা খোৱাকৈ প্ৰতিটো ভিন্নতাৰ সূত্ৰৰ সঠিক মূল্যটো নিৰূপিত হৈ যোৱাৰ পাচত শিশুটোৱে অতি সহজে ভাষাটো শুদ্ধকৈ ক'ব পৰা হয়।

(৫)

সাৰ্বজনীন সূত্ৰ তথা ভিন্নতাৰ সূত্ৰসমূহৰ আটাইবোৰেই শিশুটোৱে জন্মৰ লগে লগে লাভ কৰে নে নাই সিবোৰৰ কিছুমান শিশুটো বাঢ়ি অহাৰ লগে লগেহে মগজুত দেখা দিয়ে, সেই কথা এতিয়াও থিৰাংকৈ ক'ব পৰা হোৱা নাই। ইংৰাজী যদিও এক - PD মূল্যৰ ভাষা, তৎসত্বেও দেখা যায় যে ইংৰাজ শিশুবোৰে কোৱা বাক্যবোৰত প্ৰথম কৰ্তা নাথাকে। যেনে, I want more bubbles; I wash my hand ৰ ঠাইত সিহঁতে প্ৰথম কয় 'Want more bubbles; Now wash my hands'(Hymans 1986 :31) । হাইমচে দাবী কৰে যে এটিটো ভিন্নতাৰ সূত্ৰৰ মূল্য নিৰূপণৰ এক বিশেষ পদ্ধতি Hyams 1986)। অৰ্থাৎ, এই দাবী অনুসৰি প্ৰথমে শিশুৱে ভিন্নতাৰ সূত্ৰ এটাৰ যিকোনো এটা মূল্য বাছি লয় আৰু তাৰ পাচতহে এই বাছি লোৱা মূল্যটো তাৰ ভাষাটোৰ বাবে সঠিক নে বেঠিক মূল্য তাক বিচাৰ কৰি চায়। যদি প্ৰথমে বাচি লোৱা মূল্যটোৱেই তাৰ ভাষাটোৰ বাবে সঠিক হয় তেন্তে মূল্যৰ পুনৰ নিৰ্ধাৰণৰ প্ৰয়োজন আৰু নাথাকে। অন্যথা মূল্যৰ পুনৰ নিৰ্ধাৰণৰ প্ৰয়োজন হৈ পৰে। হাইমচে দাবী কৰে যে এই কাৰণতেই ইংৰাজী এক -PD মূল্যৰ ভাষা হোৱা সত্বেও ইংৰাজ শিশুবোৰে প্ৰথমে' +PD মূল্যৰ ভাষাৰ বাক্যৰ দৰে কৰ্তাবিহীন বাক্য কোৱাতো একো আচৰিত নহয়, মূল্যৰ পুনৰ নিৰ্ধাৰণৰ পাচতহে সিহঁতৰ বাক্যবোৰত কৰ্তাই ভুমুকি মাৰিবলৈ লয়।

আন কিছুমানৰ (Borer and Wexler 1987) মতেআকৌ ইংৰাজ শিশুবোৰে কৰ্তাবিহীন বাক্য কোৱাৰ অৰ্থ হ'ল সিহঁতৰ মগজুত তেতিয়ালৈকে Pro-drop parameter – টো দেখা দিয়াই নাই। অৰ্থাৎ, এই দাবী অনুসৰি সকলোবোৰ সাৰ্বজনীন সূত্ৰ নাইবা ভিন্নতাৰ সূত্ৰ শিশুটোৱে জন্মৰ লগে লগে লাভ নকৰে। pro-drop parameter

- টো মগজুত দেখা দিয়াৰ লগে লগে সিহঁতে নিজৰ ভাষাটোৰ বাবে সঠিক মূল্যটো একেকোবেই নিৰূপণ কৰি পেলায় (এই ক্ষেত্ৰত - PD মূল্যটো, যিহেতুকে ইংৰাজী এক -PD মূল্যৰ ভাষা) আৰু সিহঁতে কোৱা বাক্যত কৰ্তাই যথাযথভাৱে ভূমুকি মাৰে। চমস্কিৰ মতে অৱশ্যে ইংৰাজ শিশুবোৰে যেতিয়া pro-drop parameter টোৰ মূল্য নিৰূপণ কৰে তেতিয়া প্ৰথমে +PD আৰু - PD মূল্যৰ মাজৰ নিৰপেক্ষ মূল্যটোহে লয় (Chomsky 1981)। সেয়ে ইংৰাজ শিশুৱে কোৱা বাক্যবোৰত প্ৰথম প্ৰথম কৰ্তা নাথাকে। নিৰপেক্ষ মূল্যৰ পৰা সঠিক মূল্যলৈ অহাৰ পাচতহে (এই ক্ষেত্ৰত - PD মূল্য) ইংৰাজ শিশুৰ বাক্যত কৰ্তাই ভূমুকি মাৰিবলৈ লয়।

উপৰোক্ত দাবীবোৰৰ যিটোৱেই শেষপৰ্যন্ত প্ৰতিষ্ঠিত নহওক কিয়, সিবিলাকৰ পৰা এই কথা স্পষ্ট হয় যে ভিন্নতাৰ সূত্ৰসমূহৰ সঠিক মূল্য নিৰূপিত হোৱাৰ এক জিনেটিক সময়সূচী আছে। প্ৰথম দাবীটোৰ ক্ষেত্ৰত দেখা যায় য়ে মূল্যৰ পুনৰ নিৰ্ধাৰণৰ প্ৰয়োজনীয়তাৰ বিচাৰ নোহোৱা পৰ্যন্ত আৰু সেই মতে ব্যৱস্থা কাৰ্যকৰী নোহোৱা পৰ্যন্ত শিশু এটাই ভুল বাক্য (প্ৰাপ্ত বয়স্কৰ ব্যাকৰণৰ দৃষ্টিকোণৰ পৰা) কোৱাৰ সম্ভাৱনা থাকিব। এই বিচাৰ আৰু সেইমতে ব্যৱস্থা কাৰ্যকৰী হোৱাৰ এক নিৰ্দিষ্ট জিনেটিক সময়সূচী থাকিব। চমস্কিৰ দাবীটোৰ ক্ষেত্ৰতো একেই কথা খাটিব, অৰ্থাৎ নিৰপেক্ষ মূল্যৰ পৰা সঠিক মূল্যলৈ অহালৈকে শিশুটোৱে ভুল বাক্য উৎপন্ন কৰিব।

এতিয়া মন কৰিবলগীয়া কথাটো হ'ল এই যে এই জিনেটিক সময়সূচীৰ বাহিৰত যদি এটি ইংৰাজ শিশুক 'Want more bubbles' - ৰ ঠাইত 'I want more bubbles' ক'বলৈ শিকোৱা যায় তেন্তে সেই প্ৰচেষ্টা বিফল হ'বলৈ বাধ্য। দ্বিতীয় দাবীটোৰ ক্ষেত্ৰতোএকে কথাই খাটিব। অৰ্থাৎ pro-drop ভিন্নতাৰ সূত্ৰটো মগজুত দেখা দিয়াৰ যি জিনেটিক সময় তাৰ পূৰ্বেই এটা ইংৰাজ শিশুক বাক্যত কৰ্তাৰ ব্যৱহাৰ শিকালেও একো ফল পোৱা নাযাব। এটা ইংৰাজ শিশুৱে এটা নিৰ্দিষ্ট সময়লৈ কিয় went - ৰ ঠাইত 'goed ' কয়, miceৰ ঠাইত 'mouses' কয়, নাইবা Nobody likes me - ৰ ঠাইত 'Nobody don't like me' কয় আৰু এই ক্ষেত্ৰত শুধৰণিয়ে কিয় একো ফল নিদিয়ে - তাক এই দৃষ্টিকোণৰ পৰা বুজিব পাৰি।

(৬)

ইতিমধ্যে যি আলোচনা কৰা হ'ল সি সাৰ্বজনীন ব্যাকৰণৰ এক সাধাৰণ আভাসৰ বাহিৰে অইন একো নহয়। চমস্কিৰ সাৰ্বজনীন ব্যাকৰণৰ এক কেন্দ্ৰীয় বিষয় হ'ল, কি দৰে এই ব্যাকৰণৰ দুই উপাদান, *সাৰ্বজনীন* সূত্ৰ আৰু ভিন্নতাৰ সূত্ৰসমূহে পৰস্পৰে পৰস্পৰৰ লগত ক্ৰিয়া কৰে। বিষয়টোৰ আলোচনা অৱশ্যাই আমাৰ এই প্ৰবন্ধৰ পৰিসৰৰ বাহিৰত। ইয়াত মাথো ইয়াকে উনুকিয়াব পাৰি যে এই সম্পৰ্কে তেওঁৰ শেহতীয়া চিন্তা তথা গৱেষণাক চমস্কিয়ে *Minimalist Program* নামেৰে আগবঢ়াইছে।*

## সূত্ৰ নিৰ্দেশ ঃ


Aitchinson, J. 1992 *An Introduction to Language and Mind.* Penguin.
Borer, H. and K. Wexler. 1987. The maturation of syntax. In Roepér. T. and E.,Williams (eds) 1987. *Parameter Seting.* Dordrecht, Reidel.
Chomsky, No 1959 Review of skeniner's verbal behavior. Reprinted in Jakobvits and Miron . 1967 *Reading in the Psychology of Language.* New Jersey; Prentice Hall.
Chomsky N. 1967. Recent contribution to the theory of innate ideas. Synthesis, 17.2.11.
Chomsky, N. 1976. *Reflectıons on Language*. Temple Smith.
Chomsky, N. 1986 *Knowledge of Language; ıts Nature, Drigın and use*, New york; Praeger.
Chomsky, N. 1988. *Language and Problems of Knoweldge*, Cambridge; Mass, MIT Press.
Cook, V. 1994. Universal grammar and the learning and teaching of second Language. IN Odlin T (ed). 1994. *Perspective on Pedagogical Grammar.* Cambridge; CUP.
Hyams, N. 1986 *Language Acquisition and the Theory of Paraıneters.* Dordrecht Reidel.
Me. Neill, 1966 Developmental Psychologiustics In Smith, F. and G. Miller (eds). 1966. *The Genesis of Languagei* A *Psycholinguistic Approach.* Cambridge, Mass; MIT Press.
Steinburg, D.D. 1982. Psycholinguistics London: Longman.
Yule, G. 1985. The Study of Language : An Introduction, Cambridge: CUP


---

১) *মাতৃভাষা* শব্দটো এই প্ৰবন্ধত *প্ৰথম ভাষা* অৰ্থত ব্যৱহাৰ কৰা হৈছে। যিকোনো এজন মানুহে জীৱনত অন্ততঃ এটা ভাষা জানে। ওই ভাষাটোকে *প্ৰথম ভাষা* বোলা হয়। এই *প্ৰথম ভাষাটো* বেছিভাগ ক্ষেত্ৰতে মানুহজনৰ *মাতৃভাষাটো*। কিন্তু কেতিয়াবা ই *মাতৃভাষা* নহবও পাৰে। সেয়ে আজিকালি *প্ৰথম ভাষা* শব্দটো বেছিকৈ ব্যৱহাৰ হ'বলৈ ধৰিছে। তথাপি এই প্ৰবন্ধত আমি *মাতৃভাষা* শব্দটোৱেই ব্যৱহাৰ কৰিছো।

২) *ব্যাকৰণ* আৰু *ব্যাকৰণ পুথি* একে বস্তু নহয়। এটা ভাষাই মানি চলা সূত্ৰসমূহক একেলগে সেই ভাষাৰ *ব্যাকৰণ* বোলা হয়। আৰু এই সূত্ৰসমূহ আৱিষ্কাৰ কৰি পুথি আকাৰে উলিয়ালে তাক সেই ভাষাৰ *ব্যাকৰণ পুথি* বোলে। পৃথিৱীৰ প্ৰতিটো ভাষাৰে *ব্যাকৰণ* আছে, কিন্তু সিবিলাকৰ বেছিভাগৰে এই পৰ্যন্ত *ব্যাকৰণ পুথি* নাই।

৩) এই শতিকাৰ প্ৰথমৰ ফালে উত্তৰ ভাৰতৰ কোনো এখন গাৱঁৰ পৰা অমলা আৰু কমলা নামৰ এহাল শিশুক এজনী কুকুৰনেচীয়া বাঘে চুৰি কৰি নিয়ে। চুৰি নিয়াৰ সময়ত সিহঁতৰ মাত ফুটা নাছিল। প্ৰায় বোল্ল বছৰৰ পাছত হেৰোৱা দুজনীক যেতিয়া কুকুৰনেচীয়াজনী থকা হাবিত জীৱিত অৱস্থাত উদ্ধাৰ কৰা হয় সিহঁতে কোনো ভাষা ক'ব নোৱাৰিছিল। কিন্তু উদ্ধাৰ হোৱাৰ পাছত সিহঁতক ভাষা শিকোৱাৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হয়।



# ভংগী-বিজ্ঞান

## নাহেন্দ্ৰ পাদুন

গ্ৰীক ভাষাৰ Kineo শব্দৰ অৰ্থ লৰচৰ কৰা বা গতি কৰা। এই শব্দৰ লগত -ics প্ৰত্যয় সংযোগ কৰি 'বিজ্ঞান' অৰ্থসূচক কৰা হৈছে। অৰ্থাৎ লৰচৰ কৰা বা গতি কৰা সম্পৰ্কীয় বিজ্ঞান। গতিকে একপ্ৰকাৰে সন্দটোৰ অৰ্থ হ'ব - গতিবিজ্ঞান। কিন্তু এই গতিবিজ্ঞান পদাৰ্থবিজ্ঞানৰ গতিৰ সৈতে একে নহয়। Kinesics শব্দৰ অৰ্থই বিশেষভাৱে শাৰীৰিকভাৱে কৰা, গতি কৰা বিজ্ঞানক বুজায়। গতিকে kinesics শব্দই শৰীৰৰ অংগ-প্ৰত্যংগৰ চালনাৰ বিজ্ঞানসম্মতভাৱে অধ্যয়ন কৰাৰ প্ৰণালীটোক বুজায়।

মানুহে নিজৰ ভাব ব্যক্ত কৰিবলৈ কেৱল মুখেৰে শব্দ উচ্চাৰণ কৰিয়েই ক্ষান্ত নাথাকে। নিজৰ ভাব প্ৰকাশ কৰিবৰ কাৰণে বাগিন্দ্ৰীয় উচ্চাৰিত ধ্বনিত বাদেও হাতেৰে অংগভংগী কৰি চকুৰ ঠাৰেৰে ইংগিত দি, মূৰ দুপিয়াই নানা ধৰণৰ অৰ্থ প্ৰকাশক অংগ চালনা কৰে। এনে অংগ চালনাই বক্তব্য বিষয়টোক অধিক অৰ্থবহ কৰি তোলে। সেই অৰ্থত শৰীৰৰ অংগ ভংগীও একপ্ৰকাৰৰ ভাষা। সেইবাবে Kinesics শব্দৰ আন এটা প্ৰয়োগত অৰ্থ হ'ল শৰীৰ ভাষা (Body Language)।

মৌখিক ভাষাই হওক অথবা শৰীৰৰ ভাষাই হওক, ভাষাৰ প্ৰাথমিক কাম হ'ল বক্তাই দ্বিতীয় এজন ব্যক্তি বা একাধিক ব্যক্তিৰ লগত সংযোগ (Communicate) স্থাপন কৰা। এই সংযোগ পদ্ধতিটোক সংজ্ঞাপনা (communication) বুলি কোৱা হৈছে। সংজ্ঞাপনাৰ বিভিন্ন দিশ আছে। হাঁহি, কান্দোন, চিঞৰ, নিকট-দূৰত্ব অনুযায়ী চিঞৰ, হাত-মুখ, চকুৰ ইংগিত, নীৰৱতা-সৰৱতা, এই আটাইবোৰ দিশক লৈ সংজ্ঞাপনাত অধ্যয়ন কৰা হয়। সেই অৰ্থত শৰীৰ ভাষাও এক প্ৰকাৰ সংজ্ঞাপনাৰে অন্তৰ্গত বিষয়।

শৰীৰ ভাষা বোলোতে মানুহৰ শৰীৰ চালনা কৰিব পৰা অংগ যেনে,- মূৰ, চকু, চকুৰ চেলাউৰি, চকুৰ পতা, হাত, হাতৰ আঙুলি, কান্ধ, কঁকাল, ভৰি ইত্যাদিৰে প্ৰকাশ কৰা অৰ্থসূচক চালনা বা চাল-চলনক বুজায়। এই অংগ চালনাৰ লগত মৌখিক ধ্বনি জড়িত থাকিবও পাৰে বা নাথাকিবও পাৰে। দূৰৰ এজন মানুহক মাতোতে মুখৰ শব্দৰ লগত হাতবাউল দিয়া ইংগিত থাকিব পাৰে। অথবা মুখেৰে শব্দ নকৰাকৈ কেৱল হাতবাউলেৰে

মাত্তিব পাৰে। সেইবাবে শৰীৰ ভাষা সৰৱ আৰু নিৰৱ দুই প্ৰকাৰৰ হ'ব পাৰে। অৰ্থাৎ শৰীৰ ভাষা শব্দাশ্ৰয়ী আৰু শব্দ নিৰাশ্ৰয়ী এই দুটা ভাগত বিভক্ত।

সামাজিক অনুষ্ঠান, সভা-সমিতি, সকাম-নিকামত অংশ গ্ৰহণ কৰোতে কেৱল কথা-বতৰাতে নহয়, শৰীৰৰ অংগ-প্ৰত্যংগৰ চালনাকো মাৰ্জিত ৰূপত প্ৰকাশ কৰিব লগীয়া হয়। এনে আচৰণৰ যোগেদি এজোকন ব্যক্তিয়ে তেওঁৰ সামাজিক স্থিতি প্ৰকাশ কৰিব পাৰে। সেইবাবে Kinesics শব্দৰ অৰ্থক শৰীৰ আচৰণৰ যোগাযোগ (Kinesics is the science of body behavioral communication) বোলা হৈছে।' শৰীৰ আচৰণৰ বিজ্ঞানসন্মত অধ্যয়ন পদ্ধতিটোক আমি অসমীয়াত 'ভংগীবিজ্ঞান' বুলিব পাৰোঁ।

ভাষাৰ দৰে ভংগীবিজ্ঞানৰ ভংগীও সামাজিক। এজন ব্যক্তিয়ে ইচ্ছা কৰি শৰীৰৰ যি কোনো অংগচালনা কৰি অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। তেওঁৰ তেনে অংগচালনাৰ অৰ্থ অভিপ্ৰেত ব্যক্তিজনে বুজি পাব লাগিব। অৰ্থাৎ প্ৰেৰক (sender)ৰ ভংগীবাৰ্তা (message) গৃহীতাই (reciever) বুজি পাব লাগিব। আকৌ সেইদৰে প্ৰেৰকগৃহীতাৰ যি অৰ্থ সি সামাজিকভাৱে স্বীকৃত হ'ব লাগিব। অন্যথাই তাৰ অৰ্থ নাথাকিব। এটা বিশেষ সামাজিক আৰু ভৌগোলিক পৰিসীমাত থকা জনগোষ্ঠীয়ে যি ভংগী ব্যৱহাৰ কৰে, সেই ভংগী আন সামাজিক আৰু ভৌগোলিক পৰিসীমাত থকা জনগোষ্ঠীৰ বাবে অৰ্থসূচক নহবও পাৰে। অৰ্থাৎ ভাষা-উপভাষাৰ যিদৰে ভিন্নতা থাকে, সেইদৰে ভংগীৰো ভিন্নতা থাকে। এটা সহজ উদাহৰণ ল'ব পাৰি। অসমীয়াভাষীয়ে 'হয়, আছে বা সমৰ্থনসূচক' ভাৱ এটা প্ৰকাশ কৰিবৰ সময়ত মূৰটো ওপৰৰ পৰা তললৈ দুপিয়াই দিয়ে। দাক্ষিণাত্যৰ দ্ৰাবিড়ভাষী লোকসকলে এই একেটা অৰ্থকে প্ৰকাশ কৰিবৰ কাৰণে ডিঙিটো লম্বভাৱে ৰাখি থুঁতৰিটো দোলকৰ দৰে সোঁফালে বাওঁফালে লৰায়। ভাষাৰ দৰে ভংগীৰো অঞ্চলভেদে এনে ভিন্নতা থাকে। অসমীয়াভাষীয়ে দূৰৰ কাৰোবাক মাত্তিবলৈ হলে হাতৰ মণিবন্ধৰ পৰা আগৰ আঙুলিবোৰ জপাই তললৈ ওপৰলৈ কৰি হাত বাউল দি মাতে। এই একেটা অৰ্থকেই প্ৰকাশ কৰিবলৈ জাৰ্মানসকলে হাতৰ মুঠি মাৰি বুঢ়া আঙুলি ওপৰলৈ টোঁৱাই হাতখন কান্ধৰ ফাললৈ (হাতুৰি কোবোৱাৰ দৰে) টানে।

অংগ-ভংগীৰ এনে ভিন্নতাই এই কথাকেই সূচায় যে ভাষাৰ দৰে ইবিলাকৰো বিশেষ ৰূপ আছে, অঞ্চলভেদে ভিন্নতা আছে, আৰু সামাজিক পৰম্পৰাইহে ইবিলাকৰ অৰ্থ নিৰ্ণয়ত সহায় কৰে। অসমীয়াই ভ্ৰূকুটি কোঁচাই কাৰোবাক খং প্ৰদৰ্শন কৰিব পাৰে, আন এখন সমাজত তাৰ অৰ্থ নাথাকিবও পাৰে। চকু ডাঙৰ কৰি সৰু ল'ৰাক ভয় বা খং কৰি দেখুৱাব পাৰে। পিছে সামাজিক অনুষ্ঠানত বা নিজতকৈ বয়সত ডাঙৰ ব্যক্তিক সেই ভংগী প্ৰদৰ্শন কৰা অনুচিত। সামাজিক শ্ৰেণী অনুযায়ীও ভংগী ভাষাৰ ভিন্নতা আছে। বিভিন্ন স্থান, কাল, সামাজিক পৰিবেশ অনুযায়ী প্ৰকাশ কৰা ভংগীৰ বিজ্ঞানসন্মত অধ্যয়ন আৰু

গৱেষণাকে 'ভংগীবিজ্ঞান' বোলা হয়।

শৰীৰৰ অংগী-ভংগীৰ অৰ্থাৎ গতি, মুখৰ (চকু, চেলাউৰি, আন মাংসপেশী) প্ৰকাশ আদিক ভাষাৰ দৰে উন্নত সংকেত প্ৰক্ৰিয়া হিচাপে গ্ৰহণ কৰিব পাৰিনে নোৱাৰি সেই সম্পৰ্কত বহুতো বিতৰ্ক চলি আছে। ৰায়, এল, বাৰ্ডহুইষ্টেলে (Ray L. Birdwhistell) তেওঁৰ Introduction to Kinesics নামৰ গ্ৰন্থত এই সম্পৰ্কত কেইটামান গুৰুত্ব বিষয় আলোচনা কৰিছে।[২] তেওঁৰ মতে সংযোগ বা সংজ্ঞাপন বোলোঁতে সুসংহত গতিশীল প্ৰক্ৰিয়াক বুজায়। জীৱন্ত পদ্ধতিৰ আন্তঃসম্পৰ্কৰ লগত এই প্ৰক্ৰিয়াটো জড়িত হৈ থাকে। এই ক্ষেত্ৰত gavity, electromeghetic field, metabolism ইত্যাদি শব্দৰ প্ৰয়োগৰ লগত যোগাযোগ পদ্ধতিটোৰ প্ৰাসংগিকতা কিমান সেয়া বিচাৰ্যৰ বিষয়, জৈৱিক, সামাজিক আৰু সাংস্কৃতিক প্ৰক্ৰিয়াটোক সংজ্ঞাপনাৰ অধ্যয়নে অনুসন্ধান কৰা উচিত। গতিকে এই প্ৰক্ৰিয়াৰ প্ৰয়োজনীয় দিশটো হ'ল-যোগাযোগ বা সংজ্ঞাপনা। যোগাযোগ হৈছে এটা বহুমাধ্যম (multichanel) পদ্ধতি, এই পদ্ধতি— জীৱন্ত পদ্ধতিটোৰ নিয়ামক আৰু প্ৰভাৱ পেলাব পৰা বহু ইন্দ্ৰিয়ৰ কাৰ্যৰ পৰা উৎপন্ন হয়। সেই ফালৰ পৰা চাবলৈ গলে কথিত ভাষা আৰু শৰীৰ ভংগী আত্মসংজ্ঞাপনাত্মক (Infra-Communication) পদ্ধতি। ইটোৱে সিটোৰ লগত পাৰস্পৰিকভাৱে নিৰ্ভৰ কৰি মিলিত হয় আৰু তুলনাযোগ্য সংকেতবোৰে আনবোৰ মাধ্যমৰ ব্যৱহাৰ কৰে।

বাৰ্ডহুইষ্টেলৰ এই কথাখিনি সহজে এইদৰে ক'ব পাৰি ঃ মানুহে কথা কওঁতে কেৱল মুখেৰে শব্দ উচ্চাৰণ কৰিয়েই ক্ষান্ত নাথাকে। তাৰ লগতে শৰীৰৰ অংগও চালনা কৰে। আনহাতে শৰীৰৰ অংগ চালনা কৰি ভাব প্ৰকাশ কৰোঁতে ক'ব নোৱৰাকৈ মুখৰপৰা মাত ওলায় (যেনে জীৱ-জন্তু খেদি পঠিয়াওঁতে)। গতিকে কথা আৰু ভংগীৰ ওতপ্ৰোত সম্পৰ্ক আছে। হাত, ভৰিৰ চালনাৰ লগত চকু-ওঁঠৰো আন্তঃসম্পৰ্ক আছে। গতিকে প্ৰকাশৰ মাধ্যমটো বহু ইন্দ্ৰিয়বাচক। দুয়োটাই ফলপ্ৰসূভাৱে সংজ্ঞাপনাত্মক। মানুহে আদান-প্ৰদান বা যোগাযোগ কৰোঁতে ভাষা ব্যৱহাৰ কৰে; সেইবুলি কেৱল ভাষাই মানুহৰ যোগাযোগৰ প্ৰধান মাধ্য বুলি ধৰি লোৱাটো উচিত নহয়। সমগ্ৰ আন্তৰ্সংজ্ঞাপনাৰ মাধ্যমটোৱেই সমানে প্ৰয়োজনীয় আৰু আত্মনিৰ্ভৰশীল।

কথাৰে বা অংগীভংগীৰে প্ৰকাশ নকৰিলেই যে যোগাযোগ নহয়, সেই কথাও সঠিক নহয়। কোনো কোনো মুহূৰ্তত নিৰৱতাও ভাষা হৈ পৰে। কবি-শিল্পীসকলৰ সৃষ্টিকৰ্মৰ লগত সংযোগ ঘটাবলৈ নিৰৱতা প্ৰাৰ্থনীয়। ধ্বনি বা মাত ব্যৱহাৰ নকৰাকৈ আন ইন্দ্ৰিয় মাধ্যমেৰে যোগাযোগ ৰাখিব পাৰি। শব্দ আৰু শ্ৰৱণেন্দ্ৰিয়ৰ শ্ৰুতি, এই দুটাক বাদ দিও মানুহৰ অন্য মাধ্যম-যেনে-গন্ধ, স্পৰ্শ, আস্বাদন, এইবোৰৰ যোগেদিও চৌদিশৰ পৰিৱেশৰ সৈতে সংযোগ স্থাপন কৰিব পাৰি। ইন্দ্ৰিয়ৰ যোগেদি এনে যোগাযোগ যেতিয়া নিয়মিত

বা নিয়মাধীন হৈ পৰে তেতিয়া এইবোৰ কেৱল যান্ত্ৰিক বা স্বয়ংক্ৰিয় হৈ নাথাকে[৩]। দৃশ্যমান শৰীৰ ভংগীৰ গৱেষণাৰ পৰা দেখা গৈছে যে শৰীৰৰ এই আচৰণ ধ্বনিযুক্ত ভাষাৰ দৰেই শৃংখলিত আৰু সংকেতযুক্ত। শৰীৰৰ ভংগী বা আচৰণ ভাষাৰ দৰেই সুগঠিত আৰু ই সমাজভেদে ভিন্ন। আদান-প্ৰদানৰ ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিবলৈ হ'লে যি কোনো সমাজত প্ৰচলিত শৰীৰ-ভংগীৰ নিয়ম আহৰণ কৰিবই লাগিব।[৪]

স্বাদ, গন্ধ, স্পৰ্শ, উত্তাপ, শীত আদি ইন্দ্ৰিয় অনুভূত দিশসমূহৰ স্পষ্ট সংজ্ঞাপনাত্মক মাধ্যম (communicative chanel) হিচাপে কেনেকৈ সুগঠিত আৰু ব্যৱহাৰ কৰিব পাৰি এই সম্পৰ্কে সৌ সিদিনালৈকে এটা স্পষ্ট আভাস নাছিল। কিন্তু বিজ্ঞানীসকলে ভাষা আৰু আন টেকনলজিৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা সূত্ৰ, প্ৰণালীতত্ত্ব প্ৰয়োগ কৰি সিবিলাকৰ সুকীয়াকৈ বাছি উলিয়াই বৰ্ণনা দিবলৈ সক্ষম হৈছে। এই ক্ষেত্ৰত গাঁথনিক ভাষাবিজ্ঞান আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ সূত্ৰ আৰু তত্ত্বসমূহে বিশেষভাৱে সহায় কৰিছে। আনহাতে আধুনিক কালৰ প্ৰযুক্তিবিদ্যাৰ যান্ত্ৰিক সাহায্যই এইবোৰৰ বিশ্লেষণক বিশেষভাৱে সহায় কৰিছে। মভি-কেমেৰা, ধীৰ গতিৰ প্ৰজেক্টৰ, টেপ ৰেকৰ্ডাৰ সহায়ত ভংগী বিজ্ঞানৰ তথ্যসমূহ বিশ্লেষণ কৰি পৰীক্ষা কৰাত বিশেষভাৱে সহায় কৰিছে।

শৰীৰ-ভংগীৰ যোগাযোগ পদ্ধতিটো বিজ্ঞানসন্মতভাৱে অধ্যয়ন আৰু গৱেষণা কৰা কাৰ্যটো শেহতীয়া প্ৰগতি। গ্ৰাফিক শিল্পী, লেখক, ঔপন্যাসিক, নৃত্যশিল্পী, জাতিতত্ত্ব বিজ্ঞানী আদিৰ লেখা আৰু তথ্যৰ পৰা সমলবোৰ আহৰণ কৰি ইংগিত, ভংগী, গতি, চলন মুখ-ভংগী আদিক লিখিত বা কথিত ভাষাক বিশ্লেষণ কৰাৰ দৰে বিশ্লেষণ কৰিবলৈ আৰম্ভ কৰিছে।

ডাৰউইনে তেওঁৰ Expression of the Emotions in Man and Animals (১৮৭২) গ্ৰন্থত জীৱজন্তু আৰু মানুহৰ শৰীৰ ভংগীক যোগাযোগৰ পদ্ধতি হিচাপে বিশ্লেষণ কৰিবলৈ যত্ন কৰিছিল যদিও তত্ত্বগতভাৱে সফল নহ'ল। ফ্ৰাঞ্জ বৱাজৰ ছাত্ৰ এডৱাৰ্ড চাপিৰে কৈছে যে বৱাজে শৰীৰ-ভংগীত বিশিষ্ট সংকেত (code) আছে আৰু মানুহৰ যোগাযোগ পদ্ধতিটোক জানিবলৈ হলে এই সংকেত পদ্ধতি জনাটো অতি প্ৰয়োজন বুলি মত ব্যক্ত কৰিছিল। বৱাজৰে আন এগৰাকী ছাত্ৰ ডি. এফ্‌ৰনে তেওঁৰ Gesture and Environment (১৯৪১) নামৰ গ্ৰন্থত ইউৰোপীয়, ইহুদী আৰু ইটালীয়সকলৰ সাংস্কৃতিকভাৱে বদ্ধ জটিল সংকেতৰ বিষয়ে আলোচনা কৰিছে। ৱেষ্টন লা বাৰেই (Weston Labarre) শৰীৰ ভংগীক কথিত ভাষাৰ 'ছদ্ম ভাষা' বুলিছে। কিন্তু এইবোৰ আলোচনাৰ বিজ্ঞানসন্মত বিচাৰ-বিশ্লেষণ বৰকৈ হোৱা নাছিল। যোগাযোগ পদ্ধতি হিচাপে শৰীৰ ভংগীৰ গঠন (structure), প্ৰকৃতি সম্পৰ্কে বিজ্ঞানসন্মত অধ্যয়ন আৰম্ভ কৰে বাৰ্ডহুইষ্টেলে তেওঁৰ Introduction to Kinesics (১৯৫২) নামৰ গ্ৰন্থৰ যোগেদি। ইতিমধ্যে লিওনাৰ্ড

ব্লুমফিল্ড, এডৱাৰ্ড চাপিৰ, জৰ্জ এল ট্ৰেগাৰ, হেন্‌ৰি স্মিথ আদি ভাষাবিজ্ঞানীসকলৰ আলোচনীত ভাষাৰ গাঁথনিক ৰূপৰ বিশ্লেষণৰ আৰ্হি স্পষ্ট হৈ উঠিছিল। এই গাঁথনিক বিশ্লেষণ পদ্ধতি প্ৰয়োগ কৰি বাৰ্ডহুইষ্টেলে শৰীৰ ভংগীৰ এটা ভংগী বিজ্ঞান (Kinesics) হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। এই ক্ষেত্ৰত ভাষাবিজ্ঞানীসকলতকৈ নৃবিজ্ঞানীসকলৰ ভূমিকা আৰু প্ৰচেষ্টাহে অধিক প্ৰশংসনীয়। ওপৰত উনুকিয়াই অহা মাৰ্কিন নৃবিজ্ঞানীসকলে বিভিন্ন জাতি আৰু জনগোষ্ঠীৰ সাংস্কৃতিক আদান-প্ৰদানৰ দিশটো অধ্যয়ন আৰু গৱেষণা কৰিবলৈ গৈ তেওঁলোকে শৰীৰ ভংগীৰ দ্বাৰা প্ৰেৰিত সংজ্ঞাপনাৰ বিষয়টো বিশেষভাৱে গুৰুত্ব দিবলগীয়া হৈছিল।

ব্লুমফিল্ডৰপৰা আৰম্ভ কৰি কে, এল, পাইকলৈকে ভাষাৰ গঠনাত্মক দিশটো বিশ্লেষণ কৰোঁতা ভাষাবিজ্ঞানীসকলে ভাষাৰ ধ্বনি আৰু ৰূপৰ বিশ্লেষণৰ বেলিকা অৰ্থক বিশেষ গুৰুত্ব দিয়া নাছিল। গঠনাত্মক ভাষাবিশ্লেষণ পদ্ধতিৰে ভংগীবিজ্ঞানকো বিশ্লেষণ কৰিবলৈ যাওঁতে প্ৰথম অৱস্থাত নৃভাষাবিজ্ঞানীসকল বৰ অসুবিধাত পৰিছিল। ভংগীৰ এটা গঠন (structure)ৰ পৰা নতুন ৰূপ বা খণ্ড অংশটি সুকীয়াকৈ বাছি উলিয়াবলৈ যাওঁতে অনুসন্ধানকাৰীসকলে তথ্যদাতা (informant) সকলৰপৰা 'ইয়াৰ অৰ্থ কি?' বুলি সুধি সুধি কামত আগবাঢ়িবলগীয়া হৈছিল। তথ্যদাতাসকলেও এটা ৰূপৰ একাধিক অৰ্থৰ যোগান ধৰিছিল। ওচৰা-উচৰিকৈ থকা ভিন্ন সাংস্কৃতিক গোটৰ মাজত তুলনা কৰি অধ্যয়ন কৰিলে দেখা যায় যে অভিন্ন এটা ভংগীৰূপৰ বাবে সুকীয়া সুকীয়া অৰ্থ প্ৰকাশ কৰে। ভিন্ন সংস্কৃতিয়ে একেটা শৰীৰ ভংগীক ভিন্ন অৰ্থত প্ৰকাশ কৰিব পাৰে। এই কথাটোৱেই ভংগীবিজ্ঞানীসকলৰ অধ্যয়নৰ প্ৰধান চাবি-কাঠী হৈ পৰিল। সাহিত্যত বিভিন্ন ধৰণৰ তথ্য সংগৃহীত হৈ আছেই। ইতিমধ্যে গৰ্ডন হিউৱে (Gordon Hewes) বিভিন্ন সাংস্কৃতিক গোটৰ শৰীৰ ভংগীৰ বিস্তৃত অধ্যয়নৰ এটা সংগ্ৰহ প্ৰকাশ কৰিলে (১৯৫৫)।[৫] এই সংগ্ৰহ জাতিতত্ত্ব অধ্যয়নৰ অভিধানস্বৰূপ হলেও ভংগীবিজ্ঞান অধ্যয়নত পৰোক্ষভাৱে সহায় কৰিলে।

ভংগীৰ গাঁথনিক বিশ্লেষণৰ সময়ত সদায় আন এটা আচৰণৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়। হাঁহি, ভ্ৰূকুটি আদি ভিন্ন মৌখিক প্ৰকাশ, শিৰ নত কৰা, মুৰ জোকৰা আদি বিশদ ইংগিত, মিলিটাৰিৰ নিৰ্দেশাত্মক ভংগীবোৰে জটিল ৰূপটোৰ এক অস্পষ্ট আভাসহে দিয়ে। তথ্যদাতাৰ-পৰা সংগৃহীত শৰীৰ আচৰণৰ একত্ৰিত উপাদানসমূহে বাক্‌কাৰ্যত ব্যৱহৃত ধ্বনিম (Phoneme)ৰ সমান কাম নকৰে। কোনো কোনো তথ্যদাতাই শৰীৰৰ আচৰণৰ 'অৰ্থ' তাৎক্ষণিকভাৱে দিব পাৰে; আন কিছুমান আকৌ তেওঁলোকৰ সামাজিক প্ৰসংগটো ওপৰত নিৰ্ভৰ কৰি কেইবাটাও অৰ্থৰ যোগান ধৰে। দেখা গৈছে যে শব্দৰ ক্ষেত্ৰত হোৱাৰ দৰে এই শব্দহীন ৰূপবোৰো অৰ্থৰ ক্ষেত্ৰত পৰিবৰ্তনশীল।

যোৱা কেইটামান দশকত শৰীৰ ভংগীৰ সংজ্ঞাপনাৰ প্ৰকৃতিক লৈ যথেষ্ট গৱেষণা চলিছে। এই গৱেষণা দুটা ভাগত বিভক্ত। প্ৰথমটোৱে সংজ্ঞাপনাত্মক শৰীৰ ভংগীৰ আচৰণৰ ৰূপবিলাক পৃথক কৰি সিবিলাকৰ বিশিষ্ট ৰূপবোৰ বাছি উলিওৱা বিষয়ত নিয়োজিত। ধ্বনিতত্ত্ব বিশ্লেষণৰ সময়ত বিশিষ্ট ধ্বনিম (destinctive phoneme) নিৰ্ণয় কৰাৰ লগত ইয়াক তুলনা কৰিব পাৰি। দ্বিতীয়টো গৱেষণা হৈছে - কি প্ৰসংগত এই ৰূপবিলাক ব্যৱহাৰ কৰা হয় তাৰ স্তৰ নিৰ্ণয় কৰা। এই দ্বিতীয় প্ৰকাৰৰ গৱেষণাৰ বিষয়টো অৰ্থৰ লগত জড়িত। অৰ্থতত্ত্ব বিশ্লেষণ কৰাৰ দৰে ইয়াক কৰাৰ বাবে ইয়াৰ নাম দিয়া হৈছে “প্ৰসংগ বিশ্লেষণ” (context analysis)। প্ৰসংগ বিশ্লেষণ প্ৰণালীটো অতি উৎসাহজনক। Albart E. Scheflen নামৰ মনোবিজ্ঞানীগৰাকীয়ে মনোচিকিৎসাৰ লগত জড়িত কিছুমান পৰিস্থিতি অধ্যয়ন কৰি সংজ্ঞাপনাত্মক আচৰণৰ পৰা গোটবোৰ পৃথক কৰিবলৈ যত্ন কৰিছে। সংজ্ঞাপনাত্মক আচৰণক গাঁথনিকভাৱে তেওঁ এটা বাক্য হিচাপে ধৰি লৈছে। তাৰপৰা সময় অনুযায়ী অৰ্থাৎ — ৰ পৰা ৪ বা ৫ চেকেণ্ডলৈ খণ্ড খণ্ড কৰি ভগাইছে। ধ্বনিমৰ দৰেই এই কালগত ৰূপবোৰ একোটাইত গোট। ভংগীবৈজ্ঞানিক গঠনবোৰ ত্ৰিধাৰাত বিভক্ত সময়ৰ সন্ধিবোৰত থাকে। এই সময়বোৰ ৫ চেকেণ্ডৰ পৰা ২ বা ২১/২ মিনিটলৈ থাকে। আদান-প্ৰদান প্ৰক্ৰিয়াৰ গাঁথনিক দিশটো আৱিষ্কাৰ কৰাৰ মুখ্য উদ্দেশ্য হৈছে— ইয়াৰ একত্ৰিত বা অখণ্ড গোটসমূহে কি ‘অৰ্থ’ কৰে তাৰ সংজ্ঞা নিৰূপণ কৰা। সেইদৰে এই সংজ্ঞাপনাত্মক পদ্ধতিটোৱে কি বাৰ্তা বহন কৰে তাকো নিৰ্ণয় কৰা। প্ৰসংগ বিশ্লেষণৰ ফালৰপৰা ‘অৰ্থ’ হৈছে আচৰণগত পাৰ্থক্য। প্ৰসংগৰ বিশেষ এক স্তৰত বিশেষ কোনো সংলগ্ন ইংগিত (cue) উপস্থিত থকা বা নথকাৰ ওপৰত এই পাৰ্থক্য সূচনা হয়। বিশেষ সংলগ্ন ইংগিতৰ অৰ্থ-পৰিসৰক নিয়ন্ত্ৰণ কৰে প্ৰসংগ-পৰিসৰে। প্ৰসংগ-পৰিসৰক নিয়ন্ত্ৰণ কৰে প্ৰসংগ-পৰিসৰে। প্ৰসংগ-পৰিসৰত ইংগিতে কাম কৰিছেনে নাই এইখিনিতে লক্ষ্য কৰিব পাৰি।

যোৱা ষাঠিৰ দশকলৈ মাৰ্কিন নৃতাত্ত্বিক ভাষাবিজ্ঞানীসকলে শ্বেতাংগ আমেৰিকানসকলৰ শৰীৰ ভংগীৰ লৈ অধ্যয়ন কৰে। এতিয়া তাৰ পৰিসৰ আৰু অধ্যয়নৰ প্ৰণালী বিস্তৃত হৈছে। ষাঠিৰ দশকৰ সময়ছোৱা আমেৰিকাত গঠনাত্মক ভাষা-বিজ্ঞানৰ আধিপত্য আছিল। গতিকে ভংগী-বিজ্ঞানীসকলেও তেওঁলোকৰ অধ্যয়ন আৰু গৱেষণা-পদ্ধতিত গঠনাত্মক ভাষাবিজ্ঞান আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ পদ্ধতি প্ৰয়োগ কৰিছিল। ভংগীবিজ্ঞানৰ অধ্যয়ন আৰু গৱেষণা কৰোঁতে তেওঁলোকে গঠনাত্মক ভাষাবিজ্ঞানৰ সাদৃশ্যত পৰিভাষাবোৰ যুগুতাই উলিয়াইছিল।

গঠনাত্মক বিশ্লেষণ পদ্ধতিত প্ৰথমে পাৰ্থক্যৰ ওপৰত ভিত্তি কৰি শব্দ নিৰ্ধাৰণ কৰে। শব্দক আকৌ ধাতু, প্ৰকৃতি আৰু প্ৰত্যয় অনুযায়ী ‘ৰূপ’ (morph) লৈ খণ্ডিত কৰে। তাৰ পিছত ৰূপ আৰু শব্দবোৰত থকা ধ্বনি (phone) বোৰক প্ৰয়োগিক বিৰোধ (con-

trast) অনুযায়ী বিশিষ্ট ধ্বনিম (distinctive phoneme) লৈ বিভাজন কৰি বাছি উলিয়ায়। তাৰ পিছত ৰূপ বা শব্দবোৰত থকা সন্নিকট অন্বয় অনুযায়ী বাক্য অৰ্থাৎ বাক্যতত্ত্ব (sytax) ৰ বিচাৰ কৰা হয়।

শৰীৰৰ অংগীভংগীৰ অধ্যয়ন কৰোঁতেও সেই একেটা পদ্ধতিৰে অৱলম্বন কৰা হয়। শৰীৰৰ "আকাৰ ইংগিত (gesture)"ক প্ৰথমে বদ্ধৰূপ (bound morph) অৰ্থাৎ ধাতু বা প্ৰাকৃতিবুলি ধৰা হৈছে। এই আকাৰ ইংগিতটোক আমি সাধাৰণভাৱে 'ভংগী' বুলিব পাৰোঁ। ভংগী ৰূপতত্ত্ব (kinemorphology)ক ভংগী (kine) আৰু ভংগীম (keneme) অৰ্থাৎ ধ্বনি আৰু ধ্বনিমৰ দৰে বিশিষ্ট গোটলৈ বিভক্ত কৰিব পাৰি। আমেৰিকানসকলৰ অংগীভংগীৰ আৰ্হি ভংগীৰূপত (kinemorph = ভংগীৰ ৰূপ ধাতু + প্ৰত্যয়) কেৱল অন্বয় নহয়। পৰম্পৰাৰে আবদ্ধ সন্ধি বা বিৰতিৰ দ্বাৰা এইবোৰ শব্দৰ দৰে একোটাইত ৰূপ গঠন কৰে আৰু এইবোৰৰ সম্মিলিত ৰূপ একোটাইত বাক্যও গঠন কৰে। বাক্যত যিদৰে শব্দবোৰ খণ্ডিত হৈ থাকিলেও ইটোৰ লগত সিটোৰ পাৰস্পৰিক সম্বন্ধ অৰ্থাৎ অন্বয় হয় সেইদৰে শৰীৰ আচৰণৰ চৰিত্ৰ ভংগীৰূপ গঠন (complex kinemorphic construction)ৰ ক্ষেত্ৰতো সংস্থাপনাৰ সময়ত শৰীৰৰ কাৰ্যাৱলীয়ে একে গুণ ৰক্ষা কৰে। টুকুৰা টুকুৰ ইটাৰে একোটা ঘৰ নিৰ্মাণ কৰাৰ দৰে ভংগীৰ কিছুমান ক্ষুদ্ৰ ৰূপক বিশিষ্ট হিচাপে পঞ্জীয়ন কৰি তাৰপৰা এটা অৰ্থবাচক ভংগীবাক্য নিৰ্মাণ কৰিব পাৰি।

বিশেষ এটা পৰিস্থিতি বা অৱস্থাত বাৰ্তা/সংকেত প্ৰেৰণ কৰিবৰ সময়ত শৰীৰৰ কোনটো অংশই বিশেষভাৱে কাম কৰে তাকো লক্ষ্য কৰাৰ প্ৰয়োজন। বাৰ্তা /সংকেত প্ৰেৰণত যি অংশই কাম কৰে সেই অংশটোৱেই এটা যন্ত্ৰ। কিন্তু কেতিয়াবা একে শৰীৰ-যন্ত্ৰৰ দ্বাৰা উৎপাদিত ইংগিত আন শ্ৰেণীৰ অৰ্থও সূচাব পাৰে— তালৈকো লক্ষ্য কৰা প্ৰয়োজন।

উদাহৰণস্বৰূপে সহজে প্ৰত্যক্ষ কৰিব পৰা শৰীৰৰ অংশ চকুৰ ভ্ৰূৰ বিষয়ে আলোচনা কৰিব পাৰি। চকুৰ ভ্ৰূ নিমিষতে ওপৰলৈ আৰু তললৈ উঠা-নমা কৰে। এই উঠা-নমা কৰা কাৰ্যক (nv) এই দুটা চিহ্নেৰে লিপ্যন্তৰ কৰিব পাৰি। বহু সময়ত ভ্ৰূৰ গতি অতি দ্ৰুতসঞ্চাৰী আৰু একে ঠাইতে নথকাৰ বাবে ইয়াৰ স্থিতি ক্ষণস্থায়ী। বাৰ্ডহুইচেলে বিভিন্ন যান্ত্ৰিক পদ্ধতি প্ৰয়োগ কৰি নিৰীক্ষণ কৰি পাইছে যে ভ্ৰূ সঞ্চালন এক চেকেণ্ডত হাজাৰবাৰ হ'ব পাৰে। বিশেষ এটা প্ৰসংগত ভ্ৰূ ওপৰলৈ তুলি ক্ষন্তেক ৰ'ব পাৰে, প্ৰসংগটো শেষ নোহোৱালৈকে পূৰ্বৰ স্থান অৰ্থাৎ শূন্য ভিত্তি (zero base) লৈ উভতি নাহে। এনে অৱস্থানক উপভংগীম (allokine) বোলা হয় (এই পৰিভাষাটোকো গঠনাত্মক ভাষাবিজ্ঞানৰ সাদৃশ্যত নিৰ্মাণ কৰি লোৱা হৈছে। ধ্বনিম (phoneme)ৰ সৰু খণ্ড ভাগবোৰক উপধ্বনিম (allophone) বোলা হয়। অৰ্থাৎ উপধ্বনিমৰ সমষ্টিগত গোট হ'ল ধ্বনিম, উপভংগীমাবোৰৰ সমষ্টিগত

গোট হ'ব ভংগীম। বিশিষ্ট ধ্বনিমক বুজাবলৈ দুটা তির্যক ৰেখা দি লেখাৰ দৰে ভংগীমাকো (/ভ//) চিহ্নেৰে লোখ উলিয়াব পাৰি। দুটা ভ্ৰূ ওপৰলৈ তুলিলে আৰু তাৰ লগত যদি বাক কাৰ্য জড়িত থাকে তেন্তে তাৰ প্ৰসংগ হ'ব পাৰে-সন্দেহ, প্ৰশ্ন অথবা প্ৰেড়িত বাৰ্তাটোক পুনৰাবৃত্ত কৰাৰ সংকেত। ভ্ৰূ তোলা কাৰ্যটোৰ স্থায়িত্ব এৰি ভ্ৰূযুগলৰ স্থানগত গতিটোক লক্ষ্য কৰিলে দেখা যায় যে সেই একেধৰণৰ ভ্ৰূ গতি ভ্ৰূ ভংগীৰে (কথাৰ) জোৰ বুজাব খোজাত বক্তাই ব্যৱহাৰ কৰে। আমেৰিকানসকলে ব্যৱহাৰ কৰা ভ্ৰূ-ভংগী-জোৰ (stress-ইয়াত শ্বাসাঘাত বুলিব নোৱাৰি)ৰ লগত কথিত শ্বাসাঘাতৰ সম্পৰ্ক অধ্যয়ন কৰি বাৰ্ডহুইষ্টেলে চাৰিটা ভংগীজোৰ (kinesic stress) পাইছে। ভ্ৰূযুগলে জোৰ বুজোৱা ভংগীমাৰ অৱস্থানগত উপভংগীম সৃষ্টি কৰে। মূৰ, হাত, ভৰি বা গা-জোকৰা, বা চকুৰ পতা জপোৱা আদিয়ে আন উপভংগীম সৃষ্টি কৰে। এইবোৰে বাক্‌কাৰ্যৰ লগত সহযোগিতা কৰে। এইখিনি কথাকে এইদৰে লিপ্যন্তৰ কৰিব পাৰি।

(১) ওপৰলৈ তোলা ভ্ৰূগতি = উপভংগীম - (ভ্ৰূভ্ৰূ ^ )

(২) ইয়াৰ লগত মূৰ সঞ্চালন - (মূ ^ )

(৩) ইয়াৰ লগত হাত সঞ্চালন - (হা^)

(৪) ওপৰৰ তিনিওটা উপভংগীম- মূল ভংগীম (/ভ//) ৰ অন্তৰ্গত।

(৫) গতিৰ জোৰ আৰু শ্বাসাঘাত (/মুখ্য, গৌণ, শ্বাসাঘাত-যুক্ত আৰু শ্বাসাঘাতহীন/) বুজাবৰ বাবে অতিৰিক্ত এটি তিৰ্যক ৰেখা।

ওপৰৰ বিৱৰণখিনি আধুনিক যন্ত্ৰপাতি (ভিডিঅ' ফিল্ম, টেপ ৰেকৰ্ডাৰ)ৰ সহায়ত বিশ্লেষণ কৰি অধ্যয়ন নকৰিলে সহজে বোধগম্য হোৱাটো টান। তথাপি এটা পৰিবেশত ইয়াক কিদৰে বাছি উলিয়াব পাৰি এটা চমু বিৱৰণ দিছোঁ।

দুজন মানুহে বিশেষ এটা প্ৰসংগ লৈ কথা পাতোঁতে কেৱল কথাকে নকয়। কথাৰ লগত বক্তব্য বাৰ্তাটো প্ৰেৰণ কৰিবলৈ বক্তাই চকু, মূৰ, হাত আদি সঞ্চালন কৰে। শ্ৰোতাগৰাকীয়েও বক্তাৰ দ্বাৰা প্ৰেৰিত বাৰ্তাক গ্ৰহণ আৰু বোধগম্য হোৱাৰ চিহ্নস্বৰূপে সেইদৰে অংগ সঞ্চালন কৰিব। আগ্ৰহী শ্ৰোতাই যদি লক্ষ্য কৰে তেন্তে দেখিব যে বক্তাগৰাকীৰ ভ্ৰূ উঠা-নমা কৰিছে। (এই উদাহৰণ বিশেষকৈ আমেৰিকানবাসীৰ; অসমীয়া বক্তাৰ ভ্ৰূ সিমান সঞ্চাৰণশীল নহয়)। এইখিনি হৈছে গতি- জোৰ- ভংগীম (kinesic stress kinemes)। বক্তাৰ চকুৱে সময়ে সময়ে শ্ৰোতাৰ মুখমণ্ডললৈ চোৱায়; তেওঁৰ বাক্ উঠা-নমা বা কম-বেছি হয় আৰু চকুৰ ভ্ৰূ তোলে। এয়া হ'ল ভংগী (/ভ//)। শ্ৰোতাৰ এবাৰ মূৰ দুপিওৱা বা মূৰ সঞ্চালন (/মূস/) লক্ষ্য কৰি বক্তাই কথা কৈয়ে থাকিব পাৰে। কথা-বতৰাৰ এনে পৰ্যায়ক্ৰমত শ্ৰোতাই এটা সময়ত জটিল নিংসাৰ ভংগী প্ৰকাশ কৰিব পাৰে। ইয়াক শূন্য ভংগীৰূপে (kinemorph of dead pan) বোলা হৈছে (kinemorph

= /=//0// ধাতু প্ৰকৃতি)। বক্তাই শ্ৰোতাৰ শূন্য ভংগীৰূপ (//০//) ৰ পৰা সঁহাৰি বা ইংগিত নোপোৱাকৈ কথা কৈ থাকিব পাৰে। যেতিয়া শ্ৰোতাই সহাৰিসূচক ভ্ৰূ দুটা (/ভ্ৰূভ্ৰূ'/) ওপৰলৈ তুলি ইংগিত দিয়ে তেতিয়া ভংগীৰূপে ($//\frac{\text{ভ্ৰূ ভ্ৰূ}১}{০}//$) গঠিত হ'ব। এই মুহূৰ্তত বক্তাৰ কথাৰ সোঁত ইতস্তত হ'ব, মূৰ আৰু চকুপতা তললৈ যাব ($(//\frac{\text{মু } v^{\wedge}}{০০\ v^{x}}//)$)। এনেকৈ কেবাবাৰো মিথ্যা আৰম্ভণি (false starts)ৰ পিছতহে তেওঁৰ প্ৰেৰণযোগ্য বাৰ্তাৰ শব্দৰ অংশটো সৃষ্টি হ'ব।

ওপৰৰ আলোচিত তিনিটা ভংগীৰ (kinesic) কাৰ্যাৱলীয়েই ভ্ৰূৰ লগত জড়িত ইংগিত শেষ হোৱা নাই। মূৰৰ চুলিৰ ওপৰৰ ছাল, চেলাউৰি আদিৰ ওপৰত ইয়াৰ গতিবিধি নিৰ্ভৰ কৰে। কমবয়সীয়াসকলৰ ক্ষেত্ৰত ভ্ৰূৰ গতি দ্ৰুত নহয় আৰু আপেক্ষিকভাৱে যি স্থানৰপৰা লৰচৰ আৰম্ভ হয় সেই স্থানত থাকে। বিভিন্ন ব্যক্তি, দল, আন সংস্কৃতিগত, জনগোষ্ঠী অনুযায়ী ভ্ৰূৰ গতি বিভিন্ন হ'ব পাৰে। ভাষাত যিদৰে, ব্যক্তিভাষা, দলীয়ভাষা আৰু উপভাষা থাকে ভংগীৰ ক্ষেত্ৰতো সেইদৰে থাকিব পাৰে।

ভংগীবিজ্ঞানৰ সম্পৰ্কত এতিয়াও নানা ধৰণৰ অধ্যয়ন আৰু পৰীক্ষা-নিৰীক্ষা চলিয়েই আছে। আমেৰিকাবাসীৰ শৰীৰ ভংগীক অধ্যয়ন কৰি বাৰ্ডহুইষ্টেল আৰু তেওঁৰ অনুগামীসকলে প্ৰায় ৩৪ বিধৰ ভংগীম পৃথককৈ বাছি উলিয়াবলৈ সক্ষম হৈছে। বহুতে এনে নিৰ্দিষ্ট ভবিষ্যৎবাণী নকৰি মুঠতে ৫০ টাতকৈ অধিক ভংগীম পদ্ধতি থাকিব পাৰে বুলি কৈছে। বিপৰীত সংস্কৃতিৰ মানুহৰ শৰীৰ গতিৰ ওপৰত গৱেষণা কৰি ভংগীবিজ্ঞানীসকলে মানুহৰ শৰীৰৰ তেলীয়া ছাল, জিভা বা তিতা ছাল, শুকান ছাল, মাংসপেশী, উত্তেজনা আৰু শিথিলতা, ছালৰ ওপৰৰ অংশত ৰক্তনলীৰ লৰচৰ আৰু পৰিৱৰ্তন, মাংসপেশীৰ অন্তৰ্ভাগৰ লৰচৰ আৰু কম্পন এইবোৰকো অনুসন্ধানৰ বিষয় হিচাপে অন্তৰ্ভুক্ত কৰি লৈছে। এইবোৰ অংগৰ গতিৰ দ্বাৰা দীৰ্ঘ অথবা হ্ৰস্বকালীন জটিল ইংগিত অন্তৰ্নিহিত হৈ থকাটো তেওঁলোকে লক্ষ্য কৰিছে। এডুৱাৰ্ড টি. হলে (Edward T. Hall) তেওঁৰ Proxemics নামৰ এটা প্ৰবন্ধত মানুহৰ বাৰ্তা সংজ্ঞাপনাৰ কালত দূৰত্বই কেনে ভূমিকা পালন কৰে সেই সম্পৰ্কে আলোচনা কৰিছে। সেইদৰে ৰজাৰ ৱেষ্টকটে (Roger W. Wesçott) নামৰ এক প্ৰবন্ধত মানুহ আৰু জীৱ-জন্তুৰ মাজত পাৰস্পৰিভাৱে বাৰ্তা প্ৰেৰণ আৰু বাৰ্তা-গ্ৰহণ কৰা প্ৰণালীটোক এটা গাঁথনিক মাধ্যম হিচাপে বিশ্লেষণ কৰিবলৈ যত্ন কৰিছে।'

**উপসংহাৰ**

শেহতীয়াভাৱে ভিডিঅ' ৰেকৰ্ডিঙৰ দৰে আধুনিক যন্ত্ৰপাতি আবিস্কৃত হোৱাৰ লগে লগে বাচনিক বিশ্লেষণ (descourse Analysis)ৰ অংগ হিচাপে ভংগীবিজ্ঞানৰ আলোচনাই গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। ভাষা বা শব্দ ব্যৱহাৰ নকৰাকৈ মুখামুখিকৈ ব্যৱহাৰ কৰা শৰীৰ-ভংগীয়ে যোগাযোগ পদ্ধতিক কিদৰে সহায় কৰে আৰু অভিপ্ৰেত অৰ্থ কিদৰে সংজ্ঞাপন কৰিব পাৰে সেই লৈ নানা পৰীক্ষা-নিৰীক্ষা চলিছে। অভিনয় পশিক্ষাৰ্থীসকলে ভংগীবিজ্ঞানক পঠনীয় বিষয় হিচাপে গ্ৰহণ কৰিছে। পশ্চিমীয়া ইংৰাজী উপন্যাসবোৰতো ভংগীবিজ্ঞানৰ

ব্যৱহাৰ যন্ত্ৰ-তন্ত্ৰ লক্ষ্য কৰা হৈছে।

শৰীৰ ভংগীক ভাষাবিজ্ঞানৰ সাদৃশ্যৰ অধ্যয়ন কৰাত বাদেও প্ৰতিটো সংস্কৃতিৰ সুকীয়া সুকীয়া বৈশিষ্ট্যৰ ওপৰত ভেজা দি, বিশেষকৈ আনুষ্ঠানিক, ধৰ্মীয় ইত্যাদি উদ্দেশ্যত ব্যৱহৃত শৰীৰ ভংগীৰ কলাত্মক ৰূপবো আলোচনা কৰা হৈছে। যেনে, অনুকৃতি, নৃত্য, নাট্যাভিনয় আদিত ব্যৱহৃত শৰীৰৰ সঞ্চালন, ভংগী, ইংগিত আদিৰে যি অৰ্থ সূচাব খোজে এনে বিষয়ত 'গতি কলা' (Kinetic Art) বোলা হৈছে। বাক্ কাৰ্যত ব্যৱহৃত মুখ, ডিঙি, বুকু ইত্যাদিত বাদেও- মানুহৰ এনে কিছুমান শৰীৰকাৰ্য আছে যিবোৰৰ দ্বাৰা স্বতঃস্ফূৰ্তভাৱে বাক্‌ধ্বনি বা বাক্‌কাৰ্য নিৰ্গত হয়। (যেনে— ফুটবল খেলৰ সমৰ্থকসকলে পানীৰ লহৰৰ দৰে ঢৌ খেলাই যোবা উঠা-নমা)। এই দিশটো অধ্যয়ন কৰা বিষয়টোক গতিনন্দনতত্ত্ব বা ভংগীনন্দন বিজ্ঞান (kinaesthetics) বোলা হয়। বহুতে এই বিষয়টোক সাহিত্য পাঠৰ সাদৃশ্য দেখুবাই সাহিত্যক অংগীভূত কৰিব খোজে।[৮] অৱশ্যে এই সম্পৰ্কত এতিয়াও লেখকসকলৰ মাজত মতদ্বৈধতা আছে।

---

**প্ৰাসংগিক টোকা :**

১। Birdwhistel, Ray L. *KINESICS* in *International Encyclopaedia of the Social, Sciences*, ed. David L. Sills., The Macmillan company & The Fee Press.

২। Birdwhistel, Ray L., (1952) *Introduction to Kinesics*, University of Louisville Ky. Press.

৩। Verma, S.K. & Krishnaswamy, N., (1992). *Modern Linguistics, An Introduction*. PP 370-371 Oxford University Press.

৪। Hall, Edward T. (1959), *The Silent Language*, Garden City, N. Y., Fowcett ৰ দ্বাৰা প্ৰকাশিত পেপাৰবেক সংস্কৰণ ১৯৬১ চনত প্ৰকাশ হৈছে।

৫। Gordon, Hewes (1955). World Distribution of Certain Postural Habits. *American Anthropologist*. New Series 57:231 - 244 Birdwistel. (১ নং) প্ৰবন্ধত উদ্ধৃত।

৬। Hall, Edward T. (1959) পূৰ্বোক্ত গ্ৰন্থ।

৭। Wescott' Roger W. (1964) Strepital Communication : A study of Non-vocal Sound Production Among Man and Animals. Unpublished manuscript. Birdwistelৰ প্ৰবন্ধ আৰু গ্ৰন্থত উদ্ধৃত।

৮। Epstein, E.L. (1978) *Language and Style*. Methuen, এই লেখকগৰাকীৰ মত সম্পৰ্কত katie wales কৈছে "some critics have tried to argue for the Kinaesthetic appeal or response in literature. So Epstein (1978) claims that by a kind of mimesis, the sound structure of poetic lines, the movement of the tongue, mime movements referred to in the text. His own examples fail to convince." A Dictionary of Stylistics by katie Wales.

# ৰেফ্‌যুক্ত বৰ্ণৰ দ্বিত্ববৰ্জন সমীক্ষা

গোলোকচন্দ্ৰ গোস্বামী

১.০ **প্ৰস্তাৱনা ঃ** ৰেফ্‌যুক্ত ব্যঞ্জনৰ দ্বিত্ব প্ৰয়োগ অসমীয়া আখৰ-জোঁটনিৰ এটা অতি পুৰণি পৰম্পৰা। সংস্কৃত ভাষাতো এনে দ্বিত্বৰ প্ৰচলন পোৱা যায়। এই দ্বিত্ব প্ৰকৃতাৰ্থত অনাৱশ্যক আৰু পৰিহাৰ্য বুলি মানি লৈ অসমীয়া সুধী-সমাজে যোৱা অৰ্ধশতাব্দী কাল তেনে ব্যঞ্জন একাকীকৈ লিখি আহিছে যদিও বহুলোক এই বিষয়ত আশ্বস্ত হ'ব পৰা নাই। ১৯৯৪ চনৰ জানুৱাৰী মাহত অসমবাণীৰ দুটা সংখ্যাত এই বিষয়ে তথ্য সম্বলিত আলোচনা আগবঢ়োৱা হৈছিল। অন্য ব্যঞ্জনৰ দ্বিত্ববৰ্জন স্বীকাৰ কৰিলেও র্য্যৰ দ্বিত্বত্ব বহুতে প্ৰকৃত দ্বিত্ব বুলি মানিবলৈ টান পাইছে। সেয়েহে বিষয়টো পুনৰ খৰচি মাৰি পৰ্যালোচনা কৰিবলৈ এই প্ৰবন্ধত প্ৰয়াস কৰা হৈছে।

১.১ **ৰেফ্ কি ?** সংস্কৃত আৰু ভৰতীয় আৰ্য ভাষাবোৰত দুটা বা ততোধিক হলন্ত ব্যঞ্জনবৰ্ণ' একাদিক্ৰমে লগ লাগিলে সেইবোৰকে সংযুক্ত ব্যঞ্জন বোলে। প্ৰত্যেক ভাষাৰে ব্যঞ্জন সংযুক্ত হোৱাৰ কেতবোৰ সুনিৰ্দিষ্ট নিয়ম থাকে ঃ যিকোনো ব্যঞ্জনৰ লগত যি কোনো ব্যঞ্জন সংযুক্ত হব নোৱাৰে। সংযুক্ত হ'বৰ যোগ্য ব্যঞ্জনবো কোনটো ব্যঞ্জন আগত আৰু কোনটো ব্যঞ্জন তাৰ পিচত সংযুক্ত হ'ব পাৰে, তাৰো নিয়ম আছে। অৰ্থাৎ, নিৰ্দিষ্ট ক্ৰম মতেহে দুটা বা ততোধিক ব্যঞ্জন সংযুক্ত হ'ব পাৰে। সংস্কৃত আৰু সংস্কৃতজ ভাষাবোৰত তৰল ব্যঞ্জন বৰ্ণবোৰ (যেনে, ৰ, ল, য়, ৱ) অন্য ব্যঞ্জনৰ লগত বেছিকৈ সংযুক্ত হোৱা দেখা যায়।

১.২ ৰ এটা তৰল বৰ্ণ। অন্য বৰ্ণৰ আগত সংযুক্ত হ'লে ইয়াক ৰেফ্ বোলে আৰু যি বৰ্ণত যুক্ত হয় সেই বৰ্ণৰ ওপৰত এডাল হেলনীয়া মাত্ৰাৰে লিখা হয়। যেনে, ৰ+ক>ৰ্ক, ৰ্+খ>ৰ্খ, ৰ্+ত>ৰ্ত, ৰ্+ব>ৰ্ব, ৰ্+শ>ৰ্শ, ইত্যাদি। অন্য ব্যঞ্জনৰ পিচত সংযুক্ত হ'লে ৰ-বৰ্ণক ৰ - কাৰ (্ৰ) বোলে; আৰু যি বৰ্ণত যোগ হয় সেই বৰ্ণৰ তলত ইয়াক লিখা হয়। যেনে, ক্+ৰ>ক্ৰ, গ্+ৰ>গ্ৰ, প্+ৰ>প্ৰ, ম্+ৰ>ম্ৰ, শ্+ৰ>শ্ৰ ইত্যাদি। সংস্কৃত আৰু অসমীয়া ভাষাৰ সংযুক্ত ব্যঞ্জনৰ নিয়ম মতে ৰেফ্ যুক্ত ব্যঞ্জনেৰে শব্দ আৰম্ভ হ'ব নোৱাৰে, ৰ-কাৰ যুক্ত ব্যঞ্জন আদ্য আৰু মধ্য উভয় স্থানতে থাকিব পাৰে। ৰেফ্ আৰু ৰ-কাৰ ব্যঞ্জনৰ লগত সংযুক্ত হোৱা একোটা গৌণ ৰূপ যদিও ইহঁতক পূৰ্ণাঙ্গ ৰ-বৰ্ণ বুলি বুজিব লাগে।

১.৩ **দ্বিত্ব কি ?** দ্বিত্ব ব্যঞ্জনবো এক প্ৰকাৰে একোটাইত সংযুক্ত বৰ্ণ। একোটা বৰ্ণ বা আখৰেৰে দুটা লগ লগাই, অৰ্থাৎ সংযুক্ত কৰি লিখিলে তাক দ্বিত্ব ব্যঞ্জন বোলে। যেনে,

ক্+ক>ক্ক, ত্+ত>ত্ত, ব্+ব>ব্ব, ইত্যাদি। মহাপ্ৰাণ বৰ্ণবোৰ দ্বিত্ব হ'লে মহাপ্ৰাণ বৰ্ণটো তাৰ অল্পপ্ৰাণ ৰূপৰ লগত সংযুক্ত হয়। যেনে, ধ্+ধ>দ্ধ, ইয়াত, ধ-ৰ অল্পপ্ৰাণ ৰূপ দ; এতেকে, ধ্ধ+দ্ধ>দ্ধ। সেইদৰে, ছ্+ছ>চ্ছ, ভ্+ভ>ব্ভ, ইত্যাদি। সংস্কৃতত এনে দ্বিত্ব বহুত পোৱা যায়। অসমীয়াত এই সকলোবোৰৰ প্ৰয়োগ পোৱা নাযায়।

## ৰেফযুক্ত দ্বিত্ব প্ৰয়োগৰ পৰম্পৰা

২.১ অসমীয়া ভাষাৰ জন্ম-লগ্নৰে পৰা, নিশ্চয় তাৰো আগৰে পৰাই তৎসম শব্দবোৰত ৰেফ্যুক্ত ব্যঞ্জনবোৰ বিকল্পে দ্বিত্বকৈ লিখাৰ নিয়ম চলি আহিছে। যেনে, ৰ্+ক>ৰ্ক,~ৰ্ক্ক, ৰ্+ত>ৰ্ত ~ ৰ্ত্ত, ৰ্+দ>ৰ্দ ~ ৰ্দ্দ, ৰ্+ভ> ৰ্ভ ~ ৰ্ব্ভ, ইত্যাদি। অসমত সংস্কৃত ভাষা লিখোতেও ৰেফ্যুক্ত বৰ্ণ বিকল্পে দ্বিত্বকৈ লিখা হৈছিল। প্ৰাচীন কামৰূপ তথা অসমৰ তামৰ ফলি, শিলালিপি আৰু অন্যান্য পুথি-পাঁজিবোৰৰ সংস্কৃত আৰু অসমীয়া ভাষাই তাৰ সাক্ষ্য দাঙি ধৰে। উদাহৰণ স্বৰূপে, কুমাৰ ভাস্কৰবৰ্মাৰ ফলিত ৰ্ণ্ণ (কৰ্ণ্ণ সুবৰ্ণ্ণ, পূৰ্ণ্ণ), ৰ্গ্গ (গাৰ্গ্গ), ৰ্শ্শ ~ ৰ্শ )সুদৰ্শ্শন, সুদৰ্শন) পোৱা গৈছে। সেইদৰে , ৰ্য্য ~ ৰ্য (সূৰ্য্য-, প্ৰকাশিত ৰ্য)। অন্যান্য ফলি আৰু লিপিমালাতো পৰিস্থিতি কম-বেছি পৰিমাণে একেই বুলি ক'ব পাৰি।

২.২ অসমীয়া সাহিত্যৰ পূৰ্ব স্তৰৰ চৰ্যাগীতিবোৰৰ ভাষাত তৎসম ৰেফ্ লগা শব্দ বৰকৈ পোৱা নাযায়, আৰু আচলতে পাবই নালাগে। গোটেইবোৰ চৰ্যা পৰীক্ষা কৰি সাতোটা মাথোন ৰেফ্লগা শব্দ পোৱা গৈছে। তাৰে, চৰ্যা (পৃঃ৮), ধামাৰ্থে (পৃঃ১৮) আৰু সৰ্ব্ব (পৃঃ ১১৫) - এই তিনিটা শব্দৰ ক্ষেত্ৰত কোনো এজন সম্পাদকৰ পাঠান্তৰ নাই[২]। পুথিৰ ফটোকপিত ৰেফ্ স্পষ্ট যেন লাগে। ভৱনিৰ্ব্বাণে (পৃঃ ৫৭) আৰু ভৱনিবাণা (পৃঃ ৬৬) শব্দত শহীদুল্লা আৰু সুকুমাৰ সেন কোনো এজনৰ পাঠান্তৰত ৰেফ্ নাই, অথচ মূল পুথিত ৰেফ্ স্পষ্ট যেন লাগে! অৰ্থাৎ ৰ্ব বিকল্পে ৰ্ব্ব হৈছে। কৰ্ণ্ণকুণ্ডল (পৃঃ ৭৫) শব্দত ৰ্ণ্ণ স্পষ্ট, কিন্তু শহীদুল্লা, সেন, প্ৰবোধ বাগ্চী আৰু হৰপ্ৰসাদ শাস্ত্ৰী – এই সকলোৰে পাঠত কিয় কৰ্ণকুণ্ডল হৈছে জনা নাযায়। দুলৰ্ক্খ (পৃঃ৭৮) শব্দৰ উক্ত চাৰিওজন সম্পাদকে দুলক্খ পাঠহে গ্ৰহণ কৰিছে। ফটোকপিত এডাল মাত্ৰা আছে, কিন্তু ইয়াক ৰেফ্ বুলিব নোৱাৰি।

২.৩ মূল পুথিৰ সংস্কৃত টীকাত দ্বিত্ব ৰূপেই বেছি, যেনে, কায়পৰ্ব্বতবনে, সৰ্ব্বধৰ্ম্ম, অহৰ্ন্নিশমভূৎ আদি। একাকী বৰ্ণৰ প্ৰয়োগো স্থেই তাকৰীয়া নহয়; যেনে, সৰ্বেৰা, গম্ভীৰধৰ্মে, কাৰ্যকাৰণৰহিতত্ত্বাৎ, কৃষ্ণাচাৰ্যোহি, সিদ্ধাচাৰ্যোহি, ইত্যাদি। ড০ নীলৰতন সেনৰ দ্বাৰা ফটোকপি সহ সম্পাদন কৰি প্ৰকাশিত পুথিখনৰ (মূল পুথিৰ নকলৰ চন ১৬২০ খৃষ্টাব্দ) নামটোত দ্বিত্ব ৰক্ষিত হৈছে; যেনে, "চৰ্য্যাচৰ্য্য টীকা"।

২.৪ অসমীয়া স্তৰত। হেম সৰস্বতী প্ৰহ্লাদ চৰিতখনকে খাচ অসমীয়া স্তৰৰ সাহিত্যৰ আদি পুথি বুলি গণ্য কৰা হয়। ইয়াত ৰেফ্ লগা বৰ্ণবোৰ সাধাৰণতে দ্বিত্ব ৰূপতে পোৱা

গৈছে। কালিৰাম মেধিৰ দ্বাৰা ১৯১৩ চনত সম্পাদিত পুথিখনত র্গ (সৰ্গ্গণে), র্ব (পৰ্ব্বত, সৰ্ব্বদায়), র্ত্ত (স্বৰ্গমৰ্ত্ত্য), ইত্যাদি বহুতো ৰেফ্ যুক্ত দ্বিত্ব বৰ্ণ পোৱা যায়। আনহাতে, ৰেফ্ যুক্ত একাকী বৰ্ণও দুই-এটা চকুত নপৰাকৈ থকা নাই যেনে, র্জ (বিসর্জিলা, অসমীয়া সাহিত্যৰ চানেকিত উদ্ধৃত পাঠত এই শব্দটো 'বিসোর্জ্জিলা' বুলি আছে), র্ব (গৰ্বিয়া, অৰ্থাৎ গৰ্জ্জিয়া)।

২.৫ পৰবৰ্ত্তী যুগৰ ৰামায়ণ, মহাভাৰত, গীতা ভাগৱত আদি সকলো পুথিৰ ভাষাত ৰেফ্‌যুক্ত দ্বিত্বৰ প্ৰাধান্য দেখা যায়। এই প্ৰসঙ্গতে এটা কথা উল্লেখনীয় : পুথিবোৰৰ পাঠ ভালদৰে সমীক্ষা নকৰাৰ কাৰণে আৰু ছপা পুথিবোৰত ভূতৰ অতিমাত্ৰা উপদ্ৰৱৰ হেতুকে মূল পুথিত আচলতে কি আছিল তাক জানিবৰ সমূলি উপায় নাই। বৰ্ত্তমান প্ৰাপ্ত পুথিৰ ভিত্তিত কৰা পৰীক্ষাত ৰেফ্ লগা বৰ্ণৰ দ্বিত্বৰ প্ৰয়োগেই বেছি দেখা গৈছে। কথাগীতাত (ড০ সত্যেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা সম্পাদিত, ১৯৬২ চন) যেনে, দুৰ্ল্লভ, অৰ্জ্জুন, নিৰ্দ্দয়, পূৰ্ব্বকৰ্ম্মে,সৰ্ব্বেশ্বৰ, কথা ভাগৱতত ) ড০ হৰিনাথ শৰ্মাদলৈৰ দ্বাৰা সম্পাদিত, পূৰ্বভাৰতী, ১৯৮৭ চন) যেনে, সৰ্ব্বজ্ঞ, ধৰ্ম্ম, কৰ্ম্ম, অকৰ্ত্তা, অৰ্জ্জুন, কীৰ্ত্তন, পাপাৰ্জ্জিত, অসম বুৰঞ্জীত (শ্ৰীশৰৎচন্দ্ৰ দত্ত সম্পাদিত, ১৯৩৮ চন) যেনে, কিৰ্কিৰীয়া বৰুৱা, পৰ্ব্বত, কৰ্ত্তা, মিৰ্জ্জামুলা; ত্ৰিপুৰা বুৰঞ্জীত° (মূল পুথিৰ মাইক্ৰ'ফিল্মৰ পৰা লোৱা হৈছে, বৰুঞ্জীৰ শব্দ ড০ সূৰ্য কুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত পুথিৰ) যেনে, অৰ্য্যুন, (অৰ্জ্জুন), কীৰ্ত্তিচন্দ্ৰ, আসিৰ্ব্বাদ, (আশীৰ্বাদ), তৰ্কবাগীশ ভট্টাচাৰ্য্যকে, স্বৰ্গদেৱ (স্বৰ্গদেৱ), কিৰ্ম্মিজি, দস্ৰ্সন (দৰ্শন) ইত্যাদি। হৰকান্ত সদৰামীনৰ আত্মজীৱনীত (সম্পাদকে মূল পুথিৰ আখৰ-জোঁটনি সলাইছে বুলি উল্লেখ কৰিছে) মূল তুলাপতীয়া পুথিৰ ৪৯ পৃষ্ঠাৰ যি আলোকচিত্ৰ ছপা কৰা হৈছে, সেই এটা পৃষ্ঠাৰ ২৫ শাৰী কথাত (বৰুঞ্জীত কেইবাৰ পোৱা গৈছে তাক দেখুওৱা হৈছে) র্ম্ম (৩), র্ব্ব (১), র্থ (১), র্ড (১)— এই ৰেফ্‌যুক্ত বৰ্ণকেইটা পোৱা যায়। ইয়াৰ র্ম্ম আৰু র্ব্ব সাধাৰণতে দ্বিত্ব হোৱা বৰ্ণ, র্থ র্ড সচৰাচৰ দ্বিত্ব নহয়, ইয়াতো হোৱা নাই।

২.৬ ৰুচিনাথ কামৰূপী নামৰ লিখক এজনে 'সংস্কৃত-আসামী-কামৰূপী'- এই তিনিটা ভাষাৰ অভিধান এখন ১৮১০ চনত ৰচনা কৰিছিল। তাত ৰেফ্‌যুক্ত ব্যঞ্জনৰ নিৰ্দিষ্ট কোনো নীতি দেখা নাযায়। একাকী আৰু দ্বিত্ব দুয়োটাৰে প্ৰয়োগ পোৱা যায়। অৱশ্যে দ্বিত্ব ৰূপেই বেছি। যেনে, কৰ্ক্কট, গৰ্জ্জন, তৰ্জ্জনী, কৰ্ম্ম, কৰ্ত্তা, মূৰ্চ্ছা, পৰ্ব্বত, দুৰ্ব্বল, কাৰ্য্য, মৰ্য্যাদা, সূৰ্য্য, ইত্যাদি শব্দত দ্বিত্ব পোৱা যায়। আনহাতে তৰ্জনী, গৰ্জা, সৰ্জন, মূৰ্ছা, আয়ুৰ্বেদ, দুৰ্বল, শাসনকৰ্তা, নিৰ্বাস, অন্তৰ্বামী আদি শব্দত ৰেফ্‌যুক্ত একাকী ৰূপো পোৱা গৈছে।°

২.৭ ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত হেমচন্দ্ৰ বৰুৱাই তেখেতৰ অসমীয়া ব্যাকৰণত আৰু হেমকোষত ৰেফ্‌যুক্ত দ্বিত্ব ব্যঞ্জনৰ প্ৰয়োগত মৰ্য্যাদা প্ৰদান কৰিছে। হেমকোষত কৰ্ত্তা, কৰ্ম্ম, কৰ্দ্দনি, বৰ্দ্ধন, পৰ্ব্ব, গৰ্ত্ত ~ গৰ্ভ ইত্যাদি দ্বিত্ব ৰূপবোৰ মাথোন দেখুৱাইছে যদিও একাকী ৰূপৰ প্ৰয়োগেও খেলিমেলিৰ সৃষ্টি নকৰাকৈ থকা নাই। উদাহৰণ স্বৰূপে, অৰ্জ্জন, অৰ্জ্জা, অৰ্জ্জুন, শব্দত দ্বিত্ব আছে, কিন্তু উপাৰ্জন, মাৰ্জন, মাৰ্জাৰ, মাৰ্জিত ইত্যাদিত একাকী

ৰূপ আছে। আনহাতে, সূৰ্য্য, আচাৰ্য্য আদিত দ্বিত্ব ৰূপ পোৱা যায়।

২.৮ হেমচন্দ্ৰ বৰুৱাৰ পৰৱৰ্তী কালৰ পাঠ্যপুথি আৰু ব্যাকৰণ লিখকসকলৰ সকলোৱে (নাৰায়ণ শৰ্মা বিদ্যাভূষণৰ আশুবোধ ব্যাকৰণ (১৮৮৭ চন ?) আৰু ধৰ্মেশ্বৰ গোস্বামীৰ ল'ৰাবোধ ব্যাকৰণ (১৮৮৪ চন ?) মই দেখা নাই) হেমচন্দ্ৰ বৰুৱাৰ নীতিকে মানি লৈছে বুলি ধাৰণা কৰিব পাৰি। হেমচন্দ্ৰৰ প্ৰায় সমসাময়িক আনন্দৰাম ঢেকিয়াল ফুকন আৰু তেখেতৰ স্বনামধন্য দুহিতৃ পদ্মাৱতী দেৱী ফুকননীয়েও দ্বিত্ব ৰক্ষা কৰিছে। লম্বোদৰ বৰাৰ ৰচনাৱলীত ৰ্য্য-ৰ বাহিৰে অন্য দ্বিত্ব চকুত পৰা নাই। গুণাভিৰাম বৰুৱাই দ্বিত্ব ৰক্ষা কৰিছিল যেন লাগে। তেখেতৰ আনন্দৰাম বৰুৱাৰ জীৱন চৰিত্ৰত প্ৰকাশকে "আধুনিক বৰ্ণবিন্যাসেৰেই ছপোৱা হ'ল" বুলি স্পষ্টকৈ কৈছে। গতিকে সেই পুথিৰ পৰা একো ধাৰণা কৰিব নোৱাৰি। কিন্তু শ্ৰীযতীন্দ্ৰ মোহন ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত (১৯৬৬ চন ?) ৰামনৱমী-নাটত ৰেফ্‌লগা ব্যঞ্জনযুক্ত শব্দৰ প্ৰয়োগ বৰ কম হ'লেও তাৰ ভিতৰতে উৰ্ব্বশী, গন্ধৰ্ব্ব, সৰ্ব্বনাশ আদিত দ্বিত্ব আছে।

২.৯ বিগত শতিকাৰ পৰাৰ্ধত আৰু বৰ্তমান শতিকাৰ আগভাগত প্ৰকাশিত আলোচনী বিলাকত যেনে, বিজুলী, আসামবান্ধৱ, জোনাকী, উষা, বাঁহী, আবাহন, জয়ন্তী আদিত অসমীয়া ভাষা আৰু ইয়াৰ আখৰ-জোঁটনি সম্পৰ্কে নানাজনৰ নানান প্ৰবন্ধ-পাতি ওলাইছিল, বাগ্-বিতৰ্ক প্ৰকাশ হৈছিল। কিন্তু দুখৰ বিষয়, সেই আলোচনীবোৰ সুসংৰক্ষণৰ অভাৱত দুষ্প্ৰাপ্য হৈ পৰাত বেজবৰুৱা, গোহাঞিবৰুৱা, হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে সাহিত্যিক মণ্ডলীৰ, ৰেফ্‌যুক্ত দ্বিত্ব সম্পৰ্কে মতামত কি আছিল ভালদৰে জনা নাই।

## মিছনাৰীৰ ভূমিকা

৩.১ মিছনেৰীসকলেই, যথা সম্ভৱ, পোনপ্ৰথমে নীতিগতভাৱে ৰেফ্‌যুক্ত বৰ্ণৰ দ্বিত্ব ৰূপ বৰ্জন কৰি একাকী ৰূপত লিখাৰ আৰ্হি দাঙি ধৰিছিল। যোৱা শতিকাৰ দ্বিতীয় দশকত শ্ৰীৰামপুৰৰ পৰা প্ৰকাশিত পোন প্ৰথম ছপা অসমীয়া পুথি বাইবেলৰ অসমীয়া অনুবাদত একাকী বৰ্ণৰ প্ৰয়োগ দেখা যায়। যেনে, পৰ্বত, কৰ্তা, সৰ্বসক্তিমান, চৰ্মচেদন, ইত্যাদি। বেপ্‌টিষ্ট মিছনাৰীসকলৰ অৰুনোদই কাকতত পৰিকল্পিতভাৱেই ৰেফ্‌যুক্ত দ্বিত্ব বৰ্জিত হৈছে। ১৮৪৬ চনৰ জানুৱাৰী মাহৰ প্ৰথম সংখ্যাৰ প্ৰথম পৃষ্ঠাত পোৱা ৰেফ্‌যুক্ত বৰ্ণ থকা শব্দকেইটা হৈছে, — দুৰ্বিন, লৰ্ড, মাৰ্চ (৩ বাৰ), অৰ্থাত, দৰ্সন, পিতচ্‌বৰ্গ, চাৰ্কাচি, পৰ্বত, য়াৰ্মত। সেইদৰে, ১৮৫৪ চনৰ ডিচেম্বৰ সংখ্যাৰ শেষ পৃষ্ঠাত পোৱা শব্দকেইটা হ'ল – অৰ্থে, সৰ্মা, (২ বাৰ), জনাৰ্দ্দন আৰু অৰ্থাত (ইয়াৰ জনাৰ্দ্দন শব্দৰ ৰূপটো মনকৰিবলগীয়া, ছপাৰ ভুল নহয় তো ?)।

৩.২ ডº নাথান ব্ৰাউনে A Grammatical Not/s on th/ Assam/s/ Languag/ – খনৰ প্ৰথম সংস্কৰণত (১৯৪৮ চন) ৰেফ্‌যুক্ত বৰ্ণৰ দ্বিত্ব বৰ্জন কৰিছিল যেন ধাৰাণা হয়। ১৮৯২ চনৰ তৃতীয় সংস্কৰণত আখৰ-জোঁটনি সংশোধন কৰা বুলি সম্পাদক এইচ. পি. মুৰ চাহাবে স্পষ্টকৈ কৈছে যদিও ব্ৰাউন চাহাবে লিখা Sounds of

th/ L/tt/rs পাঠত 'পৰ্বত' শব্দটোত একাকী ৰূপ[illegible]ৰ্ব লিখি ৰেফ্ লগা বৰ্ণবোৰ সংস্কৃতত দ্বিত্বকৈ লিখা হয় বুলি (পৃঃ২১) উল্লেখ কৰা কথাবাৰৰ পৰা সেই কথা ধাৰণা কৰিব পাৰি।"

৩.৩ আনহাতে, ৰেভা° ব্ৰন্সন চাহাবৰ অসমীয়া আৰু ইংৰাজী অভিধান - ত একাকী বৰ্ণতহে ৰেফ্ লগোৱা পোৱা গৈছে। যেনে, উত্তিৰ্ন, কঁৰ্বাৰ, কৰ্মকৰ্তা, কৰ্ণৈসিৰিয়া, কৰ্কৰিয়া, গিৰ্জান, গিজাঘৰ, পৰ্ব, পৰ্বত, পুৰ্ন, পুৰ্ব, মোকৰ্দমা, অৰ্থ, শ্নী:ৰ্ধক, অৰ্ধাঙ্গইত্যাদি। কিন্তু কিছুমান শব্দত দ্বিত্বও পোৱা যায়, যেনে, কৰ্দ্দৈ, কৰ্দ্ধনি, গোবৰ্দ্ধন, নিদ্ধাৰিত, ইত্যাদি। সেইদৰে, ৰেফ্যুক্ত র্জ-ত য় কাৰ (-য) ৰাখিছে। যেনে, ভাৰ্জ্যা, কাৰ্জ্য, ভট্টাচাৰ্জ্য (এইবোৰৰ র্জ=র্য)। কিন্তু গিৰ্জা, গিৰ্জাঘৰ, গিৰ্জনি, বৰ্জন, বৰ্জি , সেইদৰে, অৰ্চন, অৰ্চনা, ইত্যাদিত চ-বৰ্গৰ বৰ্ণ চ আৰু জ-ত দ্বিত্ব ৰখা নাই।" মিছনাৰীসকলেও পিচলৈ হেমচন্দ্ৰ বৰুৱাৰ নীতিকে গ্ৰহণ কৰে; তেওঁলোকে প্ৰকাশ কৰা পাঠ্যপুথিতো ৰেফ্যুক্ত দ্বিত্বৰ্ণ পোৱা যায়।

## বৰ্ত্তমান শতিকাৰ সজাগতা

৪.১ বৰ্তমান শতিকাৰ তৃতীয়-চতুৰ্থ দশকৰ পৰা অসমীয়া সাহিত্যিক তথা চিন্তাশীল ব্যক্তিসকলে ৰেফ্লগা বৰ্ণবোৰ একাকীকৈ লিখা নীতিৰ কথা চিন্তা কৰিছিল। অন্যৰ কথা নাজানো, আনন্দচন্দ্ৰ আগৰৱালাই আৱাহনৰ ৯ম বছৰৰ চতুৰ্থ সংখ্যাত (১৯৩৭ চন?) 'অসমীয়া আখৰ - জোঁটনিৰ নিয়ম' বোলা প্ৰবন্ধত স্পষ্ট ভাবাবে লিখিছিল যে ৰেফ্যুক্ত ব্যঞ্জন অসমীয়াত "দ্বিত্ব নকৰিলেও কোনো দোষ নহয়।" দ্বিত বৰ্জনৰ চিন্তাত বাংলাৰ প্ৰভাবো স্পষ্ট বুলি ক'ব পাৰি। আগৰৱালাই লিখিছে, "অনেক বঙালী সাহিত্যিকে আজিকালি দ্বিত নকৰি বঙলা ভাষাত ধৰ্ম, কৰ্ম, পৰ্ব, সৰ্ব, কাৰ্য, ধাৰ্য, অৰ্ধ, মূৰ্ছা অৰ্চনা – এইদৰে লিখিবলৈ ধৰিছে। . . . . . . হিন্দী আৰু মাৰাঠী ভাষাত এনেকুৱা বানান চলে।" তেখেতে বহুতো উদাহৰণ দি আৰু লিখিছে যে বেদৰ সংস্কৃতিতো এনে বৰ্ণ একাকী ৰূপতহে লিখা হৈছিল। সেই কাৰণে অসমীয়াতো চৰ্চা, অৰ্চনা, মূৰ্ছা, গৰ্জন, বিসৰ্জন, গৰ্ত, কৰ্ম, গৰ্ব, অৰ্ধ কাৰ্য, সূৰ্যহে লিখা উচিত।"

৪.২ অসম চৰকাৰৰ C/ntral T/xtbook Committ// এ ১৯৩৮ চনত "অসমীয়া শব্দৰ বানান নিৰূপণৰ অৰ্থে পৰামৰ্শ দিবলৈ" আঠজন সদস্যৰে এখন কমিটী গঠন কৰিছিল। কমিটীত ড০ বাণীকান্ত কাকতি, কালিৰাম মেধি, বিৰিঞ্চিকুমাৰ বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, শৰৎচন্দ্ৰ গোস্বামী, দিবাকৰ গোস্বামীৰ দৰে প্ৰবীণ ভাষাতত্ত্ববিদ তথা শিক্ষাবিদসকল আছিল। অসমীয়া আখৰ-জোঁটনি সৰলীকৰণৰ এয়ে আছিল প্ৰথম সামূহিক প্ৰচেষ্টা। উক্ত কমিটীয়ে অন্যান্য সমস্যাৰ লগতে ৰেফ্যুক্ত ব্যঞ্জনৰ কথাও বিবেচনা কৰি সিদ্ধান্ত কৰিছিল "ৰেফ্যুক্ত বৰ্ণ দ্বিত্ব নহ'ব। যেনে, কৰ্তা, আৰ্য, কৰ্ম, পৰ্বত, ইত্যাদি।" তাৰ পিচতে এটা টোকাত লিখিছিল, "ৰায়বাহাদুৰ গোহাঁই বৰুৱাই কেৱল 'য' বৰ্ণ ৰেফ্যুক্ত হ'লে দ্বিত্ব ৰাখিব খোজে; যেনে, - কাৰ্য্য, কাৰ্য নহয়। আন বৰ্ণত দ্বিত্ব নিবিচাৰে।"

৪.৩ ইয়াৰ পিচত ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিয়েও অসমীয়া আখৰ-জোঁটনি আৰু লিপ্যন্তৰকৰণৰ পদ্ধতি নিৰ্ণয় কৰিবলৈ যজ্ঞেশ্বৰ শৰ্মা, তীৰ্থনাথ

শৰ্মা, ড০ মহেশ্বৰ নেওগ, ড০ সত্যেন্দ্ৰ নাথ শৰ্মা আৰু ড০ গোলোকচন্দ্ৰ গোস্বামীক লৈ পাঁচজনীয়া কমিটী এখন গঠন কৰিছিল। এই কমিটিয়েও ৰেফ্‌যুক্ত বৰ্ণৰ দ্বিত্ব বৰ্জনৰ হকে সিদ্ধান্ত কৰি ৰ্য - ৰ ক্ষেত্ৰত ৰ্য্য ব্যৱহাৰৰ পোষকতা কৰিছিল। [১০]

৪.৪ অসম সাহিত্য সভায়ো ১৯৬৫ চনত স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ সভাপতিত্বত এখন সমিতি পাতি অসমীয়া আখৰ-জোঁটনিৰ সৰলীকৰণৰ আলোচনা কৰিছিল। এই লিখকো সেই সমিতিৰ এজন সদস্য আছিল। তাৰ পিচতো বিভিন্ন সময়ত বিভিন্ন সমিতি আৰু আলোচনা-চক্ৰ পাতি ৰেফ্‌যুক্ত দ্বিত্ব বৰ্জনৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। এতেকে দেখা যায়, ৰেফ্‌যুক্ত দ্বিত্ব বৰ্জন এটা প্ৰায় সৰ্বজন সমৰ্থিত সিদ্ধান্ত।

## দ্বিত্ব বৰ্জন কিয় ?

৫.১ এতিয়া এটা প্ৰাসঙ্গিক প্ৰশ্ন হ'ল, ৰেফ্‌লগা বৰ্ণবোৰ যদি বিকল্প নাৰাখি একাকীকৈ লিখিলেই হয়, তেনেহ'লে সংস্কৃত তথা বাগ্‌বিজ্ঞানৰ অগাধ পণ্ডিত, আমাৰ পূৰ্বপুৰুষ ঋষি-মুনি, বৈয়াকৰণসকলে এনে বৰ্ণ দ্বিত্বকৈ লিখাৰ নিয়ম কৰিছিল কিয়? কেৱল একাকীকৈ লিখিলে শব্দবোৰ, আৰু ভাষাটোও বিকৃত নহ'বনে ? এই প্ৰসঙ্গত আমি জনা প্ৰয়োজন যে ভাষাৰ উচ্চাৰণ অনুসৰি বৰ্ণ নিৰ্ণিত হয়। আৰু, লিখিত বৰ্ণ নিৰ্ণয়ত শ্ৰূয়মান বৰ্ণহে প্ৰধান; শ্ৰূয়মান বৰ্ণৰ চাক্ষুষ প্ৰতীক অৰ্থাৎ আখৰবোৰ গৌণ। বাগ্‌বিজ্ঞানৰ নীতি মতে, ভাষাৰ যিবোৰ কথা উপধ্বনিগত (allophonic) বিজ্ঞাত (pr/dictabl/) বা স্বাভাৱিক পৰিণতি, সেইবোৰ লিখি দেখুওৱাৰ প্ৰয়োজন নাই। প্ৰাচীন বৈয়াকৰণসকলে বৰ্ণবিশ্লেষণৰ বাগ্‌বিজ্ঞানসম্মত পদ্ধতি অনুসৰি সংস্কৃত ভাষাৰ কাণেৰে শুনা ধ্বনিবোৰৰ পৰা বৰ্ণবোৰ (phon/m/s) নিৰ্ণয় কৰিছিল; আৰু সেই বৰ্ণৰ লগত সঙ্গতি ৰাখি চাক্ষুষ বৰ্ণমালাখন (phon/m/ chart বা Alphab/t) তৈয়াৰ কৰিছিল।

## শিক্ষা-প্ৰাতি শাখ্যই কি কয় ?

৫.২ শিক্ষা আৰু প্ৰাতিশাখ্যবোৰত সংস্কৃত ভাষাৰ ধ্বনিবৈজ্ঞানিক আৰু বৰ্ণতাত্ত্বিক বিতং বিশ্লেষণ পোৱা যায়। এই প্ৰাতিশাখ্যবোৰৰ মতে ৰেফ্‌যুক্ত ব্যঞ্জনবোৰ অৰ্থাৎ ৰ্+ব্যঞ্জন, সদায় স্বাভাৱিকতে দীৰ্ঘমাত্ৰাত উচ্চাৰিত হৈছিল। মহৰ্ষি পাণিনিৰ মতে, অৱশ্যে, এনে দীৰ্ঘ উচ্চাৰণ বিকল্প ৰূপহে পোৱা যায়।[১১] এতেকে, দেখা যায়, ৰেফ্‌যুক্ত ব্যঞ্জনৰ দীৰ্ঘত্ব বা দীৰ্ঘমাত্ৰা তেনেই বিজ্ঞাত গুণবিশেষ; এই দীৰ্ঘমাত্ৰা পৰিৱেশজনিত বিকাৰ (/nvironm/ntal variant), আৰু সেয়েহে বৰ্ণৰ উপধ্বনি; অৰ্থাৎ ৰেফ্ লাগিলে বৰ্ণবোৰৰ উচ্চাৰণ দীৰ্ঘ, পাণিনিৰ মতে বিকল্পে দীৰ্ঘ, হ'বই। উচ্চাৰণৰ এই দীৰ্ঘমাত্ৰা ধ্বনি বিজ্ঞানৰ শিক্ষা পোৱা লোকৰ কাণত সহজে বাজে; অথবা বিশেষভাৱে লক্ষ্য কৰিলে ধৰিব পাৰি। বৰ্ণৰ এনে দীৰ্ঘত্ব বুজাবলৈ বৰ্ণ দ্বিত্ব কৰি লিখাৰ যি ফল, একাকীকৈ লিখাৰো সেই একেই ফল; অৰ্থাৎ, ইয়াৰ ফলত শব্দৰ উচ্চাৰণত কোনো বিকৃতি নঘটে। সেয়েহে, প্ৰাচীন কালৰ লিখকসকলৰ কোনোৱে বা চকু আৰু কাণৰ বিবাদ নলগাবলৈ শুনা মতেই দীৰ্ঘ অৰ্থাৎ দ্বিত্বকৈ লিখিছিল; আকৌ, কোনোৱে বা বৰ্ণবিজ্ঞানৰ সিদ্ধান্ত মানি একাকীকৈয়ে লিখিছিল।

কেতিয়াবা, একেজন লিখকেই একাকীকেও লিখিছিল, দ্বিত্বকেও লিখিছিল। ইয়াৰ পৰা বুজা যায়, এই বিষয়ত হয়তো ধৰাবন্ধা বিশেষ কোনো নিয়ম নাছিল।

৫.৩ সংস্কৃত ভাষাৰ তৎসম শব্দবোৰত ৰেফযুক্ত বৰ্ণৰ বিকল্প দীৰ্ঘ উচ্চাৰণ অসমীয়া আৰু অন্য ভাৰতীয় আৰ্যভাষা-ভাষীসকলে উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছে; আৰু তাকে সকলোৱে মানি আহিছে। সংস্কৃতৰ নিয়মেই অসমীয়াত বহু পৰিমাণে প্ৰযোজ্য। সেই কথা বিতং বিশ্লেষণৰ পৰা বুজা যায়।

## ৰেফ্‌বিহীন দ্বিত্ব

৬.১ ৰেফ্‌যুক্ত দ্বিত্ব বৰ্ণৰ আলোচনাৰ পূৰ্বে ৰেফ্‌বিহীন দ্বিত্বৰ এটা প্ৰাসঙ্গিক কথা জানিব লাগে। অসমীয়া ভাষাত নিম্নোক্ত এঘাৰটা ধ্বনিতাত্ত্বিক বৰ্ণ (phon/m/) মাথোন দ্বিত্ব হ'ব পাৰে (পঢ়াশলীয় ব্যাকৰণৰ আখৰ মালাৰ লগত খেলিমেলি হ'ব নালাগে)। যেনে, অল্পপ্ৰাণ স্পৰ্শ বৰ্ণঃ প ত ক, ব দ গ; উষ্ম বৰ্ণ ঃ স (=S) আৰু য (=Z), তৰল বৰ্ণ ঃ ম ন ল।

মহাপ্ৰাণ বৰ্ণ খ ঘ থ ধ আৰু ভ কেৱল ৰেফ্ আৰু য় - কাৰজনিত দৈৰ্ঘ্যৰ কাৰণহে দ্বিত্ব হ'ব পাৰে। দ্বিত্ব বৰ্ণবোৰো সংযুক্ত বৰ্ণ; এতেকে এইবোৰতো অন্য সংযুক্ত বৰ্ণৰ বৈশিষ্ট্যবোৰ প্ৰকাশ হয়। যেনে,

৬.২ স্বৰমধ্যবৰ্তী অৱস্থানত দ্বিত্ব বৰ্ণ, আৰু ৰেফ্ ভিন্ন (আচলতে ৰ-ভিন্ন) অন্য দুটা ব্যঞ্জন সংযুক্ত হ'লে, সেই সংযুক্ত বৰ্ণৰ প্ৰথম ব্যঞ্জনটোৰ উচ্চাৰণ সদায় স্বাভাৱিকতে দীৰ্ঘ হয় (সংস্কৃততো এনে হৈছিল; তাৰ আলোচনা ইয়াত নিষ্প্ৰয়োজন)। তেনে দ্বিত্বৰ উদাহৰণ (*উদাহৰণ দিওঁতে সকলো পাঠকে বুজিবৰ নিমিত্তে যিমান দূৰ পাৰি উচ্চাৰণাত্মক বৰ্ণৰ লগতে সাধাৰণ আখৰমালাৰো ব্যৱহাৰ কৰা হৈছে*।' বন্ধনীৰ মাজত লিখিত ৰূপবোৰ দেখুওৱা হৈছে; প্ৰয়োজন মতে হলন্ত চিনো দিয়া হৈছে। দ্বিত্ববৰ্ণ ঃ যেনে, মক্‌কা (মক্কা), তত্‌ত (তত্ত্ব), আদ্‌দা (আড্ডা), মল্‌ল (মল্ল), যম্‌মু (জম্মু), অন্‌ন (অন্ন), থাপ্‌পৰ (থাপ্পৰ, থাপৰ), ইত্যাদি। এই শব্দবোৰৰ হলন্ত ক্, ত্, দ্, ল্, ম্, ন্, আৰু প - ৰ উচ্চাৰণ দীৰ্ঘ।

৬.৩ অন্য সংযুক্ত বৰ্ণ ঃ যেনে, তক্‌তা (তক্তা), ভক্‌তি (ভক্তি), অক্‌ৰান্‌ত (অক্ৰান্ত), ৰুক্‌ম (ৰুক্ম), বক্‌ৰ (বক্ৰ), ইত্যাদি শব্দৰ হলন্ত ক্ - বৰ্ণৰ উচ্চাৰণ দীৰ্ঘ। সেইদৰে, শঙ্‌কা (শঙ্কা), বস্‌তা (বস্তা), উল্‌কা (উল্কা), মন্‌দ (মন্দ), আদি শব্দৰ হলন্ত ঙ, স্, ল্, - বৰ্ণৰ উচ্চাৰণো দীৰ্ঘ হয়।

৬.৪ লিখিত জোঁটনি 'শ্চ/চ্চ/চ্ছ' ৰ পৰা দ্বিত্ব ss, আৰু 'জ্জ/জ্ঝ' - ৰ পৰা দ্বিত্ব zz উচ্চাৰণ পোৱা যায়।[১২] ss আৰু zz অসমীয়াত দন্তমূলীয়া ঘৃষ্ট দ্বিত্ব বৰ্ণ। ইহঁতৰ প্ৰথমটোহঁত s আৰু z ৰ দীৰ্ঘ উচ্চাৰণত বহুতো বিকল্প শুনা যায়। যেনে, 'নিশ্চয়' শব্দ সৰ্বসাধাৰণৰ মুখত হয় nissay~nisssay; শিক্ষিত লোকৰ মুখত হয় nissay~nittsay! শিক্ষিত লোকৰ সচেষ্ট উচ্চাৰণত nittsay~nittśay শুনা যায়। 'উচ্চাহৰণ' শব্দ হয়

ussāran ~ Usssāran; ussāran ~ uttsāran ~ uttšāran। 'স্বচ্ছ' = sassa ~ sasssa; sassa ~ sattsa ~ sattša; ইচ্ছা = issā ~ isssā; issā ~ ittšā ~ ittšā।

সেইদৰে, 'সজ্জন' = xazzan ~ xazzzan; xaddzan ~ xaddžan; 'উজ্জ্বল' = uzzal ~ uzzzal; uddzal ~ uddžal; ইত্যাদি।

৬.৫ স্বৰমধ্যৱৰ্তী পৰিৱেশত, এইবাৰ ৰ - বৰ্ণ (ৰেফ্ বা ৰ - কাৰ) সমন্বিতে, তিনিটা বা ততোধিক যিমানেই কি ব্যঞ্জন সংযুক্ত নহওক কিয়, প্ৰথম বৰ্ণটোৰ উচ্চাৰণ সদায় দীৰ্ঘ হয়। উদাহৰণ, যথা, 'ৰাষ্ট্ৰ', 'মৰ্ত্য' 'সংক্ৰান্তি', 'অলঙ্ঘ্য আৰু 'যন্ত্ৰ', শব্দৰ যথাক্ৰমে 'ষ্', 'ৰ্ (ৰেফ্)', 'ং', 'ঙ্', আৰু 'ন্' - ৰ উচ্চাৰণ দীৰ্ঘ। এনে সংযুক্ত ব্যঞ্জনৰ আদ্যবৰ্ণটোৰ পিচৰ বৰ্ণবোৰৰ উচ্চাৰণ হ্ৰস্ব হয়। 'ৰ্চ /ৰ্ছ' - ৰ পৰা rss আৰু 'ৰ্জ/ৰ্য' - ৰ পৰা rzz পোৱা যায়। (ss, zz —ৰ একাধিক বিকল্প উচ্চাৰণৰ কাৰণে ওপৰৰ ৬.৪ নং ছেদ দ্ৰষ্টব্য)।

৬.৬ অসমীয়া মানুহৰ মুখত দ্বিত্ব বা সংযুক্ত ব্যঞ্জনৰ দীৰ্ঘ উচ্চাৰণ নিতান্ত পৰিৱেশজনিত বিকাৰ; ইচ্ছা কৰিলেও আমি হ্ৰস্ব উচ্চাৰণ কৰিব নোৱাৰোঁ, কৰিলেও শব্দবোৰ কাণত বাজিব। এতেকে, বাগ্‌বিজ্ঞানৰ নীতি মতে সংযুক্ত আদ্য ব্যঞ্জনৰ এনে দীৰ্ঘ মাত্ৰা লিখি দেখুওৱাৰ যোগ্য নহয়। অসমীয়া মানুহে এনেবোৰ ব্যঞ্জন দীৰ্ঘকৈ উচ্চাৰণ কৰি আহিলেও কোনো কালে দ্বিত্বকৈ লিখা নাই।

## ৰেফযুক্ত ব্যঞ্জনৰ বৈশিষ্ট্য

৭.১ অসমীয়া ভাষাত ব্যঞ্জনবৰ্ণ মাথোন ২৩ টা। সেইবোৰ, যেনে, ক খ গ ঘ ঙ; ত থ দ ধ ন; প ফ ব ভ ম; স (=S) য (=Z) ষ (=X) হ; ৰ ল য় ৱ। ইহঁতৰ স - বৰ্ণই 'চ / ছ', য - বৰ্ণই 'জ/য/ঝ' আৰু ষ - বৰ্ণই 'শ/ষ/স আখৰৰ পৰা পোৱা ধ্বনিগত বৰ্ণ বিশেষ। (অসমীয়া সকলোবোৰ আখৰৰ বৰ্ণৰ মৰ্যাদা নাই। সেই কাৰণে, পঢ়াশালীয়া ব্যাকৰণৰ 'বৰ্ণমালা' যে স্বৰূপাৰ্থত আখৰমালাহে, সেইকথা পদে পদে মনত ৰখা উচিত।)

৭.২ অসমীয়া বৰ্ণবোৰৰ ভিতৰত একমাত্ৰ ৰ-বৰ্ণই ৰেফৰূপে আটাইতকৈ বেছি সংখ্যক উনৈশটা বৰ্ণত সংযুক্ত হ'ব পাৰে। ৰেফযুক্ত বৰ্ণবোৰ, যেনে, - ৰ্ক ৰ্খ ৰ্গ ৰ্ঘ; ৰ্ত ৰ্থ ৰ্দ, ৰ্ধ ৰ্ন (লিখিত আখৰ 'ৰ্ণ'); ৰ্প ৰ্ফ ৰ্ব ৰ্ভ ৰ্ম; ৰ্স (= rs), ৰ্য (= rz); ৰ্হ আৰু ৰ্ল।

৭.৩ ৰেফলগা উক্ত বৰ্ণবোৰ উচ্চাৰণ পৰীক্ষা কৰিলে দেখা যায়।

প্ৰথম, অসমীয়া ভাষাত ৰেফৰ উচ্চাৰণ মূৰ্ধন্য হয়; অৰ্থাৎ, ইয়াৰ উচ্চাৰণত জিভাখনৰ আগভাগ ঘোৰ খাই স্বাভাবিকতে তালুৰ ফালে ওপৰলৈ দাং খায়। সংস্কৃততো এই পৰিৱেশত ৰ - বৰ্ণৰ মূৰ্ধন্য উচ্চাৰণ হৈছিল। [১৩]

৭.৪ দ্বিতীয়তে, দন্তমূলীয় ত থ দ ধ ন আৰু ল - বৰ্ণৰ উচ্চাৰণ ঈষৎ মূৰ্ধন্য হয়। যেনে, 'কৰ্তা', 'অৰ্থ', 'অৰ্ধ', 'কৰ্ণ', 'দুলৰ্ভ', শব্দৰ ত থ দ ধ ন আৰু ল - বৰ্ণক সংস্কৃতৰ মতে দন্ত্য আখৰেৰে লিখিলেও উচ্চাৰণ প্ৰকৃততে ঈষৎ মূৰ্ধন্য। লিখিত আৰু উচ্চাৰিত

উভয় দিশতে 'ৰ্ণ' মূৰ্দ্ধন্য। অসমীয়াৰ এই নিয়মো সংস্কৃতৰ লগত মিলে।

৭.৫ তৃতীয়তে, সংযুক্ত ব্যঞ্জনৰ আদ্যবৰ্ণ ৰূপে ৰেফ্‌ৰ উচ্চাৰণ ৰ্য (= rx) (লিখিত আথৱ 'ৰ্শ, ৰ্ষ', সংস্কৃতত, আৰু অসমীয়াতো, 'ৰ্স' আখৰ পোৱা নাযায় (?)) আৰু ৰ্হ - ৰ ক্ষেত্ৰতহে বিকল্পে দীৰ্ঘ হ'ব পাৰে (মনত ৰখা উচিত যে য = x (লিখিত 'শ, ষ, স') আৰু হ একোটা উষ্ম ধ্বনিসূচক বৰ্ণ; ইহঁতৰ দীৰ্ঘ উচ্চাৰণ অৰ্থাৎ দ্বিত্ব ৰূপ পোৱা নাযায়। আৰু যথা সম্ভৱ সেই কাৰণেহে ৰেফ্ লাগিলে সেই ৰেফ্‌ৰ উচ্চাৰণ দীৰ্ঘ হয়)। যেনে, 'দৰ্শন', 'অৰ্শ', 'বৰ্ষা', 'হৰ্ষ' শব্দৰ 'ৰ্শ' আৰু 'ৰ্ষ' ৰ উচ্চাৰণ ৰ্‌ৰ্শ/ৰ্ ৰ্ ষ' = rrx ~ rx আৰু 'অৰ্হতা' শব্দৰ ৰ্হ-ৰ উচ্চাৰণ 'ৰ্ ৰ্ হ' = rrh ~ rh শুনা যায়। ('চ/ছ' =s আৰু 'জ/য' = <-ও অসমীয়াত উষ্ম ধ্বনিসূচক বৰ্ণ; ইহঁত ৰেফ্ নালাগিলেও দীৰ্ঘ হ'ব পাৰে, ৰেফ্ লাগিলেও দীৰ্ঘ হ'ব পাৰে। ইহঁতৰ ৰেফযুক্ত উচ্চাৰণৰ কথা পিচত ৮.১ — ৮.৫ ছেদত আছে।)

৭.৬ চতুৰ্থতে, অসমীয়া বৰ্ণ স (লিখিত 'চ/ছ' = s), য (লিখিত 'জ/য' =z), য (লিখিত 'শ/ষ/স' =x) আৰু হ - এই চাৰিটা উষ্ম বৰ্ণৰ বাহিৰে অন্য বাকীবোৰ ব্যঞ্জনত ৰেফ্ লাগিলে সেই ব্যঞ্জনবোৰৰ উচ্চাৰণ বিকল্পে দীৰ্ঘ হয়। এনে দীৰ্ঘ উচ্চাৰণ বহুসময়ত বক্তাৰ কথা কোৱাৰ ভংগীৰ ওপৰত, বিশেষকৈ শ্বাসাঘাতৰ ওপৰত, নিৰ্ভৰ কৰে। (এই নিয়মো সংস্কৃতৰ লগত মিলে)। যেনে, কৰ্‌ত্‌তা ~ কৰ্‌তা ('কৰ্তা'), কৰ্‌ন্‌ন ~ কৰ্‌ন (কৰ্ণ), ধৰ্‌ম্‌ম ' ধৰ্‌ম ('ধৰ্ম'), পৰ্‌ব্‌বত~পৰ্‌বত ('পৰ্বত'), মাৰ্‌গ্‌গ্~মাৰ্‌গ ('মাৰ্গ'), দুৰ্‌ল্‌লভ~দুৰ্‌লভ ('দুৰ্লভ'); ইত্যাদি।

৭.৭ পঞ্চমতে, মহাপ্ৰাণ বৰ্ণৰ লগত (লিখিত বৰ্ণ মালাৰ দ্বিতীয় আৰু চতুৰ্থ বৰ্ণত) ৰেফ্ লাগিলে ৰেফ্ লগা বৰ্ণটোৰ আগত অল্পপ্ৰাণ ৰূপটো যুক্ত হয়; আৰু তেনেকৈয়ে মহাপ্ৰাণ বৰ্ণ দীৰ্ঘ হোৱা বুজায়। যেনে, 'অৰ্দ্ধ' শব্দ আচলতে অৰ্ধ; ধ এটা মহাপ্ৰাণ বৰ্ণ; ইয়াত অল্পপ্ৰাণ ৰূপ দ; ই ধ-ৰ আগত যুক্ত হয়; এতেকে ধ=ৰ্দধ = 'ৰ্দ্ধ'। অৰ্থাৎ, ৰ্ধ - ৰ দ্বিত ৰূপ ৰ্দধ। সেইদৰে, 'ৰ্থ' = 'ৰ্ত্থ'। এই কাৰণে ৰ্ত - ক আগৰ দিনত 'ৰ্ত্ত'- ৰূপে লিখাৰ নিয়ম আছিল (হেমকোষত 'গৰ্ত্ত' শব্দত এই ৰূপৰ প্ৰয়োগ এতিয়াও দেখা যায়।) খ আৰু ঘ মহাপ্ৰাণ বৰ্ণ হলেও ইহঁতত ৰেফ্ লাগিলে আখৰ দ্বিত নহয়। থ- বৰ্ণবো 'ৰ্খ' - ৰূপৰ প্ৰয়োগ নহয়। ৰ্ক - ৰ প্ৰয়োগ বিৰল। 'ৰ্ঠ' আৰু 'ৰ্ট' সংস্কৃততে পোৱা নাযায়।

### ৰেফযুক্ত 'চ' - বৰ্ণৰ বৈশিষ্ট্য

৮.১ সংস্কৃতত ৰ্চ বৰ্ণটোৰ (অসমীয়া 'চ' - বৰ্ণ) উচ্চাৰণ স্থান তালু, এতেকে উচ্চাৰণ তালব্য, আৰু উচ্চাৰণৰ ধৰণ স্পৃষ্ট (affricat/)। দন্ত্য/দন্তমূলীয় ত্ - ৰ লগত তালব্য শ (= S সং. শ্ল), আৰু দ - ৰ লগত তালব্য z (সংস্কৃতত এই তালব্য সঘোষ উষ্ম বৰ্ণ নাই; জাৰ্মান বা ফ্ৰেঞ্চ আদি ভাষাত আছে) কোনো ব্যৱধান নৰখাকৈ উচ্চাৰণ কৰিলে যেনে হয়, সংস্কৃতৰ ৰ্চ আৰু ৰ্জ (অসমীয়া আখৰ 'চ', 'জ',) উচ্চাৰণো ঠিক তেনে।"

৮.২ সংস্কৃত অ - বৰ্গৰ, অসমীয়াত 'চ/ছ' - ৰ উচ্চাৰণ ইংৰাজী sin শব্দৰ s ৰ দৰে (অসমীয়া বৰ্ণ লিপি স), আৰু 'জ'-ৰ উচ্চাৰণ ইংৰাজী zoo শব্দৰ z - ৰ দৰে বৰ্ণ লিপি য)। অৰ্থাৎ অসমীয়া উচ্চাৰণত সংস্কৃতৰ স্থানবো সলনি ঘটিল, উচ্চাৰণ-ধ্বণবো পৰিবৰ্তন হ'ল। অসমীয়াত 'চ/ছ' আৰু 'জ' - ৰ উচ্চাৰণ হ'ল যথাক্ৰমে দন্তমূলীয় উষ্ম s আৰু z।

৮.৩ 'চ' - বৰ্গত ৰেফ্ লাগিলে 'ৰ্চ/ৰ্ছ' আৰু 'ৰ্জ' -ৰ ধ্বনিগুণ ৰেফ্লগা অন্য বৰ্ণতকৈ অলপ বেলেগ হয়। যেনে, 'চ/ৰ্ছ' -ৰ উচ্চাৰণ rs~rss; 'ৰ্জ' -ৰ উচ্চাৰণ rz~rzz। শিক্ষিত শ্ৰেণীৰ লোকেও সাধাৰণতে, অথবা অসতৰ্ক অৱস্থাত এনে উচ্চাৰণকে কৰা শুনা যায়। যেনে, 'অৰ্চনা' =arsanā~arssanā, চৰ্চা =sarsā~sarssā 'মূৰ্ছা' = mursā~murssā; 'বৰ্জন' = barzn ~ barzzan; 'অৰ্জুন' = a'rzun ~ a'rzzun (a'- ৰ উচ্চাৰণ অ')

৮.৪ 'চ/ছ' -ৰ উচ্চাৰণ s হোৱাৰ দৰে 'জ' আৰু 'য' -ৰ উচ্চাৰণো z হয় বুলি ওপৰত (ছেদ ৮.২) কোৱা হৈছে। শিক্ষিত লোকৰ মুখত rss আৰু rzz -ৰ উচ্চাৰণতো ৰেফ্বিহীন ss আৰু zz -ৰ ধ্বনিগুণ শুনিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে শিক্ষিত শ্ৰেণীৰ লোকে সজাগ সচেতন হৈ হিন্দী বা সংস্কৃতৰ দৰে উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিলে, 'ৰ্চ/ৰ্ছ' -ৰ উচ্চাৰণ হয় rss~ttṣ; 'ৰ্জ/ৰ্য' -ৰ উচ্চাৰণ হয় rzz~rddẓ। যি সকলে আৰু বেছি শুদ্ধকৈ কয় বা ক'বলৈ চেষ্টা কৰে, তেওঁলোকৰ মুখত rss -ৰ উচ্চাৰণ হয়, rss~rttṣ~rttš; আৰু, rzz- ৰ হয়, rzz~rddẓ~rrdž। tš আৰু dž ৰ উচ্চাৰণ তালব্য হোৱা কাৰণে tsy আৰু dzy শুনা যেনো লাগে।

৮.৫ ওপৰৰ এই বহল আৰু বিস্তৃত আলোচনাৰ পৰা দেখা গ'ল যে, ৰেফ্ লাগিলে যে বৰ্ণবোৰৰ উচ্চাৰণৰ মাত্ৰাহে বৃদ্ধি পায়, তেনে নহয়; বৰ্ণবোৰৰ ধ্বনি গুণবো যথেষ্ট তাৰতম্য ঘটে। যেনে, দন্ত্য/দন্ত্যমূলীয় বৰ্ণবোৰ দীৰ্ঘ হোৱাৰ উপৰিও ঈষৎ মূৰ্ধন্য হয় (ছেদ ৭.৪)। 'ৰ্চ/ৰ্ছ' আৰু 'ৰ্জ/ৰ্য -ৰ ক্ষেত্ৰত উষ্ম (fricativ/) s আৰু z দীৰ্ঘ হোৱাৰ উপৰিও স্পৃষ্ট (affricat/) ttṣ আৰু ddẓ হয়; তদুপৰি দন্ত্য/দন্তমূলীয় স্পৃষ্ট ধ্বনি বিকল্পে দন্তমূলীয় তালব্য স্পৃষ্ট ttš আৰু ddž হয়। এইবোৰৰ উপৰিও 'ৰ্চ/ৰ্ছ' আৰু 'ৰ্জ/ৰ্য' - ৰ ৰেফ্ৰ s বৰ্ণও বিকল্পে ঈষৎ দীৰ্ঘ হোৱা শুনা যায়।

৮.৬ ৰেফ্যুক্ত বৰ্ণবোৰৰ ধ্বনিগুণ আৰু মাত্ৰাৰ সমস্ত পৰিবৰ্তন নিতান্ত পৰিবেশজনিত বিজ্ঞাত বিকাৰ বুলি প্ৰসঙ্গ ক্ৰমে একাধিকবাৰ উল্লিখিত হৈছে। এনে বৰ্ণৰ ধ্বনিগত মূল্যহে প্ৰকাশ পায় ঃ আমি এইবোৰ উচ্চাৰণো কৰোঁ আৰু কাণেৰেও শুনো যদিও, ইহঁতৰ বৰ্ণগত (phon/mic) মৰ্যাদা নাই। সেই কাৰণে এই বৰ্ণবোৰ দ্বিত্বকৈ লিখাৰ কোনো প্ৰয়োজন নাই। এতেকে, এই ৰেফ্যুক্ত দ্বিত্ব বৰ্জন অসমীয়া আখৰ-জোঁটনি সৰলীকৰণৰ পথত এটা শুভ পদক্ষেপ। ফলত আজিৰ কম্প্যুটাৰ আৰু ইলেকট্ৰনিক সূক্ষ্ম কাৰিকৰী বিদ্যাৰ প্ৰগতিৰ যুগত টাইপ কৰা, ছপা, অনুবাদ আৰু অভিধান প্ৰণয়নৰ কাম খৰতকীয়াকৈ কৰিব পৰা যাব। অসমীয়া ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰতো লাভেই হ'ব, নিশ্চয়।

## র্য/র্য্য ৰ পৰ্যালোচনা

৯.১ অসমৰ সুধীসমাজে ৰেফ্ যুক্ত বৰ্ণৰ দ্বিত্ব বৰ্জন স্বীকাৰ কৰিলেও ৰ্য্য - ৰ ক্ষেত্ৰত এই কথা বহুতে মানিব পৰা নাই। ৰ্য্য - ৰ দ্বিত্ব বৰ্জনৰ বিৰোধীসকলৰ আপত্তি এই, যে, ৰ্য্য - ৰ য়্-কাৰ ৰেফ্যুক্ত দ্বিত্বজনিত বৰ্ধন বা সংযোগ নহয়; ইয়াৰ স্পষ্ট উচ্চাৰণ আছে। এতেকে, অন্য বৰ্ণৰ ক্ষেত্ৰত গৃহীত নীতি ইয়াত প্ৰযোজ্য হ'ব নোৱাৰে। এনেদৰে আপত্তি কৰোঁতাসকলৰ ভিতৰত ছাত্ৰ স্থানীয় কনিষ্ঠ, বন্ধু স্থানীয় সতীৰ্থ, শিক্ষাগুৰু স্থানীয় জ্যেষ্ঠ, আৰু আনকি ভাষাবিজ্ঞান অধ্যয়নকাৰী লোকো আছে। সেয়েহে, ইতিমধ্যে ওপৰৰ ছেদবোৰত ৰেফ্যুক্ত সমস্ত বৰ্ণৰ সকলো দিশ সামৰি বিতং আলোচনা কৰা হৈছে যদিও ৰ্য/ৰ্য্য - ৰ বিষয়টো সুকীয়াকৈ পৰ্যালোচনা কৰিব খুজিছোঁ।

৯.২ ৰ্য্য - ৰ য় - কাৰ বৰ্জনৰ বিৰোধীসকলৰ আপত্তিৰ কিবা ভিত্তি আছে নে ? ৰ্য্য - ৰ য় - কাৰ ডাল প্ৰকৃততে দ্বিত্ব সূচক চিন বা আখৰ হয় নে, নহয় ? য় - কাৰ নলগালে কাৰ্য, আৰ্য, সূৰ্য, আচাৰ্য আদি শব্দৰ উচ্চাৰণত বিপৰ্যয় ঘটিব নেকি ? য্য - ৰ য় - কাৰ ডালৰ কিবা ব্যুৎপত্তিগত অথবা ঐতিহাসিক হেতু আছে নে নাই। — এইবোৰ প্ৰশ্নৰ আলোচনাৰ পূৰ্বে অসমীয়া ভাষাত য আৰু য় আখৰৰ উদ্ভৱ আৰু ইহঁতৰ উচ্চাৰণ, অসমীয়া ভাষাত য় - কাৰ যুক্ত ব্যঞ্জনৰ স্বকীয় বৈশিষ্ট্য, দুটা তৰল বৰ্ণৰ (ৰ আৰু য় -ৰ) সংযোগৰ পৰিণতি, ইত্যাদি কেইটামান বিশেষভাৱে জানিব লগীয়া কথাৰ বিতং আলোচনা কৰি লোৱা নিতান্ত প্ৰয়োজন।

### য আৰু য় - ৰ ইতিবৃত্ত

৯.৩ অসমীয়া ভাষা সংস্কৃতৰ পৰা প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰৰ মাজেদি বিকাশ লাভ কৰাৰ দৰেই অসমীয়া লিপি বা আখৰমালাও সংস্কৃত > প্ৰাকৃত > অপভ্ৰংশ স্তৰৰ লিপিৰ পৰাই ওলাইছে। প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰত সংস্কৃতৰ লিপিৰ বিবৰ্তিত প্ৰতি-লিপিৰ প্ৰয়োগ হৈছিল। তেতিয়া সংস্কৃতৰ য - বৰ্ণৰ উচ্চাৰণ য (=y) অথবা জ (=j) হৈছিল; আৰু, যেতিয়া যি উচ্চাৰণ হৈছিল তেতিয়া সেই উচ্চাৰণমতে y হ'লে য আৰু y হ'লে জ-আখৰেৰে লিখিছিল যেনে,

| সংস্কৃত | প্ৰাকৃত |
|---|---|
| যুক্ত (yukta) | জুত্ত (jutta) |
| যোগ্য (yogya) | জোগ্গ (jogga) |
| যথা (yatha) | জধা (jadha) |
| অপভ্ৰংশত | জহা (jaha) |
| আৰ্য (arya) | অজ্জ (ajja) |
| সূৰ্য (surya) | সুজ্জ (sujja), ইত্যাদি। |

এই শব্দবোৰত য>জ হৈছে। য যোগত দন্ত্য বৰ্ণ তালব্যীভূত হৈ সমীভূত হ'লেও

জ লিখিছিল, যেনে, **অদ্য** (adya)>অজ্জ (ajja) ইয়াৰ পৰাই অসমীয়াত 'আজি' হৈছে। সেইদৰে সংস্কৃত **য** টো প্ৰকৃততো y - হ'লে **য** ৰে লিখিছিল। যেনে **যথা** (yatha)>যধা (yadha)। এতেকে দেখা যায়, প্ৰাকৃত অথবা অপভ্ৰংশ স্তৰত লিপিৰ কোনো সমস্যা নাছিল।

৯.৪ অসমীয়া স্তৰতহে লিপিৰ সমস্যাই দেখা দিলে। কেনেকৈ, চাওক ঃ অসমীয়া ভাষাৰ উদ্ভৱৰ কালছোৱাত, অৰ্থাৎ অপভ্ৰংশ স্তৰত, বা তাৰ ঠিক পিচতে, সংস্কৃত **য** -ৰ উচ্চাৰণ যথাসম্ভৱ এতিয়াৰ দৰে z হোৱা নাছিল, j (=জ =জ) আছিল। সেই কাৰণে প্ৰাকৃত / অপভ্ৰংশ স্তৰৰ দৰে **য** -ৰ ঠাইত **জ** (= জ) লিখিছিল। চৰ্যাগীতিত সং, **জগত** শব্দৰ পৰা ওলোৱা **জগ** (= জগ = jaga) শব্দ যেনে, প্ৰাকৃতত **যথা>যধা** শব্দও তেনে। সেইদৰেই যমুনা > চৰ্যা. জউনা (**জউনা**)। চৰ্যাবোৰত সংস্কৃতৰ **য** থকা সমস্ত শব্দত আদ্য অৱস্থানত **জ** (= জ) - হে পোৱা গৈছে। স্বৰৰ মধ্যৱৰ্তী অৱস্থানত **য** (= y) - ৰ প্ৰয়োগ সমূলি (?) নাছিল; অন্ততঃ ক'তো মোৰ চকুত পৰা নাই। তাৰ মানে, সং. তৎসম শব্দবোৰ সম্পূৰ্ণ তৎসম ৰূপত ব্যৱহাৰেই নহৈছিল। য'ত শ্ৰুতিৰূপে **য** (= y)- ৰ আগম হৈছিল, ত'তো **য** লিখা নহৈছিল; উচ্চাৰণতহে মাথো শ্ৰুতিৰূপে আছিল। যেনে, প্ৰথমটো চৰ্যাতে চাওক ঃ (চৰ্যাৰ উদাহৰণবোৰ অসমীয়া লিপিতে দিয়া হৈছে।), যেনে,

কাআ তৰুবৰ পঞ্চ বি ডাল।

চঞ্চল চী এ পইঠো কাল।।

ইয়াত কাআ আৰু চীএ শব্দত y- শ্ৰুতি লিখি দেখুওৱা নাই।

৯.৫ খাচ অসমীয়া স্তৰত যেতিয়া পূৰ্ব স্তৰৰ **জ** (=j)- ৰ উচ্চাৰণ বৰ্তমানে অজ্ঞাত কিবা প্ৰভাৱত বা কাৰণত z, অৰ্থাৎ **জ** (= j)>z, হ'ল, তেতিয়া সং. **য** (=y)> প্ৰাকৃত/অপভ্ৰংশ **জ** (=j)- ৰ হ'ল উচ্চাৰণো অসমীয়াত z হ'ল; তাৰ মানে য>জ>z (অসমীয়া)। যথা সম্ভৱ ঠিক এনে এটা সময়তে সংস্কৃত বৰ্ণমালাখনৰ অন্যান্য আখৰবোৰৰ লগতে **য** আখৰটোৱে অসমীয়া z- উচ্চাৰণ বুজোৱা য - আখৰৰ ৰূপ ল'লে। এতিয়া অসমীয়া ভাষাত, তেনেহ'লে জ-ৰ মৌলিক উচ্চাৰণ j শুচি নতুনকৈ z = য হ'লত, z উচ্চাৰণ বুজাবলৈ অসমীয়াত দুটা আখৰ (জ আৰু য) পোৱা গ'ল।

৯.৬ সং **য**-ৰ উচ্চাৰণ তৎসম শব্দবোৰত সকলোতে যদি য-ৰ দৰে z উচ্চাৰণ হ'লহেঁতেন তেনেহ'লে কোনো সমস্যা নহ'লহেঁতেন। যেনে,

| সং শব্দ | অস. বানান | অস. উচ্চাৰণ |
|---|---|---|
| যযাতি (yayāti) | যযাতি | (zazāti) |
| প্ৰযোজন (prayojanā) | প্ৰযোজনা | (prazozanā) |
| প্ৰযুক্তি (prayukti) | প্ৰযুক্তি | (prazukti) ইত্যাদি। |

এনেবোৰ শব্দৰ ক্ষেত্ৰত সমস্যা নাই। কিন্তু সং **য**- টোৰ মৌলিক y- উচ্চাৰণো অসমীয়াত

যেতিয়া মূৰ দাঙি উঠিল তেতিয়াই সমস্যাৰো উদয় হ'ল। যেনে,

| সংশব্দ | অস. উচ্চাৰণ: |
|---|---|
| **প্ৰযোজন** | prayozan |
| **বিযোগ** | biyog |
| **বিজযা** | bizayā ইত্যাদি। |

এতিয়া কথা হ'ল **য** = y - উচ্চাৰণযুক্ত এনেবোৰ শব্দ অসমীয়াত লিখা যায় কেনেকৈ ? অসমীয়া আখৰ যে নাই। তেতিয়া অসমীয়া লিপিমালাত এই আখৰটোৰ অভাৱ গুচাবলৈ সং **য** - ৰ পৰা ওলোৱা য - ৰ আখৰৰ তলত বিন্দু এটা লগাই দি য়-আখৰ তৈয়াৰ কৰি তাৰ উচ্চাৰণ নিৰ্ণয় কৰা হ'ল য় = y। সেয়েহে তেতিয়াৰে পৰা সংস্কৃত **য** ৰ উচ্চাৰণ বুজাবলৈ য়- ৰে লিখাৰ নিয়ম চলিবলৈ ধৰিলে।[১৫] যেনে,

| তৎসম শব্দ ... | অস, বানান ... | অস. উচ্চাৰণ |
|---|---|---|
| প্ৰযোজন | 'প্ৰয়োজন' ... | prayozan |
| প্ৰযোগ | 'প্ৰয়োগ' .. | prayog |
| বিযোগ | 'বিয়োগ' ... | biyog |
| বিজযা | 'বিজয়া' ... | bizayā, ইত্যাদি। |

৯.৭ সংস্কৃত তৎসম শব্দৰ উপৰিও অসমীয়া তদ্ভৱ, অৰ্থাৎ পালি-প্ৰাকৃত-অপভ্ৰংশ ভৱ সৰকি ভৱে ভৱে পৰিবৰ্তিত হৈ অহা শব্দবোৰতো y - শ্ৰুতি লিখোঁতে নতুনকৈ উদ্ভাৱিত য় - আখৰৰ প্ৰয়োগ হ'বলৈ ধৰিলে। যেনে, (অসমীয়া বানানত তদ্ভৱ শব্দ আৰু বন্ধনীৰ ভিতৰত উচ্চাৰণ দিয়া হৈছে।) ঃ বিয়া (biyā), শিয়াল (xiyāl), বিয়নী (biyani), অসমীয়া (axamiyā), জাগীয়াল (zāgiyāl), ইত্যাদি।

৯.৮ এয়ে, তেনেহলে, অসমীয়া য আৰু য় - আখৰৰ বিতং ইতিবৃত্ত। সংস্কৃতৰ অন্তঃস্থ য (y) - বৰ্ণৰ পৰা অসমীয়া য - আখৰটো ওলোৱাৰ কাৰণে ভুলকৈ ইয়াক 'অন্তঃস্থ য' বোলাৰ নিয়ম হ'ল। প্ৰকৃততে য (=z) পূৰ্ণমাত্ৰাই এটা ব্যঞ্জন বৰ্ণ, আৰু দন্তমূলীয় উষ্ম বৰ্ণসূচক আখৰহে। আনহাতে -্য- ডালো 'য-কাৰ' (z - কাৰ) নহয়, য়-কাৰ (y -কাৰ) হে। সংস্কৃতত যিমানবোৰ ব্যঞ্জনত য - কাৰ লাগে, সেই সকলোবোৰৰ ভিতৰত ৰ্য আৰু হ্য (অসমীয়া আখৰেৰে ৰ, য় আৰু হ) ৰ বাহিৰে বাকীবোৰত লাগিলে সং য কাৰ অসমীয়া উচ্চাৰণ y হয়। যেনে (সংস্কৃতৰ উদাহৰণবোৰ অসমীয়া আখৰেৰে লিখা হৈছে।)ঃ খ্যাতি (khyāti), ব্যায়াম (byāyām), ম্যাদ (myād), ধ্যান (dhyān), সেইদৰে অমাত্য, ভাগ্য, বিদ্যালয়, সাধ্য, শূন্য, কামাখ্যা, ইত্যাদি যিমানবোৰ সং য কাৰ (অসমীয়া -্য) লগা শব্দ আছে সেই সকলোতে -্য- ৰ উচ্চাৰণ য় (= y)। (সং. ৰ + য, য্+য আৰু হ্ + য-ৰ উচ্চাৰণৰ বৈশিষ্ট্য যথাক্ৰমে ১৩, ১১, ১২ ছেদত ঃ আছে।)

## য় - কাৰ (-্য) যুক্ত ব্যঞ্জনৰ বৈশিষ্ট্য

১০.১ ৰেফ্ লাগিলে যেনেকৈ ব্যঞ্জনবৰ্ণৰ উচ্চাৰণৰ মাত্ৰা বিকল্পে দীৰ্ঘ হয়, আৰু ধ্বনি গুণবো তাৰতম্য ঘটে (চাওক, ছেদ ৭.১ - ৮.৫) ঠিক তেনেকৈয়ে - ্য - কাৰ লাগিলেও তলত উল্লিখিত বৈশিষ্ট্যবোৰ প্ৰকাশ পায়।

১০.২ **প্ৰথম ঃ** শব্দৰ আদ্য অক্ষৰ (syllable) বাদে অন্য অক্ষৰত ৰেফ্ আৰু ৰ - কাৰ যুক্ত নোহোৱা এটা বা ততোধিক ব্যঞ্জনৰ পিচত য় - কাৰ (-্য) যুক্ত হ'লে পূৰ্ব অক্ষৰৰ স্বৰৰ লগত এটা য় যোগ হৈ, অৰ্থাৎ অপিনিহিত হৈ, স্বৰটো দ্বিস্বৰ হয়। ই আৰু উ - এই উচ্চ স্বৰ দুটাৰ পিচত য়-টোৰ উচ্চাৰণ উচ্চ ই (= i) হয়; ই - ৰ পিচৰ য় - টো স্বৰটোতে লীন যায়। তেতিয়া, ইয় যে দ্বিস্বৰ সেইটো কাণত ধৰাকৈ নাবাজে। যেনে (শব্দবোৰ সাধাৰণ আখৰ মালাত দিয়া হৈছে।) ঃ

(১) **এটা ব্যঞ্জনৰ পিচত ঃ** অদ্য (অয়্-), সত্য (সয়্-), সহ্য (সয়্-), বাক্য (বায়্-), বেশ্যা (বেয়্-), পোষ্য (পোয়্), পুণ্য (পুয়্-), নিত্য (নিয়্-=নি-), বিদ্যা (বিয়্=বি), ইত্যাদি (বন্ধনীৰ ভিতৰত দ্বিস্বৰবোৰ দেখুওৱা হৈছে।)

(২) **একাধিক ব্যঞ্জনৰ পিচত ঃ** সন্ধ্যা (সয়্-), অলঙ্ঘ্য (অলয়্-), স্বাস্থ্য (স্বায়্-), মাহাত্ম্য (মাহায়্-), বিন্ধ্য (বিয়্ = বি-), ইত্যাদি

১০.৩ **ব্যতিক্ৰম ঃ** পূৰ্বাক্ষৰৰ স্বৰ দ্বিস্বৰ নোহোৱা কৈ থকা ব্যতিক্ৰম তিনিটা পোৱা যায়। যেনে,

(১) পূৰ্বাক্ষৰত দ্বিস্বৰ থাকিলে, অৰ্থাৎ ঐ, ঔ, থাকিলে সেই দ্বিস্বৰৰ লগত অপিনিহিতিৰ য় লগ নালাগে। যেনে, ঐক্য, বৈদ্য, বৌপ্য, সৌম্য আদি শব্দৰ ঐ,- বৈ,- বৌ,- সৌ-ত য়-যুক্ত নহয়।

(২) ৰেফ্ বা ড়্- যুক ব্যঞ্জনতো য়-কাৰ যুক্ত হ'লে পূৰ্বাক্ষৰৰ স্বৰ দ্বিস্বৰ নহয়। যেনে, মৰ্ত্য, অৰ্ঘ্য, গাৰ্গ্য, সৌহাৰ্দ্য, কাৰ্ৎস্ন্য, আনুপূৰ্ব্য, আনুখড়্গ্য ইত্যাদি শব্দত ৰেফ্ লগা ব্যঞ্জনৰ আগৰ অক্ষৰৰ স্বৰবোৰত অপিনিহিতিৰ -য়- যোগ নহয়।

(৩) ৰেফ্‌ৰ দৰেই ৰ-কাৰ (্ৰ) সংযুক্ত বৰ্ণত য়-কাৰ লাগিলেও অপিনিহিত নহয়; অৰ্থাৎ পূৰ্বাক্ষৰৰ স্বৰত য় সংযুক্ত হৈ স্বৰটো দ্বিস্বৰ নকৰে যেনে, দাৰিদ্ৰ্য, ।পিত্ৰ্য, ইত্যাদি (এনে শব্দ অসমীয়াত বৰ বেছি ব্যৱহাৰ নহয়।)

১০.৪ দ্বিতীয়তে, য়-কাৰ (-্য) লগা ব্যঞ্জনৰ মাত্ৰা স্বাভাৱিকতে (pr/dictabl/) দীৰ্ঘ হয়। এই দীৰ্ঘমাত্ৰা বিকল্পবিহীন, অৰ্থাৎ বিকল্পে অৰ্ধদীৰ্ঘ বা হ্ৰস্ব নহয়। লিখোঁতে এনে দৈৰ্ঘ্য লিখি দেখুওৱা নহয়। যেনে, সত্য, (সয়্‌ত্‌ত্য়), বাক্য (বায়্‌ক্‌ক্য়), বেশ্যা (বেয়্‌শ্‌শ্য়া), পোষ্য (পোয়্‌ষ্‌ষ্য়), পুণ্য (পুয়্‌ণ্‌ণ্য়)। এই শব্দবোৰৰ যথাক্ৰমে -ত্‌ত্ - ক্‌ক্-, -শ্‌শ্-, -ষ্‌ষ্-, আৰু -ণ্‌ণ্- ই ত, ক, শ, ষ, আৰু ণ আখৰে বুজোৱা বৰ্ণৰ উচ্চাৰণ যে দীৰ্ঘ হয়, তাকে বুজাইছে।

অসমীয়া আখৰ - জোঁটনিত এই দৈৰ্ঘ্য বা দ্বিত্ব লিখি দেখুওৱা নহয়; অৰ্থাৎ য়-কাৰ লগা বৰ্ণবোৰ একাকীকৈয়ে লিখা হয়। (এইখিনিতে উল্লেখ কৰা ভাল যে, কালিৰাম মেধিয়ে ১৯১৩ চনত সম্পাদিত প্ৰহ্লাদ চৰিতৰ পাতনিত 'বৰ্ণ-বিন্ন্যাস' লিখিছে। ইয়াত -ন্য-ৰ ন-টো উচ্চাৰণত দীৰ্ঘ হোৱাৰ কাৰণে বানানতো ন্ন-লিখি দেখুৱাইছে। অন্যৰ লিখাত এনে জোঁটনি পোৱা মনত নপৰে।)

১০.৫ তৃতীয়তে, ওপৰৰ ছেদত দেখুওৱা মতে, য়- কাৰযুক্ত ব্যঞ্জনটো দীৰ্ঘ হোৱাৰ পিছত বিকল্পে -য- কাৰ ভাল, অৰ্থাৎ য়-ৰ উচ্চাৰণ, লোপ পায়। যেনে, সত্য = সয়্ত্ত্য় ~ = সয়্ত্ত (= 'সয়্ত্ত'), বাক্য = বায়্ক্ক্য় ~ বায়্ক্ক (='বায়্ক'), পুণ্য =পুয়্ণ্ণ্য় ~ পুয়্ণ্ণ (= 'পুয়্ন্ন'), অন্য অয়্ন্ন্য় ~ অয়্ন্ন (= 'অয়ন্ন'), ইত্যাদি।

এই বৈশিষ্ট্যৰ কাৰণেহে যে বাক্য-ৰ পৰা 'বাইক্' (ফটা মুখৰ 'বাইক্'), সত্য-ৰ পৰা 'সইত' (উচ্চাৰণত সয়্ত্; আমি 'সইত' খাই কথা নকওঁ জানো?), অন্য-ৰ পৰা 'অইন' (উচ্চাৰণত অয়্ন্) ৰূপবোৰ পোৱা যায় সেই কথা স্পষ্টকৈ জনা গ'ল।

## 'জ্য'/য্য-ৰ বৈশিষ্ট্য

১১. 'বৰ্গীয় জ' আৰু অন্তঃস্থ' য-ৰ উচ্চাৰণ একে বুলি (ছেদ ৮.২ আৰু ৯.৩-৯.৫) কৈ অহা হৈছে। এতেকে, 'জ্য' -ৰ উচ্চাৰণো য্য-ৰ সৈতে একে। 'জ্য' = য্য-ৰ উচ্চাৰণৰ এটা বিজ্ঞাত বৈশিষ্ট্য পোৱা যায়। সৰ্বসাধাৰণৰ মুখত 'জ্য/য্য-ৰ উচ্চাৰণ য়্য্য = য়্য্য্য় ~ য়্য্য হয় (ওপৰৰ ১০.২; ১০.৪-১০.৫ ছেদৰ বৈশিষ্ট্য দ্ৰষ্টব্য)। যেনে, 'ভাজ্য' = ভায্য=ভায়্যয্য় ~ ভায়্য্য। ন্যায্য = ন্যায়্য্য্য় ~ ন্যায়্য্য। শিক্ষিত লোকৰ সচেতন বা সচেষ্ট উচ্চাৰণত শব্দ দুটাৰ উচ্চাৰণ হয় : ভায্য = ভায়দ্দ্য্য় (=bhāyddzya~bhāyddẓ)। ন্যায্য=ন্যায়দ্দ্য্য় (nyāyddẓya~nyāyddẓa)। অৰ্থাৎ-য্য-ৰ উচ্চাৰণ ঘৃষ্ট নহৈ স্পৃষ্ট হয়; দ-টো ঈষৎ দীৰ্ঘ হয় (লিখোঁতে সেই কাৰণে-দদ্-লিখা হৈছে); আৰু-দ্য্-ও তালব্যীভূত হয় (ঠিক র্জ/র্য-ৰ ক্ষেত্ৰত হোৱাৰ দৰেই; ছেদ ৮.৪ দ্ৰষ্টব্য।)

## 'হ্য' -ৰ উচ্চাৰণৰ বৈশিষ্ট্য

১২.১ হ্য - ৰ (সং- হ্য) বিবৰ্তন আৰু উচ্চাৰণ ভাৰতীয় আৰ্যভাষাবোৰত অন্য সংযুক্ত ব্যঞ্জনকৈ কিছু বেলেগ। পালিত হ্য = hy > yh ; যেনে; guhya > guyha sahya>sayha ইত্যাদি। প্ৰাকৃতত হ্য =hu>yh>jjh যেনে, vāhya>bajjha; vahya>bajjha। অসমীয়াত বাহ্য-ৰ পৰা 'বাজ' আৰু বহ্য - ৰ পৰা 'বোজা' শব্দ ওলাইছে।

১২.২ আধুনিক অসমীয়া ভাষাত হ্য থকা সমস্ত শব্দ তৎসম শব্দ। যেনে, সহ্য, বাহ্য, উহ্য, বাহ্যিক ইত্যাদি। হ্য- ৰ উচ্চাৰণতো -য- কাৰ লগা শব্দৰ বৈশিষ্ট্য মতে (ছেদ ১০.২; ১০.৪) পূৰ্বাক্ষৰৰ স্বৰ দ্বিস্বৰ হয়; কিন্তু হটো অন্য ব্যঞ্জনৰ দৰে দ্বিত্ব নহৈ হ্য = য্য হয়;

অৰ্থাৎ, হ - টোৰ য-লৈ ৰূপান্তৰ ঘটে, আৰু সেই য্‌-ত, -্য- কাৰ লাগি য্য হয়।" এতিয়া, হ্য >* য়হ্য > য়য্য হোৱাৰ পিচত - য্য -ৰ উচ্চাৰণত ওপৰত আলোচিত 'জ্য' = য্য-ৰ বৈশিষ্ট্যবোৰ প্ৰকাশ পায়। উদাহৰণ, যেনে, সহ্য > সয়্য্য= সয়্য্য্য় ~ সয়য্য; বাহ্লিক > বায়্য্যিক = বায়্য্যিক; ইত্যাদি। শিক্ষিত লোকৰ সচেষ্ট উচ্চাৰণত সহ্য > সয়্য > সয়্য্য= সয়দ্য্য় (xayddzy~xayddž) হয়।

সংস্কৃতৰ + - ৰ বৈশিষ্ট্য

১০.৩ - ৰ লগত য, অৰ্থাৎ ৰ্ + য় সংযুক্ত হ'লে পৰিণতি বৰ আমোদজনক হয়।

১৩.১ ৰ, ল, য়, ৱ - এইকেইটা সংস্কৃত ভাষাত তৰল অন্তঃস্থ বৰ্ণ (liquid sounds)। সেইহেতু ইহঁত অন্য ব্যঞ্জনৰ তুলনাত বহুত বেছি সংখ্যক ব্যঞ্জনৰ লগত সংযুক্ত হ'ব পাৰে বুলি ইতিমধ্যে (ছেদ ১.১) কোৱা হৈছে ৰ-বৰ্ণ ৰেফৰূপে সদায় সংযুক্ত হয়; আৰু ৰ-কাৰ ৰূপে মধ্যবৰ্তী বা অন্ত্য বৰ্ণ হ'ব পাৰে; সেইকথাও কোৱা হৈছে। আনহাতে, সংযুক্ত য় অৰ্থাৎ য়-কাৰ (-্য) অন্ত্যবৰ্ণ ৰূপেহে পোৱা যায়। একেটা সংযুক্ত বৰ্ণতে ৰ-কাৰ আৰু য়-কাৰ দুয়োটা যুক্ত হ'ব লগা হ'লে য়-কাৰহে পিচলৈ যায়; যেনে, কাৎস্ন্য, স্বাতন্ত্ৰ্য, ইত্যাদি।

১৩.২ এতিয়া এটা সমস্যা বিচাৰ কৰা হওঁক : ৰ বৰ্ণৰ পিচতে যেতিয়া য়-বৰ্ণ, অৰ্থাৎ ৰ + য়, সংযুক্ত হ'ব লগা হয় তেতিয়া, ৰ-টো ৰেফ্ আৰু তাৰ পিচৰ য়-টো পূৰ্ণাঙ্গ য়-ৰূপত থাকি সংযুক্ত ৰূপটো ৰ্য় হ'ব, নে, ৰ-টো পূৰ্ণাঙ্গ মুখ্য ৰূপত থাকিব, আৰু তাৰ লগত য়-ৰ গৌণ ৰূপ -্য- কাৰ লাগি ৰ্‍য হ'ব? কোনটো বৰ্ণই মুখ্য ৰূপ আৰু কোনটো বৰ্ণই গৌণ ৰূপ ল'ব? দুয়োটা বৰ্ণৰ গৌণ আৰু একেলগে যুক্ত হ'ব নোৱাৰে বুলি আমি জানো। এতিয়া, আৰ্য়, সূৰ্য়, আচাৰ্য়, সৌন্দৰ্য় নিলিখি যথাক্ৰমে আৰ‍্য, সূৰ‍্য, আচাৰ‍্য, সৌন্দৰ‍্য লিখিলে সংস্কৃত (অথবা অসমীয়া তৎসম) শব্দবোৰ ভুল হ'ব নেকি ? অথবা, উচ্চাৰণত বিকৃতি ঘটিব নেকি ?

১৩.৩ আমি জানো, উক্ত শব্দবোৰ আৰ্য়/আৰ‍্য, সূৰ্য়/সূৰ‍্য, আচাৰ্য়/আচাৰ‍্য, আৰু সৌন্দৰ্য/সৌন্দৰ‍্য - যি ৰূপতে লিখা নহওক, সংস্কৃতত ইহঁতৰ উচ্চাৰণ একে থাকিব; বিকৃত নহয়। ইহঁতৰ উচ্চাৰণ হ'ব যথাক্ৰমে ārya, sūrya, ācārya আৰু saundarya। সেইহেতু বৰ্ণ দুটা সংস্কৃতত যিকোনো ৰূপতে (ৰ‍্য বা ৰ্য়) লিখিব পৰা গ'লহেঁতেন। তথাপি সংস্কৃতত ৰ্য় (ৰ্য) - হে কিয় লিখা হ'ল তাৰ কাৰণ আছে। সংস্কৃত ভাষাৰ সমস্ত যুক্তাক্ষৰৰ প্ৰকৃতি পৰীক্ষা কৰি দেখা গৈছে যে ৰ- বৰ্ণ (র) পূৰ্ণাঙ্গ মুখ্য ৰূপত কোনো ব্যঞ্জনত কেতিয়াও সংযুক্ত নহয়, গৌণ ৰেফ্ নাইবা ৰ - কাৰ ৰূপেহে সংযুক্ত হয়। আনহাতে য়-বৰ্ণ (য) পূৰ্ববৰ্তী বৰ্ণৰ গাতে লাগি একে শাৰীতে সদায় প্ৰায় মুখ্য ৰূপতহে লগ লাগে *(অসমীয়াতহে য়-কাৰে সদায় গৌণ -্য- কাৰ ৰূপ লয়)। সেয়েহে, সংস্কৃতত ৰ + য় (র + য) সংযুতিত প্ৰথম বৰ্ণৰূপে ৰ-ই ৰেফ্ ৰূপ লয়; তেতিয়া র + য + ৰ্য হয়।*

১৩.৪ অসমীয়াতো সংস্কৃতৰ দৰে ৰ্য (= ৰ্য়) লিখা হয়। আমি ইচ্ছা কৰিলেও ৰ‍্য লিখিব

নোৱাৰোঁ; এনেকৈ লিখিলে উচ্চাৰণৰ বিকৃতি ঘটিব। তাৰ কাৰণ ঃ প্ৰথমত ঃ- -য- কাৰৰ উচ্চাৰণ হ - ভিন্ন অন্য সমস্ত বৰ্ণৰ সংযুক্তিত য় হয় বুলি ইতিমধ্যে কোৱা হৈছে। (ছেদ ৯.৮) কিন্তু অসমীয়া ভাষাত, ৰ্-ত য়-কাৰ লাগিলে তাৰ উচ্চাৰণ য় নহৈ য(='জ') =z~dz~dž হ'ব লাগিব; আৰু তেতিয়া ৰ-টো হ্য - ৰ হ-ৰ দৰে সমীভূত হৈ লোপ পাব। কিন্তু, ৰ - টো সমীভূত নহয়, ইয়াৰ অস্তিত্ব থাকে; ৰ আমি উচ্চাৰণ কৰোঁ।

১৩.৫ দ্বিতীয়তে, য়-কাৰ লগা সমস্ত ব্যঞ্জন সংযুক্তিৰ পূৰ্বৰ অক্ষৰত অপিনিহিত ঘটে। ৰ্য-ক ৰ্য্য লিখিলে ৰ-ৰ আগত অপিনিহিতিৰ য়্-যুক্ত হৈ পূৰ্বাক্ষৰৰ স্বৰ দ্বিস্বৰ হ'ব আৰু ৰ-টো দ্বিত্ব হৈ ৰ্ৰ্ হ'ব। অৰ্থাৎ, আৰ্য্য, সূৰ্য্য, আদিৰ উচ্চাৰণ হ'ব, যথাক্ৰমে আয়্ৰ্ৰ্য় (āyrrya), সূয়্ৰ্ৰ্য় (xuyrrya) ইত্যাদি। এইবোৰ অসমীয়া মতে ভুল উচ্চাৰণ। এই দুটা কাৰণতে ৰ্ + য় সংযুক্তিক অসমীয়া ভাষাত ৰ্য্য লিখিব নোৱাৰি; ৰ্য-হে লিখিব লাগিব। আৰু, যথা সম্ভৱ সেয়েহে সংস্কৃতৰ জোঁটনিৰ পাৰম্পৰ্যকে ৰক্ষা কৰি আমি ৰ্য লিখি আহিছোঁ। অবশ্যে, সংস্কৃতৰ য (= y) -ৰ উচ্চাৰণ অসমীয়াত য = z হ'ল।

১৩.৬ এতিয়া ৰ্য লিখিলে আমি দুটা বিকল্প উচ্চাৰণ পাম (ছেদ ৮.৩ - ৮.৫ চাওক)। (ক) সৰ্বসাধাৰণৰ মুখত ৰ্য = ৰয্ ~ ৰ্য্য (rz~ rzz); যেনে, আৰ্য = আৰ্য ~ আৰ্য্য। (খ) শিক্ষিত লোকৰ সচেতন আৰু সচেষ্ট উচ্চাৰণ ঃ ৰ্য = ৰ্য্য ~ ৰ্দ্য (rzz~rddz~rddž অৰ্থাৎ rddzy), ž তালব্য সঘোষ ঘৃষ্ট ধ্বনি হেতুকে zy = য্য - ৰ উচ্চাৰণ পোৱা যায়। যেনে, আৰ্য =ārzza~ārddza~ārddza (ārddzy)।

১৩.৭ সংস্কৃতৰ বিকল্প দ্বিত্ব বানান মতে ৰ্য অথবা ৰ্য্য - যিটোকে লিখা নহওক, অসমীয়া উচ্চাৰণ একেই থাকিব। সেয়েহে, শিক্ষিত সম্প্ৰদায়ৰ যি সকলে সজাগ- সচেতন হৈ ৰ্য্য উচ্চাৰণ কৰে, বা কৰে বুলি ভাবে, তেওঁলোকৰ উচ্চাৰণো ৰ্য লিখিলে বিকৃত হোৱাৰ আশঙ্কা থাকিব নালাগে।

## দ্বিত্ব য়-কাৰৰ ব্যুৎপত্তি নাই

১৪.০ সংস্কৃত ভাষাত ৰ্য্য (ৰ্য্য) -ৰ য়- কাৰডালৰ ব্যুৎপত্তিমূলক কোনো ভিত্তি নাই; ই ৰেফযুক্ত দ্বিত্ব ভিন্ন একো নহয়। নিম্নোক্ত শব্দকেইটাৰ ব্যুৎপত্তিলৈ লক্ষ্য কৰিলে কথাটো স্পষ্টকৈ বুজা যায়। যথা (উদাহৰণৰ সংস্কৃত শব্দবোৰ অসমীয়া আখৰেৰে লিখা হৈছে।)ঃ

আৰ্য় ঃ ঋ (> আৰ্) = ণ্যৎ (>- য = য়) > আৰ্ + য় = আৰ্য্য= আৰ্য = (অস. আৰ্য) ;

সূৰ্য ঃ সৃ/সৃ (>সূৰ্) + ক্যপ্ (> য়) > নিপাতনে সূৰ্ + য় > সূৰ্য্য = সূৰ্য় (অস সূৰ্য);

*আচাৰ্য় ঃ আ-চৰ্ + ণ্যৎ > আচাৰ্ + য় > আচাৰ্য্য = আচাৰ্য় (অস. আচাৰ্য),*

সৌন্দৰ্য ঃ সুন্দৰ + (ষ্যঞ্ (>য়) > সৌন্দৰ্ + য় > সৌন্দৰ্য্য = সৌন্দৰ্য় (অস.

সৌন্দৰ্য);

বীৰ্য্য ঃ বীৰ + য্যঞ্ .. বীৰ্ + য়.. বীৰ্য্য = বীৰ্য্য (অস. বীৰ্য);।

১৪.১ ব্যাখ্যা ঃ (১) ণ্যৎ আৰু-ষ্যঞ্ দুয়োটা নানুবন্ধ প্ৰত্যয়। এনে প্ৰত্যয় যোগ হ'লে মূল ধাতু বা শব্দৰ স্বৰৰ বৃদ্ধি হয়।

(২) সৃ বা সৃ-ত ক্যপ্ প্ৰত্যয় লাগিলে পাণিনিৰ ৩।১।১১৪ সূত্ৰ মতে সূৰ্য্য পোৱা যায়। সেইদৰে আনবোৰ শব্দও পোৱা গৈছে।

(৩) সংস্কৃত তৎসম শব্দবোৰৰ আখৰ-জোঁটনি অসমীয়াত যথা সম্ভৱ সংস্কৃতৰ মতেই ৰখা হয়। সেইকাৰণে ওপৰত ব্যুৎপত্তি দেখুওৱা সংস্কৃত শব্দবোৰে অসমীয়াত যথাক্ৰমে আৰ্য, সূৰ্য সৌন্দৰ্য আৰু বীৰ্য ৰূপ পাইছে!

১৪.২ সন্ধিজনিত য় ঃ পূৰ্ব পদৰ অন্ত্য-ই-স্বৰৰ পিচত পৰবৰ্তী স্বৰ যোগ হ'লেও সন্ধি হৈ য় হয়; তেতিয়াও ৰ্য় - হে পোৱা যায়; ৰ্য্য পোৱা নাযায়। যেনে,

পৰি + আপ্ত > পৰ্ ই + আপ্ত > পৰয়্ আপ্ত > পৰ্য়াপ্ত (অস. পৰ্যাপ্ত)

উপৰি + উপৰি > উপৰ্ ই + উপৰি > উপৰয়্উপৰি >

উপৰ্য়ুপৰি (অস. উপৰ্য়ুপৰি); ইত্যাদি।

১৪.৩ ওপৰৰ ব্যুৎপত্তি আৰু সন্ধিৰ বিচাৰৰ পৰা দেখা যায়, আৰ্য় (আৰ্য), সূৰ্য় (সূৰ্য), সৌন্দৰ্য় (সৌন্দৰ্য), বীৰ্য় (বীৰ্য), আৰু পৰ্য়াপ্ত (পৰ্যাপ্ত), উপৰ্য়ুপুৰি (উপৰ্যুপৰি) আদি শব্দত অতিৰিক্ত -j- কাৰ লগোৱাৰ কোনো ভিত্তি নাই। পৰম্পৰাগতভাৱে দ্বিত্ব কৰি লিখা ৰ্য্য (ৰ্য্য)-ৰ -j- কাৰ ডাল কেৱল উচ্চাৰণৰ বিজ্ঞাত দীৰ্ঘ মাত্ৰা সূচক ব্যৱস্থাহে। বৰ্ণৰ স্তৰত ইয়াৰ স্বীকৃতি অবাস্তৱ।

১৪.৪ অসমীয়াৰ দৰে সুপ্ৰাচীন পৰম্পৰা থকা ভাষাৰ ক্ষেত্ৰত বহুসময়ত লিখিত আখৰ-জোঁটনিয়ে সাম্প্ৰতিক উচ্চাৰণৰ নিৰ্দেশ নিদিয়ে, বা নিদিবও পাৰে। উদাহৰণ স্বৰূপে (বন্ধনীত সাম্প্ৰতিক উচ্চাৰণ দিয়া হৈছে) জ্ঞান (গ্যান), বিজ্ঞ (বিগ্‌গ্য), ক্ষতি (খ্যতি), ক্ষান্ত (খ্যান্ত), ৰক্ষা (ৰয়্‌ক্‌খ্যা ~ ৰয়্‌ক্‌খা) আদি শব্দত লিখিত বানানত নোহোৱাকৈয়ে আমি -j- কাৰ উচ্চাৰণ কৰি থাকোঁ। আনহাতে, বানানত থকা আখৰবো কেতিয়াবা উচ্চাৰণ পোৱা নাযায়। যেনে, শ্মশান (sasān); কিন্তু শ্মশ্ৰু (smasru)! স্ফটিক, স্ফূৰ্তি আদি শব্দত আদ্য স্- ৰ বহুতে উচ্চাৰণ নকৰে; কিন্তু লিখোঁতে নিলিখাকৈ নাথাকে।

১৪.৫ আমাৰ অতি পৰিচিত ইংৰাজী ভাষাত অসংখ্য অস্ফুট আখৰ আছে। যেনে, psalm, hour, through, night; এইবোৰ শব্দৰ লিখিত ৰূপে উচ্চাৰণৰ নিৰ্দেশ নিদিয়ে। জাৰ্মান, ফ্ৰেন্স আদি ইউৰোপীয় প্ৰায়বোৰ ভাষাতে বহুশব্দৰ বানান আৰু উচ্চাৰণৰ মিল দেখা নেযায়। থাই ভাষাত অসংখ্য সংস্কৃত আৰু সংস্কৃতজ শব্দ আছে। সেইবোৰ শব্দ থাই লিপিত (লিপিও ব্ৰাহ্মীৰ পৰাই ওলাইছে) প্ৰায় সংস্কৃত বা পালি/প্ৰাকৃতৰ জোঁটনিৰেই

লিখে; কিন্তু উচ্চাৰণ কৰে তেওঁলোকৰ ভাষাৰ বৈশিষ্ট্য অনুসৰি। উদাহৰণ স্বৰূপে, 'বেশ্যা' আৰু ভাৰ্যা' শব্দ ঠিক এই জোঁটনিৰে লিখা হ'য়; কিন্তু উচ্চাৰণ কৰে, যথাক্রমে ph/ dsāyāā আৰু phānryāā (ইয়াত তেওঁলোকৰ অক্ষৰিক সুৰো (tone) লগাই লয়)। ক্লাছিকেল তিব্বতী ভাষাতো সংস্কৃতজ শব্দবোৰৰ পৰিস্থিতি কম-বেছি পৰিমাণে থাই ভাষাৰ দৰেই বুলি ক'ব পাৰি।

## পৰম্পৰা দোহাই অনৰ্থক

১৫.১ অসমীয়া সুধী সমাজৰ কোনো কোনোৱে লিখিত পৰম্পৰাৰ দোহাই দি ক'ব খোজে যে ৰেফযুক্ত দ্বিত্ব ব্যঞ্জনৰ এটা সুদৃঢ় পৰম্পৰা চলি আহিছে। এতেকে, ৰ্য্য-ৰ -্য- কাৰ বৰ্জন অন্যায়। এই আপত্তিৰ কোনো হেতু নাই; কাৰণ, যিসকলে পৰম্পৰা এৰাৰ ভয়ত -্য- কাৰ বৰ্জন কৰিব নোখোজে, সেইসকলেই ইতিমধ্যে ৰেফযুক্ত দ্বিত্ব বৰ্জন মানি হৈছে।

১৫.২ সংস্কৃত ভাষাত ৰ্য/ৰ্য্য (ৰ্য/ৰ্য্য) দুয়োটাৰে প্ৰচলন হৈছিল বুলি ইতিমধ্যে উল্লিখিত হৈছে। কিন্তু আধুনিক কালত কেৱল শব্দকল্পদ্ৰুম আৰু বাচস্পত্যম্-অৰ বাহিৰে আনন্দৰাম বৰুৱাৰ, আপ্তেৰ আৰু মনিয়াৰ উইলিয়ামচ্ আদি পাশ্চাত্য পণ্ডিতৰ অভিধানত ৰ্য্য - ৰ দ্বিত্ব সম্পূৰ্ণৰূপে বৰ্জিত হৈছে। বৰ্তমানে, পুণেৰ ডেকান কলেজৰ সংস্কৃত অভিধান বিভাগে A Dictionary of th/ Sanskrit Languag/ on Historical Principl/s নামেৰে ৪০/৫০ খণ্ড মানত প্ৰকাশ কৰিবলৈ লোৱা অভিধানখনৰ ইতিমধ্যে চাৰিটা খণ্ড ছপাইছে। পুণেৰ ভাণ্ডাৰকাৰ প্ৰাচ্য গৱেষণা প্ৰতিষ্ঠানে (BORI) ভাৰ্তৃহৰিৰ মহাভাষ্য দীপিকাৰ এতিয়ালৈকে আঠোটা খণ্ড ছপাই উলিয়াইছে। পুণে বিশ্ববিদ্যালয়ে পতঞ্জলিৰ ব্যাকৰণ মহাভাষ্যখনৰ বৰ্তমানলৈকে দহোটা খণ্ড প্ৰকাশ কৰি উলিয়াইছে। এইবোৰৰ ক'তো ৰ্য্য- ৰ দ্বিত্ব স্বীকৃত হোৱা দেখা নাই।

১৬ উপসংহাৰ ঃ ওপৰৰ অতি বিস্তৃত বিশ্লেষণৰ পৰা স্পষ্টকৈ দেখা গ'ল ঃ

(১) ৰেফযুক্ত ব্যঞ্জনৰ দ্বিত্ব পৰিহাৰ্য আৰু বৰ্জনীয়।

(২) আৰ্য, কাৰ্য, সূৰ্য আদি যেনে, পৰ্বত, কৰ্তা, কৰ্ম, অৰ্থ, আদিও তেনে; ইহঁতৰ কোনো পাৰ্থক্য নাই।

(৩) ৰ্য্য-ৰ -্য- কাৰ ডালৰ কোনো ব্যুৎপত্তিমূলক ভিত্তি নাই। য় - কাৰ নলগালেও আচাৰ্য আৰু ভট্টাচাৰ্যসকলে আৰ্য, কাৰ্য, সূৰ্য লিখিলেও আৰ্য্য, কাৰ্য্য, সূৰ্য্য, আদি শব্দৰ পণ্ডিতীয়া উচ্চাৰণ কৰি থাকিব পৰিব। •

**প্ৰসংগ টীকা ঃ**

১। বৰ্ণৰ ক্ষেত্ৰত মনত ৰখা উচিত যে শ্ৰায়মান ধ্বনিৰ পৰা নিৰ্ণিত বৰ্ণবোৰ (phoneme) আখৰেৰে লিখা হয় যদিও এইবৰ্ণ আৰু আখৰ (written symbol) একে নহয়। ভাষাবিজ্ঞানৰ মতে বৰ্ণ উচ্চাৰিত নহয়; তাৰ ধ্বনিগুণহে (allophone) উচ্চাৰিত হয়। ব্যঞ্জনবৰ্ণই সেয়েহে বৰ্ণৰ হলন্ত ৰূপহে বুজাব লাগে। আনহাতে পঢ়াশলীয়া বৰ্ণমালাৰ ব্যঞ্জন আখৰবোৰ অ-স্বৰান্ত বুলি গণ্য কৰা হয়। আমাৰ শিক্ষিত লোকেও আখৰকে বৰ্ণ বুলি বুজে আৰু কয় কাৰণে প্ৰয়োজন বোধে 'হলন্ত' শব্দ আৰু 'হলন্ত চিন' প্ৰয়োগ কৰা হৈছে।

২। চৰ্যাগীতিৰ উদাহৰণবোৰ ড০ নীলৰতন সেনৰ দ্বাৰা মূল পুথিৰ ফটোসহ সম্পাদিত চৰ্যাগীতিকোষ (প্ৰথম প্ৰকাশ, ১৯৭৮ চন) গ্ৰন্থৰ পৰা লোৱা হৈছে। বন্ধনীৰ পৃষ্ঠাৰ সংখ্যাই উক্ত গ্ৰন্থ পৃষ্ঠা বুজাইছে।

৩। ড০ সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত ত্ৰিপুৰা বুৰঞ্জীৰ (প্ৰথম সংস্কৰণ ১৯৩৮ চন; দ্বিতীয় মুদ্ৰণ ১৯৬২ চন) আখৰ-জোঁটনিৰ পৰা পুথিৰ জোঁটনি জনা কঠিন। সম্পাদকে প্ৰায়বোৰ শব্দৰে বানানবোৰ আধুনিক কৰিছে; অথচ সম্পাদকীয় টোকাত সেই কথাৰ উল্লেখ নাই (অন্যান্য বুৰঞ্জীসমূহতো পৰিস্থিতি হয়তো একে।) সম্পাদকৰ হাতত পুৰণি পুথিয়ে কেনেদৰে ৰূপ সলায় এয়ে তাৰ প্ৰমাণ।

৪। কচিনাথ কামৰূপীৰ অভিধানখনৰ (ফটো কপিৰ) শব্দবোৰ অধ্যাপক শ্ৰীবিশ্বেশ্বৰ হাজৰিকাৰ সৌজন্যত গৃহীত হৈছে।

৫। ড০ মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত অৰুনোদই (অসম প্ৰকাশন পৰিষদ, ১৯৮৩ চন) দ্ৰষ্টব্য।

৬। Sounds and the Letters পাঠত আছে, If the ৰ precede, it is expressed by the mark, called ৰেফ্ 'reph', written over the letter, as in পৰ্বত parbat, a mountain. In Sanskrit, this mark placed over a consonant generally requires the letter to be doubled; thus পৰ্বত is written পৰ্ব্বত parbbat নিৰ্মল .....becomes নিৰ্ম্মল nirmmal; কৰ্তা karta কৰ্ত্তা kartta etc." (p. 11).

৭। দ্ৰষ্টব্য : **A Dictionary in Assamese and English**; Reprint, Omsons Publications, Guwahati, 1983.

৮। দ্ৰষ্টব্য : আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী (১৯৭৪ চন) পৃষ্ঠা ৫৪৫-৫৪৭।

মন কৰিব লগীয়া, যে সেই সময়তে বঙালীসকলেও বাংলা ভাষাৰ বানান সংশোধনৰ প্ৰচেষ্টা চলায়, আৰু ৰেফ্‌লগা বৰ্ণবোৰ একাকীকৈ লিখিবলৈ লয়; যদিও বহুদিনলৈ বহুতে দ্বিত্বকৈ লিখিছিল।

৯। অসমীয়া শব্দৰ বানান নিৰূপণৰ অৰ্থে পৰামৰ্শ দিবলৈ নিয়োগ কৰা *সমিতিৰ কাৰ্যবিৱৰণী* (১৯৩৮ চন); পৃঃ ৫ দ্ৰষ্টব্য।

১০। অসমীয়া আখৰ-জোঁটনি; পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি; গুৱাহাটী বিশ্ববিদ্যালয় (১৯৭০ চন)।

১১। সংস্কৃত ভাষাৰ ৰেফযুক্ত বৰ্ণৰ ধ্বনিগুণৰ বিষয়ে চাওক Dr. S. Varma : *Phonetic Observations of Indian Grammarians*, First Indian Edition, 1961: p. 119.

১২। অসমীয়া আখৰমালাৰ উচ্চাৰণ বুজাব নোৱাৰি। উচ্চাৰণাত্মক বৰ্ণলিপিয়েও আখৰ মালাৰ লগত খেলিমেলি লগোৱাৰ ভয় থাকে। আনহাতে আন্তঃৰাষ্ট্ৰীয় ধ্বনি লিপি বিজ্ঞসকলেহে বুজিবলৈ টান পায়। সেইকাৰণে, উচ্চাৰণৰ স্পষ্টতাৰ হকে ৰোমান লিপ্যন্তৰণৰ আশ্ৰয় লোৱা হৈছে।

অনুসন্ধিৎসু পাঠকে *অসমীয়া ভাষাৰ ধ্বনিতত্ত্বৰ* সমস্ত বিতং আলোচনাৰ কাৰণে এই লিখকৰ অসমীয়া বৰ্ণ প্ৰকাশ (বীণা লাইব্ৰেৰী); গুৱাহাটী), তৃতীয় সংশোধিত সংস্কৰণ, ১৯৯৬ চন; আৰু, *Structure of Assamese*, G U. 1983, চাব পাৰে।

১৩। ড° বাণীকান্ত কাকতিয়ে অসমীয়া বৰ্ণবোৰৰ উপধ্বনিৰ আলোচনা কৰা নাই। ৰ-বৰ্ণৰ ক্ষেত্ৰত তেখেতে স্পষ্টকৈ লিখিছে, 'বাংলা ৰ-ৰ তিনিটা ধ্বনিগুণৰ ঠাইত অসমীয়া ৰ-বৰ্ণৰ সকলো অৱস্থানতে মাথোন এটা ধ্বনিগুণহে পোৱা যায়।" *Assamese Its Formation and Development*, Revised Edn. 1961 94, p. 60)। ড° কাকতিৰ এই কথষাৰ শুদ্ধ নহয়। উক্ত গ্ৰন্থৰ ৬০ পৃষ্ঠাৰ ৬ নং পদটীকা, নাইবা অসমীয়া বৰ্ণপ্ৰকাশ (১৯৯৬), পৃঃ ৮১-৮৫ চাওক।

১৪। স্পৃষ্টধ্বনিবোৰ (affricates) জটিল ধ্বনিগোট : স্পৰ্শ স্ফোট (stop) আৰু অনিয়ত ঘৃষ্ট (fricative) এই দুই প্ৰকাৰৰ ধ্বনিৰ যুঁটীয়া উচ্চাৰণ। সংস্কৃত ভাষাৰ চ বৰ্গটো স্পৰ্শস্ফোট ক বৰ্গৰ পিচতে ধৰা হয় যদিও চ ধ্ৰুজম এই বৰ্ণবোৰ স্ফোটবৰ্ণ নহয়, স্পৃষ্ট বৰ্ণহে। বৈদিক যুগৰ ভাষাটোত ইহঁত হয়তো স্ফোটবৰ্ণ আছিল। প্ৰাতিশাখ্যবোৰত ইহঁতক স্ফোটবৰ্ণ বুলিয়েহে কোৱা হৈছে। পিচলৈ, এই বৰ্গটো স্পৃষ্ট বৰ্ণৰ বৰ্গত পৰিণত হ'ল। সেয়েহে, এই বৰ্ণৰ পৰা উদ্ভূত বৰ্গটো অসমীয়াৰ বাহিৰে অন্য সকলোবোৰ আৰ্য ভাষাত বৰ্তমান স্পৃষ্ট ৰূপে উচ্চাৰিত হয়।

এই বিষয়ে জানিব খুজিলে ড° সুনীত কুমাৰ চট্টোপাধ্যায়ৰ *The Origin and Development of the Bengali Language* (1972), 32, নাইবা, Dr. S. Varma ৰ প্ৰণত গ্ৰন্থত টোকা ১১ চাব পাৰে।

১৫। পুৰণি অসমীয়া, মৈথিলী আৰু বাংলাৰ লিপি প্ৰায় একেই আছিল। প্ৰথম অৱস্থাত বাংলা আৰু মৈথিলীত সং য- ৰ জ(=j) উচ্চাৰণ হ'লে য আৰু য = y উচ্চাৰণ হ'লে য় লিখিছিল। অসমীয়াতো য -ৰ উচ্চাৰণ z হ'লে য আৰু y হ'লে য় লিখা হৈছিল পিচত, মৈথিলীত দেৱনাগৰী লিপি গৃহীত হোৱাত জ (=j) আৰু য(= y) দুয়োটা উচ্চাৰণতে য লিখা হ'ল; বাংলাই জ-ৰ উচ্চাৰণ বুজাবলৈ য লিখিবলৈ নেৰিলে।

১৬। অসমীয়া মানুহে য়- কাৰ নুবুলি য়- কাৰ বোলাৰ কাৰণ দুটা : প্ৰথম কাৰণ হ'ল, অসমীয়া ভাষাত শব্দৰ আৰম্ভণিতে য় (=y) উচ্চাৰিত নহয়; আগত স্বৰ বা ব্যঞ্জন নোহোৱাকৈ য়-ৰ উচ্চাৰণ কৰিব নোৱাৰে। (সেই কাৰণে, পাঠশালাত বৰ্ণমালাখন পঢ়াওঁতে শিক্ষকে য়-আখৰটোক 'ইয়' বুলিহে পঢ়ায়, বা ক'বলৈ শিকায়। ঠিক তেনেকৈয়ে, সেই একে কাৰণতে ৱ, ঙ, ঞ - ক যথাক্ৰমে 'ওৱ', 'উঙ' আৰু 'নিয়', বা 'হয়' বুলি শিকোৱা হয়।)

দ্বিতীয়তে, সংস্কৃতৰ য কাৰৰ পূৰ্ণাঙ্গ আখৰ য আৰু ইয়াৰ পৰাই অসমীয়া য আখৰ ওলাইছে। সেই কাৰণে য- কাৰ নাম হৈছে।

১৭। অসমীয়া তদ্ভৱ তৎসম শব্দৰ হ্য - ৰ হ-টো কিহৰ প্ৰভাৱত য =z হ'ল স্পষ্টকৈ জনা নাযায়। প্ৰাকৃত তদ্ভৱ হ্য =hy>*yh>jh/jih হোৱাৰ কথা এই ছেদতে কোৱা হৈছে। যথা সম্ভৱ সেই প্ৰাকৃত উচ্চাৰণৰ ধাৰাবাহিক পৰম্পৰাৰ অন্তৰ্নিহিত প্ৰভাৱতে হ-ৰ সমীভৱন ঘটিছে। প্ৰাকৃতৰ পৰম্পৰা মতে আমি আজিও বহুতো সংযুক্ত বৰ্ণৰ উচ্চাৰণ কৰোঁ। উদাহৰণ স্বৰূপে তৎসম 'লক্ষ্মী' শব্দৰ 'লক্ষ্মী' =laksmi উচ্চাৰণ নকৰি আমি 'লক্‌খি' কওঁ। প্ৰাকৃততো lakkhi হে উচ্চাৰিত হৈছিল। সেইদৰে 'পদ্ম' > প্ৰাকৃতত 'পদ্দ', অসমীয়াতো সাধাৰণ উচ্চাৰণ 'পদ্দ', 'স্ফটিক' > 'ফটিক', 'স্ফূৰ্তি' > 'স্ফূৰ্তি'; ইত্যাদি। □

# নিৰুক্ত আৰু অমৰকোষ ঃ সংক্ষিপ্ত পৰিচিতি

মালিনী গোস্বামী

বাঙ্‌ময় নিৰ্মিতিৰ প্ৰধান উপকৰণ হৈছে শব্দ। শব্দ দুই প্ৰকাৰ— বৰ্ণাত্মক আৰু ধ্বন্যাত্মক। এই দুই প্ৰকাৰ শব্দৰ লগত অৰ্থৰ সম্বন্ধ হৈছে অভিন্ন। শব্দ আৰু অৰ্থৰ বাচ্য-বাচক সম্বন্ধৰ বোধন বা উপস্থাপনেই হ'ল অভিধান। এই অভিধানৰ সম্ভাৱনা প্ৰধানকৈ বৰ্ণাত্মক শব্দৰ ওপৰতহে নিৰ্ভৰশীল। ধ্বন্যাত্মক শব্দৰ ক্ষেত্ৰত শব্দটোৰ লগত অৰ্থবিশেষ বাচ্য-বাচক সম্বন্ধেৰে অন্বিত হ'লেও এই সম্বন্ধ স্থায়ী নহ'বও পাৰে। কিন্তু বৰ্ণাত্মক শব্দৰ ক্ষেত্ৰত এই অভিধানৰ প্ৰধান আৰু স্থায়ী আশ্ৰয় হ'ল শব্দটো। সেয়েহে লাক্ষণিক উদ্দেশ্যেৰে বৰ্ণাত্মক শব্দকো অভিধান বুলি কোৱা হয়। একেদৰে বিভিন্ন যুগত শব্দাৰ্থতত্ত্ববিদ্‌সকলে প্ৰণয়ন কৰি উলিওৱা শব্দাৰ্থ সংগ্ৰহসমূহকো অভিধান বুলি কোৱা হয়। লক্ষ্যণীয় যে বিভিন্ন ভাষাৰ এনে শব্দাৰ্থ সংগ্ৰহসমূহত সেয়েহে কেৱল বৰ্ণাত্মক শব্দইহে স্থান পাইছে।

শব্দাৰ্থৰ বাচ্য-বাচক সম্বন্ধ স্থাপনৰ প্ৰচেষ্টা অৰ্থাৎ অভিধান চৰ্চাৰ পৰম্পৰা ভাৰতবৰ্ষত বৈদিক যুগতে আৰম্ভ হৈছিল। প্ৰতিটো ঋক্‌মন্ত্ৰ ৰচনাৰ সময়তে বৈদিক ঋষিসকলে মন্ত্ৰত প্ৰযুক্ত শব্দৰ অভিপ্ৰেতাৰ্থ উপস্থাপনৰ ক্ষমতা সম্পৰ্কে সচেতনতা অৱলম্বন কৰিছিল। আনকি স্বৰ-ভিন্নতাই আনিব পৰা অৰ্থ-ভিন্নতা সম্পৰ্কেও তেওঁলোক সজাগ আছিল। বৈদিক সাহিত্যৰ অন্তৰ্গত প্ৰতিশাখ্য আৰু শিক্ষাগ্ৰন্থসমূহত উদাত্ত, অনুদাত্ত, স্বৰিত— এই তিনিটা স্বৰৰ প্ৰয়োগবিধি আৰু ভিন্ন স্বৰ-বিশিষ্ট একে শব্দই দিব পৰা ভিন ভিন অৰ্থৰ সন্দৰ্ভত অতি গুৰুত্বপূৰ্ণ আলোচনা পোৱা যায়। কিন্তু বোধকৰো তাৰো পূৰ্বে বৈদিক ব্ৰাহ্মণ গ্ৰন্থবোৰতে প্ৰথমে শব্দাৰ্থ নিৰূপণৰ প্ৰচেষ্টা আৰম্ভ হৈছিল। ব্ৰাহ্মণ গ্ৰন্থসমূহৰ কোনো কোনো ঠাইত অভিধান চৰ্চাৰ অৰ্থাৎ শব্দাৰ্থ বোধন প্ৰক্ৰিয়াৰ আলোচনা অতি সংক্ষিপ্তভাৱে পোৱা যায়। তেনে শব্দাৰ্থ ব্যুৎপাদক চমু আলোচনাবোৰক নিৰ্বাচন বোলা হয়। বেদাংগসমূহ ৰচনাৰ সময়ত এই নিৰ্বাচন প্ৰচেষ্টাক গুৰুত্বসহকাৰে বিবেচনা কৰি তাক জ্ঞানচৰ্চাৰ সুকীয়া শাখাৰূপে স্বীকৃতি দিয়া হ'ল আৰু তাৰ বাবে নিৰুক্ত নামেৰে শাস্ত্ৰ প্ৰণীত হ'ল। বেদাৰ্থ বোধনৰ অপৰিহাৰ্য সহায়কৰূপে নিৰুক্তক বেদাংগ নামৰ বৈদিক-শাস্ত্ৰ শাখাৰ অন্তৰ্গত কৰা হ'ল। ফলত শিক্ষা কল্প, ব্যাকৰণ, ছন্দ আৰু জ্যোতিষ— এই পাঁচবিধৰ লগে লগে নিৰুক্ত চৰ্চা আগবাঢ়ি যোৱাত বেদাংগ ছয় প্ৰকাৰ বুলি স্বীকৃত হ'ল। বেদৰ লগত বেদাংগসমূহৰ অংগাংগী

সম্বন্ধ দেখুৱাবলৈ পাণিনীয় শিক্ষাত কোৱা হৈছে যে 'ছন্দ বেদৰ দুই ভৰি, কল্প বেদৰ দুই হাত, জ্যোতিষ বেদৰ দুই চকু, নিৰুক্ত দুই কাণ, শিক্ষা নাক আৰু ব্যাকৰণ বেদৰ মুখ। এই ছয় অংগেৰে সৈতে বেদ পঢ়িলেহে অধ্যেতাই ব্ৰহ্মলোক লাভ কৰিব পাৰে (৪১-৪২)

নিৰ্ — নিঃশেষৰূপে, উক্ত — কোৱা হৈছে — এই ব্যুৎপত্তি অনুযায়ী নিৰুক্ত শব্দটি নিষ্পন্ন হৈছে। যি শাস্ত্ৰত পদবিলাক নিঃশেষৰূপে অৰ্থাৎ সবিশেষে বা সবিস্তৰৰূপে আলোচিত হৈছে সেই শাস্ত্ৰকে নিৰুক্ত শাস্ত্ৰ বোলে। লোকপ্ৰসিদ্ধ অনুযায়ী মহামুনি যাস্কক নিৰুক্তৰ প্ৰণেতা বুলি জনা যায়। মহাভাৰতৰ শান্তিপৰ্বত যাস্ক নামে ঋষিয়ে শিপিবিষ্ট বিষ্ণুৰ অনুগ্ৰহত নিৰুক্ত গ্ৰন্থ উদ্ধাৰ কৰা বুলি কোৱা হৈছে।[১] পণ্ডিতসকলে নানা যুক্তিতৰ্কৰ অৱতাৰণা কৰি খৃঃ পূঃ ৭ম শতিকাৰ পৰা খৃঃ পূঃ ৫মৰ ভিতৰত যাস্কৰ কাল নিৰূপণ কৰিছে।[২]

নিৰুক্ত হৈছে নিঘণ্টু নামে এক প্ৰাচীন শব্দকোষৰ ব্যাখ্যাত্মক আলোচনা। নিৰুক্তৰ উৎসৰূপে নিঘণ্টুক আৰু নিঘণ্টুৰ ব্যাখ্যাৰূপে নিৰুক্তক সদায় একত্ৰে পঢ়িবলগীয়া হোৱা বাবে নিৰুক্ত শব্দটিৰ দ্বাৰা নিঘণ্টু আৰু নিৰুক্ত উভয়কে একেলগে বুজোৱাটো একপ্ৰকাৰ অভ্যাস হৈ পৰিছে। আৰু যাস্কক এই দুই অংশৰে ক্ৰমে সংগ্ৰাহক আৰু ব্যাখ্যাকৃত বুলি কোৱা হয়। কিন্তু ড° লক্ষ্মণ স্বৰূপৰ দৰে প্ৰাচ্যৰ আৰু অধ্যাপক স্কোল্ডৰ দৰে প্ৰতীচ্যৰ পণ্ডিতবৰ্গই প্ৰমাণ কৰিছে যে এই সংগ্ৰাহক আৰু ব্যাখ্যাকাৰ দুজন ভিন্ন ব্যক্তি। নিৰুক্তৰ আৰম্ভণিতে যাস্কই নিজে নিঘণ্টু সম্পৰ্কে কৰা এক মন্তব্যক আধাৰৰূপে লৈ পণ্ডিতমণ্ডলীয়ে এই সিদ্ধান্ত প্ৰদান কৰিছে। যাস্কই কৈছে— 'সমাম্নায়ঃ সমাম্নাতঃ। স ব্যাখ্যাতব্যঃ। ওমিমং সমাম্নায়ঃ নিঘণ্টব ইত্যাচক্ষতে।' অৰ্থাৎ শব্দসমূহ একত্ৰিত কৰা হ'ল। তাক ব্যাখ্যা কৰিব লাগে। এই সমাম্নায় বা একত্ৰিত শব্দ-ভাণ্ডাৰকে নিঘণ্টু বোলা হয়। এই যাস্কবাক্যৰ আঁত ধৰি নিঘণ্টু নামে এক প্ৰাচীন শব্দ সংকলনৰ অস্তিত্ব স্বীকাৰ কৰি কোনো প্ৰাচীন শব্দ সংকলকক ইয়াৰ প্ৰণেতা বুলি সিদ্ধান্ত লোৱা হৈছে। এই সন্দৰ্ভত মহাভাৰতৰ এটি শ্লোকে প্ৰজাপতি কাশ্যপক নিঘণ্টুৰ ৰচয়িতা বুলি কৈছে।[৩] মহাভাৰতৰ এই পৰম্পৰা অনুযায়ী বৃষাকপিলৈকে (অৰ্থাৎ এই শব্দলৈকে) সামৰি লোৱা নিঘণ্টুৰ সংকলক ভগৱান প্ৰজাপতি কশ্যপ। নিঘণ্টু সম্পৰ্কে প্ৰাপ্ত এনে অনেক বিক্ষিপ্ত মন্তব্যৰ পৰা ইয়াৰ ৰচক, কাল আদি বিষয়ত এনে অনেক ধাৰণা কৰি ল'ব পাৰি কিন্তু নিঘণ্টু প্ৰণয়নৰ পাৰম্পৰিক উৎস, উদ্দেশ্য বা প্ৰণেতাজনৰ সম্বন্ধে কোনো নিশ্চিত তথ্য পাব নোৱাৰি। কিন্তু যিখন নিঘণ্টুৰ ওপৰত যাস্কই নিৰুক্ত ৰচনা কৰিছিল সেইখন নিঘণ্টু বিজ্ঞানসম্মতভাৱে প্ৰণালীবদ্ধ নহ'লেও নিঃসন্দেহে এক নিৰ্দিষ্ট পদ্ধতিগাত শব্দ সংকলন। যিহেতু যাস্কৰ নিৰুক্ত গ্ৰন্থ নিঘণ্টুৰ ওপৰত আধাৰিত, গতিকে নিৰুক্তৰ উদ্দেশ্য আৰু পৰিসৰ বুজিবৰ বাবে নিঘণ্টুৰ এক চমু পৰিচয় এইখিনিতে নিশ্চয় প্ৰাসংগিক আৰু প্ৰয়োজনীয় হ'ব।

নিঘণ্টু নামৰ এই শব্দ সংকলনটি পাঁচটা অধ্যায়ত বিভক্ত। প্ৰথম তিনিটা অধ্যায়ক

নৈঘণ্টুক কাণ্ড, চতুৰ্থ অধ্যায়ক নৈগম কাণ্ড আৰু পঞ্চমটো অধ্যায়ক দৈৱতকাণ্ড' বোলা হয়। সেই অনুযায়ী নৈঘণ্টুক কাণ্ডত সমপৰ্যায়বাচী শব্দবোৰ একত্ৰিত হৈছে। নৈঘণ্টুক কাণ্ডৰ প্ৰথমটো অধ্যায়ত বায়ু, পানী, মাটি, আকাশ, মেঘ আদি ভৌতিক দ্ৰব্য আৰু দিন, ৰাতি, উষা আদিৰ দৰে প্ৰাকৃতিক অৱস্থাসূচক শব্দ সংগৃহীত হৈছে। দ্বিতীয়টো অধ্যায়ত মানৱশৰীৰ, তাৰ অংগ-প্ৰত্যংগ আৰু মানৱীয় গুণ-ক্ৰিয়াবাচক বিভিন্ন শব্দ সংগৃহীত হৈছে। এই কাণ্ডৰ তৃতীয় অধ্যায়ত গুণবাচক বিশেষ্য আৰু বিশেষণ পদৰ সংগ্ৰহ পোৱা যায়। এই তিনিটা অধ্যায়ত ক্ৰমে ৪২১, ৪৯৩ আৰু ৪৩৮ টা শব্দ সংগৃহীত হৈছে।

নৈগম কাণ্ড বোলা নিঘণ্টুৰ চতুৰ্থ অধ্যায়ত বিপৰীতাৰ্থক শব্দসমূহ একত্ৰিত হৈছে। ইয়াত মুঠতে ২৮২ টা শব্দ আছে। তেনেদৰে দৈৱতকাণ্ড বোলা পঞ্চম অধ্যায়ত দেৱতা বিষয়ক ১৬৩ টা শব্দ সংগৃহীত হৈছে। যাস্কমুনিয়ে এই তিনিকাণ্ড বিশিষ্ট নিঘণ্টুত সংগৃহীত শব্দৰাজিৰ ব্যুৎপত্তি অৰ্থ-তাৎপৰ্যৰে সৈতে ব্যাখ্যাত্মক টোকা দিয়াৰ উপৰিও শব্দৰ সাৰ্থকতা, নিত্যতা আদিৰ বিষয়ে আলোচনা কৰিছে আৰু বিশেষকৈ ধ্বনিৰ স্বৰূপ, প্ৰভাৱ, পৰিবৰ্তন, শব্দত বৰ্ণৰ গুৰুত্ব আদি বিভিন্ন ভাষাতাত্ত্বিক নীতি-নিৰ্দেশনা দাঙি ধৰিছে।

যাস্কই প্ৰণয়ন কৰা নিৰুক্ত চৈধ্যটা অধ্যায়ত বিভক্ত। প্ৰথমৰ পৰা ষষ্ঠলৈকে ছয়টা অধ্যায়ক একেলগে পূৰ্বষটক্ আৰু সপ্তমৰ পৰা দ্বাদশলৈকে ছয়টা অধ্যায়ক উত্তৰষটক্ আৰু ত্ৰয়োদশ, চতুৰ্দশ অধ্যায় দুটাক পৰিশিষ্টৰূপে ভাগ কৰা হৈছে। পৰম্পৰাগত এই বিভাজন ড° লক্ষ্মণ সৰূপৰ দৰে পণ্ডিতে মানি লৈছে। কিন্তু সায়নাচাৰ্য্যৰ মতে নিৰুক্ত দ্বাদশাধ্যায়াত্মক। সেই অনুযায়ী নিৰুক্তৰ লঘু আৰু গুৰু পাঠ পোৱা যায়।

প্ৰথম অধ্যায়ৰ প্ৰথম ছেদতে তেওঁ নিঘণ্টু নামৰ পাৰম্পৰিক শব্দ-সংগ্ৰহৰ পৰিচয় আৰু নিঘণ্টু নামৰ তাৎপৰ্য দাঙি ধৰিছে। প্ৰথম অধ্যায়তে যাস্কই পদবোৰক নাম, আখ্যাত, উপসৰ্গ আৰু নিপাত— এই চাৰিটা ভাগত ভগাইছে : 'তদ্ য়ানি চত্বাৰি পদজাতানি নামাখ্যাতে চোপ সৰ্গনিপাতাশ্চ তানীমানি ভৱন্তি।' তাৰ ভিতৰতো নামবোৰ যে প্ৰধানকৈ আখ্যাতজ তাক বুজাবলৈ শব্দ ব্যুৎপত্তি নিৰূপণেৰে আলোচনা কৰিছে। ছয় প্ৰকাৰ ভাৱবিকাৰ বিস্তৃতভাৱে যাস্কই আলোচনা কৰিছে। এই কথা স্পষ্ট যে উপসৰ্গসমূহৰ নিজা কোনো অৰ্থ নাই। কিন্তু নাম বা আখ্যাতৰ লগ লাগি যে সিহঁতে এক্ষোটা গৌণ অৰ্থ লাভ কৰে তাক ক'বলৈ গৈ প্ৰ, পৰা, আ, নিৰ, দুৰ, অভি, প্ৰতি আদিৰ প্ৰায়োগিক অৰ্থ আৰু বিপৰীতাৰ্থ আঙুলিয়াই দিছে। যাস্কৰ কথনভঙ্গী এনে— 'আ ইত্যৰ্বাগৰ্থে। প্ৰ পৰা ইত্যেতস্য প্ৰাতিলোম্যম্। অভি ইত্যাভি মুখ্যম্। প্ৰতি ইত্যেতস্য প্ৰাতিলোম্যম্। অতি সু ইত্যভিপূজিতাৰ্থে নিৰ্ দুৰ্ ইত্যেতয়োঃ প্ৰাতিলোম্যম্।...... ' ইমান স্পষ্টকৈ উপসৰ্গসমূহৰ প্ৰায়োগিক অৰ্থ যাস্কই দি গৈছে যে পৰৱৰ্তী কোনো কালতেই উপসৰ্গসমূহৰ অৰ্থজ্ঞাপক ক্ষমতা লৈ বৈয়াকৰণসকলৰ মাজত মতানৈক্য হোৱা নাই। তুলনাবাচক, সংযোগবাচক আৰু পৰিপূৰকৰূপে ব্যৱহৃত শব্দাৱলীৰ প্ৰয়োগবিধি

এই অধ্যায়তে উদাহৰণেৰে দেখুওৱা হৈছে। নিপাতৰ প্ৰয়োগ সম্পৰ্কেও বহল আলোচনা ইয়াত পোৱা যায়। ভিন্ন প্ৰয়োগত ভিন্ন অৰ্থবোধক ইৱ, এৱ, ন আদি নিপাতৰ অৰ্থব্যুৎপাদক শক্তি যাস্কই নিৰ্দিষ্ট কৰি দিছে। সংযোগী অব্যয় ৰূপে চ, আ, ৱা আদিৰ ব্যৱহাৰ উদাহৰণেৰে ব্যাখ্যা কৰিছে। ন, ননু, কিল আদি প্ৰশ্নবোধক অব্যয়ৰ ব্যৱহাৰ দেখুৱাইছে প্ৰথম অধ্যায়ৰ পঞ্চম খণ্ডত। অহ আৰু হ বিনিগ্ৰহাৰ্থী, ইহঁত পূৰ্বপদৰ লগত সংযুক্ত হৈ পাৰস্পৰিক বিপৰীতাৰ্থ বুজায়। উ এই নিপাতৰো অনেক প্ৰকাৰ প্ৰয়োগ যাস্কই উদাহৰণেৰে দাঙি ধৰিছে। তেনেদৰে প্ৰশ্নবাচক নু আৰু ননু, নিষেধবাচক মা আৰু খলু, নিশ্চিতবাচক শশ্বত পদৰ বেলেগ বেলেগ অৰ্থত হোৱা বৈদিক প্ৰয়োগবোৰ আঙুলিয়াই দিছে। উপসৰ্গ আৰু নিপাতৰ প্ৰয়োগবিধি দেখুওৱাৰ অন্তৰালত আচলতে ভিন্ন প্ৰয়োগত ইহঁতৰ ভিন্ন অৰ্থ দিব পৰা ক্ষমতা উদঘাটন কৰাহে যাস্কৰ প্ৰধান লক্ষ্য বুলি বুজিব পাৰি।

নিৰ্বচনৰ সময়ত যাস্কই

উদ্ধৃতি দি তাৰ শব্দসমূহৰ প্ৰয়োগবিধি অৰ্থ-তাৎপৰ্যসহকাৰে ব্যাখ্যা কৰিছে। মন্ত্ৰত প্ৰযুক্ত অনৰ্থক শব্দৰ প্ৰয়োজনীয়তাও তেওঁ বুজাই দিছে। শব্দ ব্যুৎপত্তিৰ ওপৰত গুৰুত্ব দি শব্দাৰ্থতত্ত্ব বিচাৰ কৰা যাস্কই হৈছে পৃথিৱীৰ ভিতৰতে প্ৰথমজন পণ্ডিত।' ব্যুৎপত্তি অধ্যয়নক বিজ্ঞানসম্মত পদ্ধতিৰে আলোচনা কৰাসকলৰ ভিতৰতো যাস্কই প্ৰথম ভাষাতাত্ত্বিক। তেওঁৰ মতে ব্যুৎপত্তি নিৰূপণ ব্যতিৰেকে শব্দৰ প্ৰাথমিক আৰু প্ৰায়োগিক অৰ্থ উদ্ধাৰ কৰা সম্ভৱ নহয়। থোৰতে ক'বলৈ গ'লে, যাস্কৰ এই বিষয়ত ধাৰণাবোৰ এনে আছিল— অনেকাৰ্থ উৎপাদক বৈদিক শব্দবোৰৰ পৰা বেদৰ প্ৰকৃত অৰ্থ বুজিবলৈ শব্দ ব্যুৎপত্তি আলোচনাৰ প্ৰয়োজন। ই হৈছে ব্যাকৰণৰ পৰিপূৰক। সংহিতা পাঠক পদপাঠলৈ ভাঙিবলৈ শব্দ-প্ৰকৰণ সম্বন্ধীয় জ্ঞানৰ প্ৰয়োজন। যজ্ঞৰ প্ৰধান দেৱতা নিৰূপণৰ বাবেও শব্দ-ব্যুৎপত্তি অধ্যয়নৰ বিশেষ প্ৰয়োজন। কাৰণ কোন বেদমন্ত্ৰ কোন দেৱতাৰ বাবে উৎসৰ্গিত তাক স্পষ্টকৈ জানিলেহে যজ্ঞৰ উদ্দেশ্য সফল হ'ব পাৰে। শব্দাৰ্থতত্ত্ব লাভ কৰিবলৈকে জ্ঞান চৰ্চাৰ এটা শাখাৰূপে শব্দ-ব্যুৎপত্তি চৰ্চা কৰিব লাগে। কাৰণ যাস্কই কোৱা মতে 'তথাপি জ্ঞান প্ৰশংসা ভৱতি। অজ্ঞাননিন্দা চ ।।' ১/১৭।।

ব্যুৎপত্তিৰ সহায়ত অৰ্থ নিৰূপণৰ বিভিন্ন কৌশল নিৰুক্তত যাস্কই প্ৰয়োগ কৰি দেখুৱাইছে। প্ৰতিটো শব্দৰে ধাতুমূল আৰু সাধিত ৰূপৰ পৰাহে অৰ্থ নিৰূপণ সঠিক হ'ব পাৰে। যাস্কই শব্দাৰ্থৰ যুক্তিযুক্ততা নিৰূপণ কৰিবৰ সময়ত এনে ধৰণেৰে আলোচনা আগবঢ়াইছে, উদাহৰণ— 'ন পুনৰন্ত্যদ্যাতনম্। নো এব শ্বস্তনম্। অদ্যাস্মিন্ দ্যবি। দ্যুৰিত্যহ্নো নামধেয়ম্। দ্যোতত ইতি সতঃ। শ্ব উপাশংসনীয়ঃ কালঃ। হ্যো হীনঃ কালঃ। কন্তদ্বেদ যদদ্ভুতম্। কন্তদ্বেদ যদভূতম্'। অৰ্থাৎ- আজি বা কাইলৈ বোলা কথাটো এনেই ধৰি লোৱা ধাৰণা নহয়। অদ্য (আজি) মানে এই দিনটো। দ্যুঃ শব্দ দিন শব্দৰ পৰ্যায়বাচি। কাৰণ ই

উজ্জ্বল অৰ্থাৎ দ্যুত্। শ্ব (কাইলৈ) মানে যিটো কাল (সময়) আহিব বুলি ভবা হৈছে। হ্যঃ (কালি) মানে যি সময় বিগত হৈছে (হীন হ'ল বা নোহোৱা হ'ল)।' এনেদৰে অদ্য, শ্ব, হ্যঃ শব্দৰ দৰে বেদবাক্যৰ উদ্ধৃতি দি যাস্কই ভূত, অভূত, অদভূত আদি শব্দৰ তাৎপৰ্যাৰ্থ উদঘাটন কৰিছে।

দ্বিতীয় অধ্যায়ত ব্যুৎপত্তি নিৰূপণৰ বিভিন্ন কৌশল যাস্কই ফঁহিয়াই দেখুৱাইছে। সেই প্ৰসংগতে এটা বৰ গুৰুত্বপূৰ্ণ অভিমত দিছে। অঞ্চল ভেদে একেটা শব্দৰে অৰ্থ বেলেগ বেলেগ হ'ব পাৰে। তেনে ক্ষেত্ৰত আঞ্চলিক ব্যৱহাৰত গুৰুত্ব দিহে শব্দবিশেষৰ অৰ্থ ব্যুৎপত্তি নিৰূপণ কৰা উচিত (২/২)। তদুপৰি তেওঁ কৈছে যে বিভক্তি-প্ৰত্যয়ান্ত আৰু সমাসবদ্ধ পদৰ ক্ষেত্ৰত পদটিৰ বিভিন্ন অংশ ভাঙি লৈ প্ৰতিটি অংশৰে পৃথক পৃথক ব্যুৎপত্তি ল'লেহে সমস্ত পদৰ সামগ্ৰিক অৰ্থ নিৰূপণ সাৰ্থক হ'ব পাৰে (২/২)। লক্ষ্যণীয় যে নিঘণ্টুত সন্নিবিষ্ট শব্দসমূহৰ কেৱল পোনপটীয়া উৎস দেখুৱায়ে যাস্ক সন্তুষ্ট থকা নাই। বৰং সেই শব্দবোৰ প্ৰয়োগ হোৱা প্ৰাসংগিক মন্ত্ৰসমূহ উদ্ধাৰ কৰি শব্দবিশেষৰ প্ৰায়োগিক উপযোগিতাও প্ৰতিপন্ন কৰিছে। তেনে মন্ত্ৰ প্ৰধানকৈ সংহিতা, ব্ৰাহ্মণ আদিৰ পৰা বাছি আনিছে। উদাহৰণস্বৰূপে ঋগ্বেদৰ দ্বিতীয় মণ্ডলৰ পৰা উদ্ধাৰ কৰা এটি মন্ত্ৰত' থকা পদসমূহৰ যাস্কই দিয়া টোকা তলত তুলি দি ব্যাখ্যাকাৰজনৰ নিৰ্বচন ৰীতিৰ উদাহৰণ দেখুওৱা হ'ল— সা তে প্ৰতিদুগ্ধাং বৰং জৰিত্ৰে। বৰো বৰয়িতব্যো ভৱতি। জৰিতা গৰিতা। দক্ষিণা মঘোণী মঘৱতী। মঘমিতি ধননামধেয়ম্। মংহতের্দানকৰ্মণঃ। দক্ষিণা দক্ষতেঃ সমৰ্ধয়তিকৰ্মণঃ। বৃদ্ধং সমধয়তীতি। অপি বা প্ৰদক্ষিণাগমনাত্।.......' ইত্যাদি।

তেনেদৰে ঋগ্বেদৰ ২/২৮/৪, অথৰ্ববেদৰ ৪/১/১, সামবেদৰ ১/৩২১ আদি মন্ত্ৰত পোৱা 'সীমা' শব্দৰ, অৰ্থ দিবৰ বেলিকা কৈছে— 'ইয়াৰ অৰ্থ সম্পূৰ্ণতা, মৰ্যাদা, ব্যাপী থকা। দুখন দেশৰ বিভাজন চিহ্নকো সীমা বোলে-- 'অপি বা সীমেত্যেতদনৰ্থকমুপবন্ধমাদদীত পঞ্চমীকৰ্মাণম্। সীম্নঃ সীমতঃ সীমাতো মৰ্যাদাতঃ। সীমা মৰ্যাদা। বিষীব্যতি দেশাবিতি।'

নিঘণ্টুৰ প্ৰথম তিনিটা অধ্যায়ৰ অৰ্থাৎ নৈঘণ্টুক কাণ্ডৰ ব্যাখ্যা যাস্কৰ নিৰুক্তৰ প্ৰথম তিনিটা অধ্যায়ত পোৱা যায়। নৈঘণ্টুক কাণ্ডত একেটা শব্দৰ একাধিক পৰ্যায়বাচি শব্দ উল্লেখ কৰা হৈছে যেনে সোণৰ পোন্ধৰটা, আকাশৰ বাইশটা, শিলৰ ত্ৰিশটা, নদীৰ সাতত্ৰিশটা, ৰাতিৰ ষোল্লটা, পানীৰ এশটা, মানুহৰ পঁচিশটা, বাক্ শব্দৰ সাতাৱন্নটা, আখ্যাত বা ক্ৰিয়াসমূহৰ ভিতৰত গতিকৰ্মৰ সমাৰ্থকৰূপে এশ বাইশটা শব্দ সংগ্ৰহ কৰা হৈছে। তেনেদৰে বৃজন পৰিমাণৰ বৈদিক শব্দৰ ভিন্নাৰ্থও সংগ্ৰহ কৰা হৈছে। নিৰুক্তৰ দ্বিতীয় অধ্যায়ৰ পঞ্চম খণ্ডৰ পৰাহে প্ৰকৃততে নৈঘণ্টুক কাণ্ডৰ ব্যাখ্যা আৰম্ভ হৈছে আৰু তৃতীয় অধ্যায়ৰ দ্বাবিংশতি খণ্ডলৈকে এই কাণ্ডৰ ব্যাখ্যাই ঠাই পাইছে। নিঘণ্টুত আৰম্ভ কৰাৰ দৰে পৃথিৱীবাচক গৌ শব্দেৰে যাস্কই শব্দ নিৰ্বচন আৰম্ভ কৰিছে। পৃথিৱীবাচক গৌ শব্দ গম্ ধাতু আৰু গা ধাতুৰ

পৰা ওলাইছে। গৌ শব্দ এক জন্তুবিশেষৰ নাম সেই অৰ্থও যাস্কই লগে লগে দি গৈছে।

যাস্কই নিৰুক্তৰ চতুৰ্থ অধ্যায়ৰ পৰা ষষ্ঠ অধ্যায়লৈ নৈগম কাণ্ডৰ ব্যাখ্যা আগবঢ়াইছে। অতি প্ৰণালীবদ্ধভাৱে যাস্কই বিষয়বস্তু আগবঢ়াইছে এনেদৰে— 'একাৰ্থমনেকশব্দমিত্যেতদুক্তম্। অথ যান্যনেকাৰ্থান্যেকশব্দানি অন্যতোঽনুক্ৰমিষ্যামঃ। অনৱগত সংস্কাৰাঞ্চধনগমান্। তদৈক পদিকমিত্যাচক্ষতে। অৰ্থাৎ এটা অৰ্থ থকা অনেক শব্দ কোৱা হ'ল। এতিয়া সেইবিলাক শব্দ ক'ম, যিবিলাকৰ এটা শব্দৰে অনেক অৰ্থ আছে। আৰু বেদত থকা সেইবোৰ শব্দও আলোচনা কৰিম যিবোৰ ব্যাকৰণগত নিয়মৰ বহিৰ্ভূত। এইবোৰক ঐকপদিক বুলি কোৱা হৈছে। একে মূলৰ পৰা ওলোৱা ভিন্নাৰ্থক শব্দবোৰো এই তিনিটা অধ্যায়ত আলোচনা কৰা হৈছে। উদাহৰণ স্বৰূপে দয় ধাতুৰ পৰা ওলোৱা ক্ৰিয়াৰ দ্বাৰা যে পালন কৰা, দান কৰা, বিভাগ কৰা, দহন কৰা, হিংসা কৰা আদি একাধিক অৰ্থ হয় তাক বুজাবলৈ গোনতেই কৈছে— 'দয়তিৰণেককৰ্মা'। সাতোটা ভিন ভিন উদাহৰণেৰে দয়ধাতু মূলৰ সাতোটা অৰ্থযুক্ত ক্ৰিয়া ব্যৱহাৰ দেখুওৱা হৈছে।

যাস্কই ভিন্ন অৰ্থবাচক একে শব্দৰ মাজত খেলিমেলি লগাৰ সম্ভাৱনাৰ ক্ষেত্ৰত কেনেদৰে ব্যাখ্যা দিছে তাকো মন কৰিবলগীয়া। অন্তৰীক্ষ আৰু সমুদ্ৰ শব্দ দুটাৰ অৰ্থসাদৃশ্যৰ কাৰণ ব্যাখ্যা প্ৰসংগত কৈছে— অন্তৰীক্ষৰ ষোল্লটা সমাৰ্থক শব্দ দিয়া হ'ল। কি ধাতুৰ পৰা অন্তৰীক্ষ শব্দ ওলাইছে? ই হৈছে অন্তৰা। পৃথিৱীৰ অন্তিম সীমা। ই স্বৰ্গ আৰু পৃথিৱীৰ মাজৰ ঠাই। ই সেমেকা ঠাই। এই প্ৰসংগত (অন্তৰীক্ষ বাচক) সমুদ্ৰ শব্দৰ লগত (সাগৰ বাচক) সমুদ্ৰ শব্দৰ খেলিমেলি হ'ব পাৰে। সমুদ্ৰ শব্দ ক'ৰ পৰা ওলাইছে? (সম্+উদ্+দ্ৰু) পানী সেইফাললৈ বয় বা পানী সেই ফাললৈ উঠি যায়। (সম্ + অভি + ✓ দ্ৰু) সমুদ্ৰৰ পানী বাষ্পৰূপত অন্তৰীক্ষলৈ উঠি যায়। সমুদ্ৰৰ দৰে অন্তৰীক্ষও পানীৰ ভঁৰাল (বাষ্প ৰূপত)। এয়ে অৰ্থ (২/১০)।

নিৰুক্তত ভালেমান বিজ্ঞানভিত্তিক তথ্যও সন্নিৱিষ্ট হৈছে। ওপৰত উদ্ধৃত ব্যাখ্যাত এই কথা স্পষ্ট। যাস্কই কৈছে সপ্ত হৈছে এক বৰ্ধিত সংখ্যা। সূৰ্য্যৰ ৰশ্মি সাতোটা + সপ্ত সুপ্তা সংখ্যা। সপ্তাদিত্যৰশ্ময় ইতি বদন্তি। ঋগ্বেদ (১/১৬১/২), অথৰ্ববেদ (৯/৯/২, ১৩/৩/৮) ইত্যাদিত প্ৰাপ্ত 'সপ্ত যুঞ্জন্তি ৰথমেকচক্ৰমেকো' ইত্যাদি মন্ত্ৰত প্ৰযুক্ত প্ৰত্যেকটি শব্দৰ অৰ্থ ব্যুৎপত্তি ভাঙি দেখুৱাই দিছে যে ইয়াত সাতোটা ৰশ্মিযুক্ত সূৰ্যই নিয়ন্ত্ৰণ কৰা কালচক্ৰৰ কথা কোৱা হৈছে। বছৰটোত পাঁচটা ঋতু, বাৰটা মাহ, ৰথচক্ৰৰ তিনিশ ষাঠিডাল দণ্ডৰে দিন-ৰাতিয়ে একোটা সম্পূৰ্ণ দিন আৰু সাতশ বিশ টা দিন আৰু ৰাতিৰ বিভাজন বুজাই দিছে।

নিঘণ্টুৰ পঞ্চম অধ্যায় বা দৈৱতকাণ্ডৰ ব্যাখ্যা যাস্কই-চাৰিটা অধ্যায়ত আগবঢ়াইছে' সপ্তমৰ পৰা দশম অধ্যায়লৈকে দৈৱতকাণ্ডৰ ব্যাখ্যাত্মক এই চাৰিটা অধ্যায়ৰ লগত একাদশ

আৰু দ্বাদশ অধ্যায়ক লৈ ছয়টা অধ্যায়ক একেলগে উত্তৰষটক্ বোলে। দৈবত কাণ্ডৰ ব্যাখ্যাৰ প্ৰাৰম্ভতে যাস্কই বেদমন্ত্ৰৰ বিভাজন দেখুৱাইছে। তেওঁৰ মতে বেদস্তুতি তিনি প্ৰকাৰৰঃ 'পৰোক্ষকৃতাঃ, প্ৰত্যক্ষকৃতাঃ। আধ্যাত্মিক্যশ্চ'। তিনিওবিধৰে মাজৰ পাৰ্থক্য বুজাই যাস্কই কৈছে— পৰোক্ষস্তুতিৰ নামসমূহ (বিশেষ্যসমূহ) সকলো কাৰকতে থাকিব পাৰে। কিন্তু ক্ৰিয়াবোৰ তৃতীয় পুৰুষতহে থাকে। প্ৰত্যক্ষস্তুতিবোৰত মধ্যম পুৰুষৰ ক্ৰিয়া প্ৰয়োগ হ'ব আৰু ত্বম্ এই সৰ্বনাম পদেৰে স্তুতি উৎসৰ্গিত হ'ব। আধ্যাত্মিকী স্তুতি সদায় প্ৰথম পুৰুষত উক্ত হ'ব।

বেদোক্ত দেব-দেবীৰ নামৰ অন্বয়, ধাতুমূল আৰু ব্যুৎপত্তিমূলক টোকা যাস্কই আগবঢ়াইছে। বেদৰ প্ৰথম দেৱতা অগ্নিৰ নাম ব্যুৎপত্তি যাস্কই স্বকীয় উপস্থাপন ৰীতিত কৈছে— 'অগ্নিঃ কস্মাৎ। অগ্ৰণীৰ্ভৱতি। অগ্ৰং যজ্ঞেষু প্ৰণীয়তে। অংগং নয়তি সন্নমমানঃ। অক্লোপনো ভৱতীতি স্থোলাষ্ঠীবিঃ। ন ক্লোপয়তি ন স্নেহয়তি। ত্ৰিভ্যঃ আখ্যাতেভ্যঃ জায়ত ইতি শাকপুণিঃ। ইতাত্। অক্তাদ্দগ্ধাদ্বা। নীতাত্। স খল্বেতেৰকাৰমদত্তে গকাৰমনক্তের্বা, দহতের্বা নীঃ পৰৈঃ। তস্যৈষা ভৱতি। (৭/১৪)। অৰ্থ— 'কি ধাতুৰ পৰা অগ্নি শব্দ ওলাইছে। তেওঁ অগ্ৰণী দেৱতা। যজ্ঞত তেওঁক সকলোতকৈ আগত স্থান দিয়া হয় (যাবলৈ দিয়া হয়)। (উৎসৰ্গিত দ্ৰব্য) তেওঁ সকলোলৈকে আগবঢ়াই দিয়ে। স্থৌলষ্ঠীবিয়ে কৈছে 'তেওঁ সকলো শুকুৱাব পাৰে। তেওঁ নিতিয়ায়ো, নেসেমেকায়ো।' শাকপুণিৰ মতে তিনিটা ধাতুৰ পৰা (অগ্নি শব্দ) ওলাইছে। গতিবাচক ই ধাতু, পোহৰ দিয়া অৰ্থত অদ্ ধাতু, জ্বলনবাচক দগ্ধ ধাতুৰ পৰা আৰু লৈ যোৱা অৰ্থত নী ধাতুৰ পৰা শেষ পদাংশ নি লৈছে।'

ঋগ্বেদৰ প্ৰথম মণ্ডলৰ প্ৰথম সূক্তৰ প্ৰথম মন্ত্ৰটি এই ব্যাখ্যাৰ উদাহৰণৰূপে যাস্কই তুলি ধৰিছে। একোটা শব্দৰ কেনে অনুপুংখ বিশ্লেষণ যাস্কই আগবঢ়াই গৈছে তাৰ উদাহৰণৰূপে ওপৰৰ উদ্ধৃতিটি তুলি দিয়া হ'ল। দেখা যায়, যাস্কই নিজৰ অভিমত দাঙি ধৰাৰ আগতে তেওঁৰ পূৰ্ববৰ্তী শব্দাৰ্থতত্ত্ববিদ আৰু ভাষাবিদসকলৰ দৃষ্টিভংগীও শ্ৰদ্ধাৰে বিবেচনা কৰি চাইছিল। একে ৰীতিৰে যাস্কই 'দ্ৰবিণম' শব্দই যে বিভিন্ন ভাববিকাৰ লাভ কৰি ধন, বল, ধনদাতা, সোণ প্ৰস্তুতকৰ্তা, ইন্দ্ৰ আদি একাধিক অৰ্থ দিব পাৰে তাক প্ৰয়োগসহকাৰে দেখুৱাইছে। একেদৰে নেষ্টৃ, ত্বষ্টৃ, আপ্ৰি, ঈলা, ভাৰতী আদি নিঘণ্টুত থকা ১৬৩ টা দেৱতাসম্বন্ধী শব্দৰ তাৎপৰ্য-ব্যুৎপত্তি-বিনিয়োগ দেখুওৱাৰ আপাহতে প্ৰায় পাঁচশ শব্দৰ অৰ্থ উৎস বিনিয়োগ আঙুলিয়াই গৈছে।

দৈবত কাণ্ডত যাস্কই বেদোক্ত দেৱদেবীৰ নাম আৰু দেৱতাসম্বন্ধী আচাৰ-অনুষ্ঠানৰ শব্দ পৰিচয় দাঙি ধৰাৰ লগতে স্তুতিবাচনসমূহত ব্যৱহৃত প্ৰশংসাবাচক বিশেষণবোৰৰো ব্যুৎপত্তি নিৰূপণ কৰিছে। বেদৰ ভালেমান সূক্তত আৰু ব্ৰাহ্মণ গ্ৰন্থবোৰত ভালেমান জীৱ-জন্তু, তৰু-তৃণ আৰু নদ-নদীৰ উল্লেখ পোৱা যায়। যাস্কই নৱম অধ্যায়ত বেদ-ব্ৰাহ্মণত

উল্লিখিত অশ্ব, শকুনি, মণ্ডুক, বৃষভ আদি জীব-জন্তুৰ নামৰ, বিভীদক, সোম, বল্লী, প্ৰভৃতি তৰুতৃণবাচক শব্দৰ, উডুখল (উড়াল), ওষধ, অপ (পানী), কন্টক, ঋক্ষৰঃ আদি দ্ৰব্যবাচক নামৰ ব্যাখ্যা দিছে।

কেৱল বৈদিক সাহিত্যত প্ৰযুক্ত শব্দসমূহৰ ওপৰত টোকা লিখিয়ে যাস্ক ক্ষান্ত থকা নাই। বৰং যিবোৰ ছন্দত বেদমন্ত্ৰসমূহ ৰচনা কৰা হৈছে সেই ছন্দসমূহৰ নামসমূহৰ উৎস নিৰ্ণয়ৰ চেষ্টাও কৰিছে। মন্ত্ৰ আৰু ছন্দ শব্দ দুটাৰ তাৎপৰ্য বোৰতে দি কৈছে, 'মন্ত্ৰা মননাত্। ছন্দাংসি ছাদনাত্।' (৭/১২) মনন বা চিন্তনৰ পৰা মন্ত্ৰ আৰু ছাদন অৰ্থাৎ ঢাকি ধৰা বা সামৰি লোৱাৰ পৰা ছন্দ শব্দ ওলাইছে। গায়ত্ৰী, অনুষ্টুভ, বৃহতী, পংক্তি, ত্ৰিষ্টুভ, জগতী আদি শব্দৰ ধাতুমূল আৰু ছন্দলক্ষণ দি কৈছে গায়ত্ৰী শব্দ স্তুতিবাচক গৈ ধাতুৰ পৰা অথবা গমনাৰ্থক গম্ ধাতুৰ লগত ত্ৰিৰ বৰ্ণবিপৰ্যয়ৰ ফলত নিষ্পন্ন হৈছে। উষ্ণিক এই ছন্দনাম স্নিহ ধাতুৰ পৰা অথবা স্নৈ ধাতুৰ পৰাও তৈয়াৰ কৰিব পাৰি। কুজ্ বা উজ্ ধাতুৰ পৰা ককুভ আৰু কুব্জ ছন্দনাম হৈছে। অনুস্তুতিৰ অৰ্থত অনুষ্টুভ ছন্দ হৈছে। ত্ৰিষ্টুভ স্তুতিবাচক স্তুভ্ ধাতুৰ পৰা ওলাইছে। বহুদূৰলৈকে প্ৰসাৰিত হোৱাৰ অৰ্থত জগতী ছন্দনামৰ উৎপত্তি হৈছে।

ছন্দনামৰ দৰে নদীনামৰ তাৎপৰ্যাৰ্থ বিচাৰত প্ৰবৃত্ত হৈ যাস্কই নৱম অধ্যায়ত এটা খণ্ড ব্যতীত কৰিছে। ঋগ্বেদৰ ১০/৭৫/৩ সংখ্যক মন্ত্ৰৰ আঁত ধৰি গংগা, যমুনা, সৰস্বতী, শতদ্ৰী, পৰুষ্ণি, মৰুদ্বৃধা, আসিক্নি, আৰ্জীকিয়া, বিতস্তা, সুসোমা আদি নদীনামৰ তাৎপৰ্যাৰ্থ নিৰূপণ কৰিছে। তেনেদৰে বিশ্বামিত্ৰ, বশিষ্ঠ আদি ঋষিনামৰ বিচাৰো যাস্কৰ নিৰুক্তই সামৰি লৈছে।

নিৰুক্তৰ ত্ৰয়োদশ আৰু চতুৰ্দশ অধ্যায় দুটা পৰিশিষ্ট বুলি গণ্য কৰা হয় যদিও ইয়াক দৈৱত কাণ্ডৰ ব্যাখ্যাৰ বিস্তৃতকৰণ বুলি ক'ব পাৰি। যাগ-যজ্ঞ আৰু দেৱতাসম্বন্ধী নানা আলোচনাই এই দুই অধ্যায়ৰ প্ৰধান বিষয়বস্তু। ভালেমান বৈদিক মন্ত্ৰৰ উদ্ধৃতিৰে শব্দাৰ্থ আৰু ব্যুৎপত্তি নিৰূপণ এই দুটা অধ্যায়তো পোৱা যায়।

শব্দাৰ্থ ব্যাখ্যানৰ প্ৰসংগত যাস্কই ভালেমান আখ্যান-উপাখ্যানৰ অৱতাৰণা কৰিছে। যদিও আখ্যান বুলি কোৱা হৈছে তথাপি ইয়াৰ কোনো কোনো বৰ্ণনাক আধুনিক পণ্ডিতসকলে ভাৰতীয় ইতিহাসৰ খণ্ডৰূপ বুলি বিবেচনা কৰে। যাস্কৰ নিৰ্বচনত ভালেমান বৈদিক সম্প্ৰদায়ৰ উল্লেখ পোৱা যায়। বেদ অধ্যয়নৰ ক্ষেত্ৰত এই সম্প্ৰদায়সমূহে নিজা নিজা নীতি অনুসৰণ কৰিছিল বুলিও বুজা যায়। তেনে সম্প্ৰদায়সমূহ হ'ল— যাজ্ঞিক, ঐতিহাসিক, নৈদান, বৈয়াকৰণ, অধিদৈৱত, অধ্যাত্ম, আখ্যানসময় ইত্যাদি। যাস্কই তেওঁৰ পূৰ্ববৰ্তী ভালেমান ভাষাবিদৰ আৰু শব্দাৰ্থতত্ত্ববিদৰ নাম উল্লেখ কৰাৰ পৰা বুজিব পাৰি যে যাস্কৰ বহুকাল আগৰে পৰা বিভিন্ন দৃষ্টিভংগীৰে ভাষা অধ্যয়নৰ পৰম্পৰা ভাৰতত প্ৰচলিত আছিল। যাস্কৰ ভালেকেইজন পূৰ্বসূৰীৰ ধ্যান-ধাৰণা, ভাৱচিন্তা নিৰুক্তৰ পৰা জানিব পাৰি।

ইমানবোৰ তথ্যেৰে গম্ভীৰ নিৰুক্ত নামৰ শব্দকোষখনৰ ৰচয়িতা যাস্কমুনিৰ প্ৰজ্ঞাৰ পৰিসৰ গ্ৰন্থখনিৰ ছত্ৰে ছত্ৰে অনুভৱ কৰা যায়। যদিও যাস্কৰ জীৱন, তেওঁৰ প্ৰজ্ঞাৰ পটভূমি, সেইযুগৰ শিক্ষা ব্যৱস্থাৰ বিষয়ে জানিবলৈ কোনো পোনপটীয়া অভিলেখ পাবলৈ নাই। তথাপি নিৰুক্তৰ অন্তৰংগ সাক্ষ্যৰ পৰাই এনে কিছু নিশ্চিত ধাৰণা কৰি ল'ব পাৰি যে যাস্কৰ সময়লৈকে ভাৰতত ধ্বনিবিদ্যা আৰু ভাষাবিদ্যাই গভীৰ ব্যাপক চৰ্চা হৈছিল। প্ৰতিশাখ্যসমূহৰ ধ্বনিসূত্ৰৰ বিবেচনা আৰু সংস্কৃত বৰ্ণসমূহৰ প্ৰণালীবদ্ধ নিবন্ধনৰ পৰা ধ্বনিবিদ্যাৰ অগ্ৰগতিৰ সম্ভেদ পাব পাৰি। তৎকালীন সাহিত্যৰ ওপৰত যাস্কই আধিপত্য সাব্যস্ত কৰিব পাৰিছে। ঋক্-, সাম্-, যজু-, অথৰ্ব আদি সংহিতাৰ মন্ত্ৰপাঠ আৰু পদপাঠ, তৈত্তিৰীয় সংহিতা, মৈত্ৰায়নী সংহিতা, কাঠক সংহিতা, ঐতৰেয় ব্ৰাহ্মণ, গোপথ ব্ৰাহ্মণ, কৌষীতকি ব্ৰাহ্মণ, শতপথ ব্ৰাহ্মণ, প্ৰাতিশাখ্য আৰু ভালেকেইখন উপনিষদৰ পৰা দিয়া উদ্ধৃতিয়ে যাস্কৰ ব্যাপক অধ্যয়নৰ পৰিচয় দিয়ে। যাস্কই পূৰ্বসূৰী আৰু সমসাময়িক ভাষাবিদ্‌সকলৰ নামোল্লেখেৰে তেওঁলোকৰ অভিমত সমালোচনা কৰিছে। ইতিমধ্যে কোৱাৰ দৰে যাজ্ঞিক, পৰিব্ৰাজক, নৈগম, বৈয়াকৰণ, আখ্যানিক আদি সম্প্ৰদায়সমূহৰ উল্লেখৰ পৰা তৎকালীন আৰু পূৰ্বতন শাস্ত্ৰীয় ধাৰাসমূহৰ বিষয়ে যে যাস্কৰ স্পষ্ট ধাৰণা আছিল তাক বুজিব পাৰি। প্ৰত্যেক শব্দৰ প্ৰায়োগিক তাৎপৰ্যলৈ লক্ষ্য ৰাখি তাৰ অৰ্থ-ব্যুৎপত্তি নিৰূপণৰ ক্ষেত্ৰত যাস্কৰ তৎপৰতালৈ লক্ষ্য কৰিলে তেওঁৰ অন্তৰ্দৃষ্টি কিমান গভীৰ আৰু ব্যাপক আছিল তাক বুজিব পাৰি। নিৰুক্তৰ ব্যাখ্যাত যাস্কৰ যুক্তিভিত্তিক বৈজ্ঞানিক অনুশীলন আৰু ৰসগ্ৰাহী নান্দনিক ৰুচিৰ একত্ৰ প্ৰকাশ ঘটিছে। এনে জ্ঞানসমৃদ্ধ নিৰুক্তক ছয় বেদাংগৰ মাজত স্থান দি প্ৰাচীন সকলে যিদৰে ইয়াৰ মহত্ত্বক স্বীকৃতি দিছে তেনেদৰে অৰ্বাচীন পণ্ডিতসকলেও আচাৰ্য যাস্কক পৰৱৰ্তী কালৰ কো চৰ্চাৰ অগ্ৰণী পথিকৃৎ বুলি স্বীকৃতি দিছে।

কালক্ৰমত জটিল বৈদিক ভাষাত বিৱৰ্তন ঘটিল। স্বাভাৱিক গতিত হোৱা পৰিৱৰ্তনৰ ফলত লৌকিক সংস্কৃত ভাষা বৈদিক সংস্কৃততকৈ বহু সৰল হ'ল। কিন্তু ভাষাৰ পৰিসৰ বাঢ়িল। নতুন নতুন শব্দ আৰু প্ৰকাশভংগীৰ অনুপ্ৰবেশ ঘটিল। নিঘণ্টু আৰু নিৰুক্তৰ সন্নিবিষ্ট শব্দসম্ভাৰে সমগ্ৰ বৈদিক শব্দ সামৰি লোৱা নাই যদিও তাত যি পৰিমাণৰ শব্দ সংগৃহীত হৈছে তাৰ পৰাই বুজিব পাৰি বৈদিক সাহিত্যৰ শব্দভাণ্ডাৰ কিমান সমৃদ্ধিশালী আছিল। বৈদিক আৰু লৌকিক সংস্কৃত ভাষাৰ স্বচ্ছন্দ গতিৰ অৱধাৰণাৰ্থে সেই বিপুল শব্দৰাজিৰ তাৎপৰ্যাৰ্থ নিৰ্ণয়ৰ প্ৰয়োজন অপৰিহাৰ্য আছিল। সেয়েহে সেইকালৰ শব্দাৰ্থতত্ত্বজ্ঞ পণ্ডিতসকলে বিভিন্ন শব্দকোষ প্ৰণয়নত মন দিলে। কোনো কোনো কোষত ক্ৰিয়াপদৰ মূলীভূত ধাতুবিলাকৰ, কোনোখনত নাম-লিংগ বাচক শব্দসমূহৰ, কোনোখনত পৰ্যায়বাচক শব্দৰ, কেতিয়াবা নানাৰ্থবাচক শব্দ আদি সংগ্ৰহ কৰি সুকীয়া সংকলন প্ৰস্তুত কৰা হ'ল। পুৰণি কালত প্ৰণীত বহুবিষয়ৰ সংস্কৃত শব্দকোষৰ নাম শুনা যায়। বামনাচাৰ্য ঝলকিকাৰে নিজে সম্পাদনা কৰা

অমৰকোষৰ সংস্কৃতত লিখা প্ৰস্তাৱনাত ৮৬খন সংস্কৃত শব্দকোষৰ নাম অথবা কোষকাৰৰ নাম উল্লেখ কৰিছে। সেই তালিকাৰ ওপৰত ভিত্তি কৰি আৰু অধিককৈ কোষগ্ৰন্থৰ নাম সংগ্ৰহ কৰি অভিধানতত্ত্বৰ ছাত্ৰৰ কামত আহিব পাৰে বুলি আশা কৰি সংস্কৃত শব্দকোষৰ নাম তালিকা তলত সংযোগ কৰা হ'লঃ ১. অজয়পালৰ নানাৰ্থসংগ্ৰহ, ২. গদসিংহৰ নানাৰ্থধ্বনি মঞ্জৰী, ৩. অভিধান চিন্তায়নি, ৪. হেমচন্দ্ৰৰ অভিধানমালা, ৫. অমৰদত্তৰ শব্দসংগ্ৰহ, ৬. অমৰমালা, ৭. অৰুণাচাৰ্যৰ শব্দাৰ্থ নিৰ্ণয়, ৮. ইন্দুকোষ, ৯. উৎপালিনী, ১০. উষ্মবিবেক, ১১. পুৰুষোত্তম দেৱৰ একাক্ষৰকোষঃ, ১২. কলিংগঃ, ১৩. কল্পতৰু, ১৪. কেশৱৰ কল্পদ্ৰুঃ, ১৫. কাত্যঃ, ১৬. কাত্যায়নকোষ, ১৭. কোষসাৰঃ, ১৮. গংগাধৰঃ, ১৯. গোবৰ্ধনকোষ, ২০ চন্দ্ৰকোষঃ, ২১. চৰককোষঃ, ২২. তাৰপাল, ২৩. জৈনপুৰুষোত্তম দেৱৰ ত্ৰিকাণ্ডশেষঃ, ২৪. ত্ৰিবিক্ৰমৰ পদাৱলী, ২৫. দামোদৰকোষ, ২৬. দুৰ্গকোষঃ, ২৭. দেশিকোষঃ, ২৮. শ্ৰীহৰ্ষ কবি ৰচিত দ্বিৰূপকোষ, ২৯. ধনঞ্জয়ৰ নামমালাঃ, ৩০. ধনপালৰ , ৩১. ধৰণীদাসৰ ধৰণীকোষ, ৩২. ধন্বন্তৰিৰ শব্দবিদ্যা, ৩৩ ধৰ্মদাস, ৩৪. নানাৰ্থমঞ্জৰী, ৩৫. ভাস্কৰৰ নানাৰ্থৰত্নমালা, ৩৬. নামনিধানম্, ৩৭. ধনঞ্জয় জৈনৰ নামমালা, ৩৮. অমৰসিংহৰ নামলিংগানুশাসনম্, ৩৯. পদৰত্নাৱলী, ৪০. পালকোষঃ, ৪১. পুদ্‌গলকোষ, ৪২. ভট্টমল্লীয়, ৪৩. ভৰতমালা, ৪৪. ভাগুৰিকোষ, ৪৫. ভুগ্নকোষ, ৪৬. ভোগীন্দ্ৰকোষ, ৪৭. মংখ কবিৰ অনেকাৰ্থকোষ, ৪৮. মহীপকোষঃ, ৪৯. মাধৱকোষ, ৫০. একাক্ষৰ চন্দ্ৰিকা, ৫১. শ্ৰীধৰৰ মুক্তাৱলী, ৫২. মুনিকোষ, ৫৩. মেদিনীকৰৰ নানাৰ্থশব্দকোষ, ৫৪. ৰত্নকোষঃ, ৫৫. তামিল দেশীয় ইৰুগপ্পৰ ৰত্নমালা, ৫৬. হলায়ুধৰ ৰত্নমালা, ৫৭. যাদৱৰ শব্দাৰ্থমালা, ৫৮. মাধৱৰ শব্দৰত্নাকৰ, ৫৯. জটাধৰা চাৰ্য্যৰ পৰ্যায় নানাৰ্থশব্দকোষ, ৬০ ৰাজদেৱীয় অভিধান, ৬১. ৰাজমুকুট, ৬২. ৰুদ্ৰকোষ, ৬৩. বৰৰুচি, ৬৪. বাচস্পতি, ৬৫ বিক্ৰমাদিত্য মুনিৰ নিঘণ্টুসঞ্চয়, ৬৬. বিশ্বকোষ, ৬৭. মহেশ্বৰ বৈদ্য বিশ্বপ্ৰকাশ, ৬৮. বিশ্বৰূপঃ, ৬৯. বিশ্বলোচন, ৭০. বৈজয়ন্তী, ৭১. ৰোপালিত, ৭২. ব্যাড়িৰ শব্দাৰ্থসিন্ধু, ৭৩. মথুৰেশৰ শব্দৰত্নাৱলী, ৭৪. শব্দাৰ্ণৱ, ৭৫. শব্দাৰ্থচিন্তামণি, ৭৬. সংসাৰাবৰ্ত, ৭৭. সজ্জনকোষ, ৭৮. সুভূতিকোষ, ৭৯. হৰকোষ, ৮০. জৈনপুৰুষোত্তমদেৱৰ হাৰাৱলী, ৮১. সুধামঞ্জৰী, ৮২. বামনভট্ট বাণৰ শব্দচন্দ্ৰিকা আৰু ৮৩. শব্দৰত্নাকৰ, ৮৪. কেশৱ স্বামিৰ নানাৰ্থাৰ্ণৱ সংক্ষেপ, ৮৫. অপ্পয় দীক্ষিতৰ নামসংগ্ৰহমালা, ৮৬. আন এজন হেমচন্দ্ৰ সূৰিৰ নিঘণ্টুকোষ আৰু অনেকাৰ্থ সংগ্ৰহ ইত্যাদি। ওপৰৰ তালিকাত ঝলকিকাৰৰ সংগ্ৰহৰ পৰা সন্দেহযুক্ত তিনিখন কোষৰ নাম বাদ দিয়া হৈছে। কিন্তু তথাপি এই তালিকাৰ অন্তৰ্ভুক্ত নামৰ বাহিৰেও আৰু ভালেকেইখন শব্দকোষৰ জনপ্ৰিয়তাৰ কথা জনা যায়। কেৱল ধাত্বৰ্থ সংগ্ৰহৰূপ তেনে অভিধানৰ ভিতৰত গণৰত্ন মহোদধি, আখ্যাতচন্দ্ৰিকা, বোপদেৱীয় কবিকল্পদ্ৰুম, কবিৰহস্য আৰু ধাতুৰূপ কল্পদ্ৰুম আদি কোষগ্ৰন্থ সংস্কৃত পাঠশালাবোৰত অৱশ্যে পাঠ্য আছিল বুলি

জনা যায়। আনন্দৰাম বৰুৱাৰ নানাৰ্থসংগ্ৰহ আৰু ধাতুকোষ দুখন উল্লেখযোগ্য কোষগ্ৰন্থ।

বৰ্ত্তমান উপলব্ধ প্ৰাচীন সংস্কৃত শব্দকোষসমূহৰ ভিতৰত পণ্ডিত অমৰসিংহৰ দ্বাৰা প্ৰণীত 'নামলিংগানুশাসনম্' নামৰ গ্ৰন্থখনেই প্ৰাচীনতম আৰু পৰিপূৰ্ণাংগ। খৃষ্টাব্দৰ পঞ্চম শতিকাত গুপ্তবংশীয় ৰজাসকলৰ পৃষ্ঠপোষকতা লাভ কৰা অমৰসিংহ নামৰ সংস্কৃত ভাষাবিদ পণ্ডিতজনে 'নামলিংগানুশাসনম্' নামৰ কোষগ্ৰন্থ ৰচনা কৰে। প্ৰণেতাৰ নাম অনুযায়ী এই অভিধানখন অমৰকোষ নামেৰেহে প্ৰসিদ্ধ।

বিষয়ানুক্ৰমে অমৰকোষৰ শব্দসম্ভাৰক প্ৰথম, দ্বিতীয় আৰু তৃতীয় এই তিনিটা কাণ্ডত অমৰকোষক ভাগ কৰা হৈছে। প্ৰতিটো কাণ্ডক একাধিক বৰ্গত ভাগ কৰা হৈছে। প্ৰথম কাণ্ডত দহটা বৰ্গ, দ্বিতীয় কাণ্ডত দহটা বৰ্গ আৰু তৃতীয় কাণ্ডত পাঁচটা বৰ্গ পোৱা যায়। প্ৰতিটো বৰ্গতে সমজাতীয় শব্দসমূহ আৰু সিহঁতৰ পৰ্যায়বাচক শব্দসমূহ সংকলন কৰা হৈছে। গ্ৰন্থাৰম্ভতে কোষকাৰে পাঁচটা পৰিভাষা শ্লোকত গ্ৰন্থ পৰিচয় আৰু নিজৰ গ্ৰন্থৰ পৰিকল্পনা আৰু কাৰ্যপন্থা সদৰি কৰিছে।

প্ৰথম কাণ্ডৰ দহটা বৰ্গ হ'ল ক্ৰমে স্বৰ্গবৰ্গ, ব্যোমবৰ্গ, দিগবৰ্গ, কালবৰ্গ, ধীবৰ্গ, শব্দাদিবৰ্গ, নাট্যবৰ্গ, পাতালভোগিবৰ্গ, নৰকবৰ্গ আৰু বাৰিবৰ্গ। স্বৰ্গবৰ্গত স্বৰ্গ, দেৱতা বিভিন্ন দেৱতাৰ নাম, দেৱনদী, দেৱতৰু, দানৱ, গন্ধৰ্ব, কিন্নৰাদি পৌৰাণিক বিষয়ৰ লগত জড়িত শব্দ সন্নিবিষ্ট হৈছে। ব্যোমবৰ্গত চৌবিশটা আকাশবাচক শব্দ সংগৃহীত হৈছে। দিগবৰ্গত দিক্‌শব্দৰ উপৰিও দহটা দিশ সম্বন্ধীয় বিভিন্ন তথ্যৰ সম্ভেদ পোৱা যায়। কালবৰ্গ নামৰ চতুৰ্থবৰ্গত নিমেষ, কলা, পল, অনুপল, দণ্ড, দিন, ৰাতি, পক্ষ, মাহ, বছৰ ঋতু, দেৱবৰ্ষ, কল্প, ব্ৰহ্মা, মহন্তৰ আদি সময়বাচক শব্দ আৰু বিভিন্ন সময়ত প্ৰভাৱ বিস্তাৰ কৰা নক্ষত্ৰ আদি আৰু বিভিন্ন সময়ৰ পৰিমাণ এই বৰ্গত কোৱা হৈছে। ধীবৰ্গ নামৰ পঞ্চমবৰ্গত বুদ্ধি আৰু বুদ্ধিগম্য সকলো বস্তুৰ তালিকা দিয়া হৈছে। বুদ্ধি শব্দৰ ধী, মনীষা, ধাৰণা, প্ৰজ্ঞা, মেধা আদি পৰ্যায়বাচক শব্দৰ উপৰিও মনীষাৰ বিভিন্ন পৰ্যায়, ৰস-ৰং-গন্ধ আদিকে ধৰি বুদ্ধিগম্য সকলো অনুভূতি এই বৰ্গত সামৰি লোৱা হৈছে। সকলো প্ৰকাৰ ইতিহাস, পুৰাবৃত্ত, পুৰাণ, কথা, আখ্যায়িকা আদি সাহিত্যৰ শাখা, তেনেদৰে নয়, স্মৃতি, সংহিতা, সংগ্ৰহ আদি বিভিন্ন শাস্ত্ৰৰ নাম আৰু বিষয়ৰ পৰিচয় এই বৰ্গত পোৱা যায়। ইয়াৰ পিছত হ'ল নাট্যবৰ্গ। সপ্তস্বৰ, বাইশ প্ৰকাৰ ধ্বনি, চতুৰ্বিধ বাদ্য, তিনিপ্ৰকাৰ নাট্য, বিভিন্ন নাট্য চৰিত্ৰ, আঠবিধ ৰস, তিনিবিধ শৃংগাৰ আৰু বিভিন্ন প্ৰকাৰৰ হাব-ভাব আদি এই বৰ্গৰ বিষয়বস্তু। অধোভুবন পাতালৰ একাধিক নাম আৰু পাতাললোকৰ অনেক পৌৰাণিক নাগৰ নাম এই বৰ্গত একত্ৰিত হৈছে। এই সম্পূৰ্ণ বৰ্গটি আৰু ইয়াৰ পিছৰ নৰকবৰ্গ নামৰ খণ্ডটো পৌৰাণিক আৰু কাল্পনিক কথাবৃত্তৰ ওপৰত আধাৰিত। নৰকৰ ভেদো ইয়াত কোৱা হৈছে। প্ৰথম কাণ্ডৰ দশম তথা অন্তিম বৰ্গ হৈছে বাৰিবৰ্গ। সমুদ্ৰৰ সমাৰ্থক, সমুদ্ৰৰ পৌৰাণিক বিভাগসমূহ; বিভিন্ন প্ৰকাৰ জলাশয়, জলচৰ

প্ৰাণী আৰু পক্ষী, বিভিন্ন জলযান, নদীৰ পৰ্যায় শব্দ আৰু গংগা, যমুনা, নৰ্মদা, করতোয়া, শতদ্রু, বিপাশা, চন্দ্ৰভাগা, কাবেৰী আদি অনেক নদীৰ একাধিককৈ নামৰ তালিকা ইয়াত যুগুতোৱা হৈছে।

দ্বিতীয় কাণ্ডত প্ৰধানকৈ লৌকিক জ্ঞানৰ বিষয় সন্নিবিষ্ট হৈছে। ইয়াতো দহটা বৰ্গ ক্ৰমে ভূমিবৰ্গ, পুৰবৰ্গ, শৈলবৰ্গ, বনৌষধি বৰ্গ, সিংহাদি বৰ্গ, মনুষ্যবৰ্গ, ব্ৰহ্মবৰ্গ, ক্ষত্ৰিয়বৰ্গ. বৈশ্যবৰ্গ আৰু শূদ্ৰবৰ্গ। প্ৰথমটোত পৃথিৱীৰ পৰ্যায় শব্দ, সাগৰ, অৰণ্য আদিৰ প্ৰান্তভূমিৰ পৰা আৰম্ভ কৰি গোষ্ঠং গোস্থানকলৈকে সৰু-ডাঙৰ অনেক স্থানৰ নাম সামৰি লৈছে। পুৰবৰ্গত নগৰ, পথ, পথৰ বিভাগ, গৃহ, গৃহৰ বিভাগ, একোটা গৃহৰ ভিতৰৰ আৰু বাহিৰৰ বিভিন্ন অংশ, গ্ৰাম, পল্লী আদি আৰু ইয়াৰ উপৰিও নগৰ-গ্ৰাম-গৃহৰ লগত জড়িত পায় পঞ্চাশটা শব্দ আৰু তাৰ সমাৰ্থক কুৰিটা শ্লোকত সংগ্ৰহ কৰিছে। শৈলবৰ্গত পাহাৰ-পৰ্বত, গুহা-গহ্বৰ, শিল-শিখৰকে আদি কৰি উপত্যকা-অধিত্যকালৈকে অনেক শব্দাৰ্থ সামৰি লৈছে। ইয়াৰ পিছৰ বনৌষধিবৰ্গত এটি শ্লোকেৰে সৈতে মুঠ ১৬১ টা শ্লোকত প্ৰায় পাঁচশ শব্দ সংগৃহীত হৈছে। অৰণ্য, অটবী, বিপিন, কাননম, বনম্, নিষ্কুটম্, উপবনম্ বৃক্ষবাটিকাকে আদি কৰি বিভিন্ন গছ-ফল আদিৰ নাম আৰু সমনাম ইয়াত একত্ৰিত হৈছে। তেনেদৰে ইয়াৰ পিছৰ সিংহাদিবৰ্গ নামৰ খণ্ডত পশু-পক্ষী, কীট-পতংগ আদি জীৱ-জন্তুৰ নামৰ তালিকা সন্নিবিষ্ট হৈছে। মনুষ্য বৰ্গত সাধাৰণভাৱে মানৱৰ আৰু মানৱ শৰীৰৰ অংগৰ নাৰী-পুৰুষৰ সমাৰ্থক, বয়সৰ বিভিন্ন অৱস্থা, বিভিন্ন প্ৰকাৰ, সম্বন্ধ, জীৱিকা অনুযায়ী মানুহৰ বিভাগ, সৈৰিন্ধ্ৰী, শিল্পকাৰিকা আদি বিভিন্ন জীৱিকাৰ নাৰী, গণিকা আৰু গণিকাৰ বিভাগ, স্ত্ৰী-পুৰুষৰ আসন-বসন, অলংকাৰ-প্ৰসাধন, পোছাক-পৰিচ্ছদ আদিৰ নাম একত্ৰিত হৈছে। এই বৰ্গটিও প্ৰায় পাঁচশৰো অধিক শব্দৰে সমৃদ্ধ। ইয়াৰ পিছত ক্ৰমে ব্ৰহ্মবৰ্গ, ক্ষত্ৰিয়বৰ্গ, বৈশ্যবৰ্গ আৰু শূদ্ৰবৰ্গত চতুৰ্বৰ্ণৰ ব্যক্তিগত আৰু সামাজিক ভূমিকা সম্বন্ধীয় শব্দাদি সংকলিত হৈছে। বিদ্যায়তনিক ক্ষেত্ৰত নিযুক্ত কৰ্মী, যজ্ঞকৰ্মত নিযুক্ত বিভিন্ন শ্ৰেণীৰ লোক, অধ্যয়ন-অধ্যাপনাৰ বিভিন্ন শাখা ইত্যাদি বিস্তৃতভাৱে ব্ৰহ্মবৰ্গই সামৰি লৈছে। ৰজা, ৰাজ্য, শাসন, প্ৰতিৰক্ষা, তথা ৰাজকাৰ্য সম্বন্ধীয় বহু ব্যৱহাৰিক আৰু পাৰিভাষিক শব্দ এই ক্ষত্ৰিয় বৰ্গত সন্নিবিষ্ট হৈছে। বৈশ্য শব্দৰ অৰ্থ আৰু সমাৰ্থক দিয়াৰ লগতে বিভিন্ন বৃত্তি আৰু বৃত্তিধাৰী লোকৰ নাম, বিভিন্ন বণিক্-সামগ্ৰী, বিভিন্ন প্ৰকাৰ বিক্ৰেয় শস্যৰ নামৰ লগতে বনজাত, শিল্পজাত আৰু কৃষিজাত প্ৰায় পাঁচশৰো অধিক পণ্য আৰু বিক্ৰেয় দ্ৰব্যৰ নাম আৰু সমাৰ্থকৰ তালিকা ইয়াত পোৱা যায়। নানা মূল্যৰ মুদ্ৰা, নানা প্ৰকাৰ ধাতু, সুগন্ধী, সূতা, মহলা বস্ত্ৰ আদিৰ নামো এই বৰ্গত পোৱা যায়। শূদ্ৰবৰ্গৰ অন্তৰ্গত বিভিন্ন জাতি-প্ৰজাতিৰ নাম, জীৱিকা, দায়িত্ব আৰু ভূমিকা আদিৰ লগত জড়িত শব্দাৱলী এই বৰ্গৰ বিষয়বস্তু। ৭৪৬ টা শ্লোকত এই কাণ্ডটিত প্ৰায় পোন্ধৰশতকৈয়ো অধিক শব্দাৰ্থ সংগৃহীত হৈছে।

পাঁচটা বৰ্গেৰে সমৃদ্ধ তৃতীয় কাণ্ডৰ বিষয়বস্তু ভাবাৰ ছাত্ৰৰ বাবে অতি প্ৰয়োজনীয়। ইয়াৰ উপস্থাপন ৰীতিও অতি চিত্তাকৰ্ষক। পাঁচোটা বৰ্গৰ পৰিচয় অমৰসিংহই কাণ্ডৰ আৰম্ভণিতে প্ৰথম শ্লোকতে দিছে এনেদৰে—

বিশেষনিঘ্নৈঃ সংকীৰ্ণৈৰ্ণানাৰ্থৈৰব্যয়ৈৰপি।
লিংগাদি সংগ্ৰহৈৰ্বৰ্গাঃ সামান্যে বৰ্গসংশ্ৰয়াঃ।।
স্ত্ৰীদাৰাদ্যৈৰ্যদ্বিশেষ্যং যাদৃশৈঃ প্ৰস্তুতং পদৈঃ।
গুণদ্ৰব্যক্ৰিয়াশব্দাস্তথা স্যুস্তস্য ভেদকাঃ।।

লিংগ-বচন বিশেষে বিশেষ্য আৰু বিশেষণ পদসমূহ বিশেষনিঘ্ন নামৰ প্ৰথমটো বৰ্গত সংকলন কৰোতে, কৃৎ আৰু তদ্ধিত প্ৰত্যয়ান্ত শব্দবোৰ বিশেষভাৱে বাছি অনা হৈছে। ইয়াৰ পিছতে কাৰ্যাৰ্থক বিশেষ্যবোৰৰ মূল ধাতুবোৰ একাদিক্ৰমে নিৰ্দেশ কৰিছে। একেটা গুণ প্ৰকাশ কৰিব পৰা একাধিক বিশেষণ শব্দৰ তালিকাও বৰ প্ৰণালীবদ্ধভাৱে অমৰসিংহই যুগুতাই থৈছে, যেনে জ্ঞানবৃদ্ধ বা অভিজ্ঞ অৰ্থত ব্যৱহাৰ হ'ব পৰা শব্দাৱলী একেটা শ্লোকতে থুপাই দিছে এনেদৰে :

প্ৰবীণে নিপুণাভিজ্ঞনিষ্ণাত শিক্ষিতাঃ।
বৈজ্ঞানিকঃ কৃতমুখঃ কৃতী কুশল ইত্যাপি।।

তেনেদৰে সজ্জন বা মহান অৰ্থত 'সুকৃতী, পুণ্যবান ধন্যো মহেচ্ছস্তু মহাশয়ঃ' এই শব্দজুকি আগবঢ়াইছে। সংকীৰ্ণ বৰ্গ নামৰ দ্বিতীয় বৰ্গতো প্ৰধানকৈ প্ৰকৃতি প্ৰত্যয়ৰ যোগত নিষ্পন্ন হোৱা গুণবাচক শব্দবোৰৰ অৰ্থবোৰ দিয়া হৈছে। কোষকাৰে নিজেই সংকীৰ্ণবৰ্গৰ পৰিসৰ জনাই প্ৰথম শ্লোকটোতে কৈছে— 'প্ৰকৃতি প্ৰত্যয়াৰ্থাদ্যৈঃ সংকীৰ্ণে লিংগমুন্নয়েত্। কৰ্ম ক্ৰিয়া তত্সাতত্যে গম্যে স্যুৰপৰস্পৰাঃ।' (৩/২/১)। এই বৰ্গত সাতচল্লিশটা শ্লোকত তিনিশ ছয়াম্নৈটা শব্দৰ তালিকা প্ৰস্তুত হৈছে। কৃদন্ত আৰু তদ্ধিতান্ত শব্দবোৰৰ মূলো দিয়া হৈছে।

একেটা শব্দই স্থান আৰু প্ৰসংগ অনুসৰি বেলেগ বেলেগ অৰ্থ দিব পাৰে। তেনে অৱস্থাত শব্দটো মূলৰ একেটা শব্দৰ সম্প্ৰসাৰিত ৰূপো হ'ব পাৰে। কেতিয়াবা সম্পূৰ্ণ স্বতন্ত্ৰ দুটা বা অধিক শব্দই একে ৰূপ পৰিগ্ৰহ কৰাও দেখা যায়। শব্দৰ ৰূপ আৰু ধ্বনি একে হ'লেও ব্যুৎপত্তি বেলেগ বেলেগ হ'ব পাৰে। তৃতীয় কাণ্ডৰ নানাৰ্থবৰ্গত এনে অনেক শব্দ সংকলন কৰা হৈছে। উদাহৰণস্বৰূপে শ্লোক শব্দৰ দুটা ভিন্ন অৰ্থ দি কৈছে 'পদ্যে যশসি চ শ্লোকঃ শৰে খড়্গে চ সায়কঃ।' 'লোকস্তু ভুবনে জনে' 'আকাশে ত্ৰিদিবে নাকো' ইত্যাদি। কেতিয়াবা একোটা শব্দৰ একোটা নিৰ্দিষ্ট অৰ্থ থাকিলেও সেই শব্দটোক একে জাতীয় বস্তু বুজাবলৈ সাধাৰণভাৱে ব্যৱহাৰ কৰা হয়। তেনেবোৰ শব্দও ইয়াত একত্ৰ কৰা হৈছে যেনে, 'কিষ্কুৰ্হস্তে বিতস্তৌ চ শূককীটে চ বৃশ্চিকঃ।' 'উলূকে কৰিণঃ পুচ্ছমূলোপান্তে চ পেচকঃ।'

কমণ্ডলৌ চ কৰকঃ সুগতে চ বিনায়কঃ।।' উলুকী মানে পেচক (ফেঁচা) কিন্তু উলুক শব্দৰ দ্বাৰা হাতীৰ নেজৰ ওচৰৰ মাংসপিণ্ডকো বুজায়। কৰক শব্দই ডালিম ফল আৰু কমণ্ডলু উভয় অৰ্থ দিয়ে। বিনায়ক শব্দই গণেশকো বুজায়, কিন্তু ক্ষেত্ৰবিশেষে গড়ুৰ পক্ষী আৰু সুগত অৰ্থাৎ বুদ্ধদেৱকো বুজায়। 'ছন্দঃ পদ্যেঽভিলাষে চ' ছন্দ শব্দই ছন্দ, পদ্য আৰু স্বৈৰাচাৰ বুজায়। সংস্কৃতৰ পৰা অহা স্বচ্ছন্দ শব্দ অসমীয়াতো স্বৈৰাচাৰ অৰ্থতে ব্যৱহাৰ হয়। এনেদৰে একে ধ্বনিৰূপাত্মক ভিন্নাৰ্থবাচক শব্দবোৰো এই বৰ্গত সন্নিবিষ্ট হৈছে।

অব্যয়বৰ্গ নামৰ চতুৰ্থ বৰ্গও অব্যয় শব্দবোৰৰ বিভিন্ন ব্যৱহাৰ দেখুৱাইছে। তু, হি, অথ, চ, স্ম. বৈ আদি শব্দৰ কেনে কেনে প্ৰসংগত ব্যৱহাৰ হয় তাক অতি স্পষ্টকৈ কৈছে। উদাহৰণ— আহো উতাহো কিমুত বিকল্পে কিং কিমুত চ। তু হি চ স্ম হ বৈ পাদপূৰণে পূজনে স্বতি।। ৩।৪।৫।। ভাববোধক অব্যয়বোৰো ভিন্ন ভাব প্ৰকাশৰূপে ব্যৱহাৰ দেখুৱাইছে। 'অহহোঽদ্ভুতে খেদে হি হেতাববধাৰণে'— অদ্ভুত আৰু খেদ বুজাবলৈ অহহ আৰু হেতু আৰু নিশ্চয়ত জোৰ দিবলৈ হি পদ ব্যৱহাৰ হয়। এই বৰ্গতো দ্বিশতাধিক অব্যয় পদৰ অৰ্থ আৰু ব্যৱহাৰ কোৱা হৈছে।

অমৰকোষৰ অন্তিম বৰ্গৰ নাম লিংগাদিসংগ্ৰহ বৰ্গ। অতি প্ৰণালীবদ্ধভাৱে ইয়াত তিনিও লিংগৰে শব্দসমূহ সুকীয়াকৈ আৰু দুই বা তিনিও লিংগতে সাধাৰণভাৱে ব্যৱহাৰ হোৱা শব্দবোৰো সুকীয়াকৈ তালিকা কৰা হৈছে। নিত্য স্ত্ৰীলিংগবাচক লংকা, শেফালিকা, টীকা, ঘাতকী, পঞ্জিকা, সাৰিকা, প্ৰাচী, কণিকা, ভংগিঃ, কথা, নাভী, আদি শব্দ প্ৰথমে সংকলিত হৈছে আতপ ক্ষত্ৰিয় নাভি বেতাল, ভল্ল, মল্ল আদি শব্দ নিত্য পুংলিংগ। তেনেদৰে অভ্ৰ, হিম, উদকম, শীত, উষ্ণ, জল, পুষ্প, মাণিক্য, লোকায়ত, মোদক আদি নিত্য ক্লীৱ শব্দবোৰৰ সংগ্ৰহো একত্ৰ কৰা হৈছে। যিবোৰ শব্দ পুং আৰু স্ত্ৰী উভয় লিংগতে ব্যৱহাৰ হয় আৰু স্ত্ৰী আৰু ক্লীৱ উভয় লিংগতে ব্যৱহাৰ হয় সেই শব্দবোৰো সুকীয়া তালিকাত সন্নিবিষ্ট হৈছে। সমাসবদ্ধ পদৰ লিংগনিৰ্ণয় সম্পৰ্কতো প্ৰয়োজনীয় নিয়মাৱলী অমৰসিংহই সংযোগ কৰিছে।

অমৰসিংহৰ লিংগ নিৰ্দেশ ৰীতিও কৌশলপূৰ্ণ। শব্দৰ সমাৰ্থক দি যাওঁতেই লগে লগে লিংগৰ ব্যৱহাৰ কৈ গৈছে, যেনে—

'পৰ্যন্তভূঃ পৰিসৰঃ সেতুৰালৌ স্ত্ৰিয়াং পুমান্।

বামলূৰশ্চ নাকুশ্চ বল্মীকং পুন্নপুংসকম্।। ২।১।১৪।

'পুঃ স্ত্ৰী পুৰীনগৰ্যৌ বা পত্তনং পুটভেদনম্।।' ২।২।১

'কূটোঽস্ত্ৰী শিখৰং শৃংগং প্ৰপাতস্তুতটো পুমান্।। ৩।৩।৪

এনেদৰে এজোকা শব্দৰ মাজৰ স্ত্ৰী আৰু নপুংসক শব্দবোৰ দেখুৱাই যোৱাটো অমৰসিংহৰ অভ্যাস। কেতিয়াবা লিংগ নিৰ্দেশৰ ব্যাকৰণিক নিয়মাৱলীও সুবিধা বুজি উল্লেখ

কৰে যেনে—

স্ত্রিয়াং প্রাবৃট্ স্ত্রিয়াং ভূম্নি বর্ষা অথ শৰত্ স্ত্রিয়াম্।

ষড়মী ঋতবঃ পুংসি মার্গাদীনাং যুগৈঃ ক্রমাত্।

সংবৎসৰো বৎসৰোঽকো হায়নোঽস্ত্রী শৰৎসমাঃ।। ১।৪।১৯-২০.

শব্দার্থতত্ত্বৰ গুৰুত্বপূর্ণ সংকলন হোৱাৰ লগতে অমৰকোষ প্রাচীন ভাৰতৰ সমাজ ইতিহাসৰ নির্ভৰযোগ্য উৎস বুলি ক'ব পাৰি। ইয়াত বিভিন্ন জাতি উপজাতি, বর্ণ-বৃত্তি আৰু জীৱন যাত্ৰাৰ বিভিন্ন সমলৰ উল্লেখ পোৱা যায়। দ্বিতীয় কাণ্ডত ব্যৱসায়-বাণিজ্যৰ বিভিন্ন সম্পদ আৰু বিনিময় পদ্ধতিৰ বিষয়ে পোৱা যায়। আহাৰ -বিহাৰ, কর্তব্য-দায়িত্বৰ পৰা পুৰুষ-নাৰীৰ পৰিচ্ছদ প্ৰসাধনলৈকে অনেক ঐতিহাসিক তথ্য অমৰসিংহই গ্ৰন্থখনত থুপাই থৈছে। ৰাজনীতি, অর্থনীতি, দণ্ডনীতি আদি নীতি সম্বন্ধীয় অনেক পাৰিভাষিক শব্দও ইয়াত গোটাই থোৱা হৈছে। প্রাচীন ভাৰতীয় ৰাজনৈতিক, অর্থনৈতিক আৰু সামাজিক ব্যৱস্থা অধ্যয়নৰ সময়ত অমৰকোষে নির্ভৰযোগ্য তথ্য যোগান ধৰিব পাৰে। অনেক বৈজ্ঞানিক সিদ্ধান্তৰো সম্ভেদ অমৰকোষে দিয়ে, যেনেঃ সূর্য্যৰ দুটা গতি, উত্তৰায়ণ আৰু দক্ষিনায়ণ—

'অয়নে দ্বে গতিৰুদগ্দক্ষিণার্কস্য বৎসৰঃ ।১।৪।১৩।

অমৰসিংহৰ সংক্ষিপ্ত কথনশৈলী অমৰকোষৰ অন্যতম সম্পদ। অতি পৰিমিত পৰিসৰত ইয়াত বিপুল শব্দসম্ভাৰ ধৰি ৰখা হৈছে। এটা বর্গ পঢ়িলেই বুজিব পাৰি যে প্রয়োজনতকৈ অধিক এটা শব্দও অমৰকোষত সোমোৱা নাই। ওপৰত বর্গানুযায়ী দাণ্ডি ধৰা গ্ৰন্থখনৰ চমু পৰিচিতিৰ পৰা সহজে বুজিব পাৰি কিমান প্ৰণালীবদ্ধভাৱে ইয়াত শব্দাৱলী সজোৱা হৈছে। অমৰকোষৰ পৰিকল্পনাকে ভাৰতীয় মনীষাৰ অন্যতম পৰিচায়ক বুলি ক'ব পাৰি। এইখন কোষগ্রন্থৰ ওপৰত চল্লিশটামান টীকা পোৱা যায়। সিয়ে গ্ৰন্থখনৰ জনপ্রিয়তা আৰু বহু প্ৰচলনৰ কথা সূচায়। লক্ষণীয় যে কেইটামান প্রক্ষিপ্ত শ্লোকৰ বাহিৰে অমৰকোষৰ পাঠভেদ লৈ তেনে মতানৈক্য আজিলৈকে শুনা নাযায়। তদুপৰি ১৫৩২ শ্লোকত সহস্রাধিক শব্দ এনে ছন্দোবদ্ধভাৱে উপস্থাপন কৰা হৈছে যে মাজে মাজে কাব্যপাঠৰ আস্বাদনো উপভোগ কৰা যায়। অনুপ্রাসৰ প্ৰচুৰ প্ৰয়োগে বিশেষকৈ শ্ৰুতিমাধুর্য প্রদান কৰিছে। ফলত অমৰকোষ শব্দার্থানুসন্ধানী ছাত্ৰই নহয় শব্দার্থতত্ত্বজ্ঞসকলেও তৎকালিক প্রয়োগৰ বাবে কণ্ঠস্থ কৰি থোৱাত সুবিধা হৈছে। এই সকলোবোৰ গুণৰ কাৰণে অমৰকোষৰ প্ৰসিদ্ধি আৰু সমাদৰ আজিকোপতি অব্যাহত আছে।

টোকা আৰু প্ৰসংগ ঃ

১. যাস্কো মামৃষিরব্যগ্রো নৈকযজ্ঞেষু গীতবান।
শিপিবিষ্ট ইতি হ্যস্মাদ্ গুহ্যনামধরো হ্যহম্।।
স্তুত্বা মাং শিপিবিষ্টেতি যাস্কো ঋষিরুদারধীঃ।
মৎপ্রসাদাধো নষ্টং নিরুক্তমভিজগ্মিবান্।।
মহা, শান্তি, ১২।৩৩০।৭-৮

২. Lakshman Sarup, The Nighanta And The Nirukta, 1984, Intro. p. 54.

৩. বৃষো হি ভগবান ধর্মঃ খ্যাতো লোকেষু ভাৰত।
নিঘণ্টুক পদাখ্যানে বিদ্ধি মাং বৃষমুত্তমম্।।
কপির্বরাহঃ শ্ৰেষ্ঠশ্চ ধৰ্মশ্চ বৃষ উচ্যতে।
তস্মাদ্ বৃষাকপি প্ৰাহ কাশ্যপো মাং প্ৰজাপতিঃ ।। ১২।৩৩০।২৩-২৮

৪. Taking both the East and the West together, Jaska is the first writer on etymology. He is also the first to treat it as a science by itself. Lakshman Sarup. Intro p. 56.

৫. নূনং সা তে প্ৰতি বৰং জৰিত্ৰে দুহীয়দিন্দ্ৰ দক্ষিণা মঘোনী
শিক্ষা স্তোতৃভ্যো মাতি ধগ্‌ভগো নো বৃহদ্বদেম বিদথে সুবীৰাঃ ২।১১।২১

# ৰবিন্সন আৰু ব্ৰাউনৰ ব্যাকৰণ ঃ লক্ষ্য আৰু উদ্দেশ্য

ভীমকান্ত বৰুৱা

অসমীয়া সাহিত্যৰ ইতিহাস ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ পৰা পোৱা গ'লেও অসমীয়া ভাষাত ব্যাকৰণ আৰু অভিধান ৰচনাৰ ইতিহাস খুব বেছি পুৰণি নহয়। অৱশ্যে অসমত অভিধান প্ৰস্তুতিৰ আঁত ধৰি উজাই গ'লে গৌৰীনাথ সিংহৰ শাসনৰ শেষৰ বছৰটোত অৰ্থাৎ ১৭৯৫ খ্ৰীষ্টাব্দত আহোম শব্দৰ অসমীয়া অৰ্থ দি লিখা 'বৰ অম্ৰ, লতি অম্ৰ' নামৰ শব্দাৰ্থৰ পুথি এখন পোৱা যায়। আহোম পুৰোহিত শ্ৰেণীৰ প্ৰখ্যাত মহন পৰিয়ালৰ টেঙাই পণ্ডিতৰ দ্বাৰা ১৭৯৫ খ্ৰীষ্টাব্দত ৰচিত উক্ত পুথিখনক এখন বিশুদ্ধ অভিধানৰ শাৰীত থিয় কৰাব নোৱাৰিলেও অসমীয়া অভিধানৰ আলোচনাত বাটকটীয়াৰূপে থিয় কৰাব পাৰি। ১৭৯৫ খ্ৰীষ্টাব্দতে অসমত অভিধান প্ৰস্তুতিৰ উমান পালেও ১৮৩৯ চনৰ আগলৈকে কোনো ব্যাকৰণ ৰচিত হোৱাৰ কথা জনা নেযায়। কিয়নো ১৮৩৯ চনত বৃটিছ মিছনেৰি ৰেভাৰেণ্ড উইলিয়ম ৰবিন্সনে 'A Grammar of the Assamese Language'খন ছপা কৰি উলিয়ায়। পুথিখন শ্ৰীৰামপুৰ প্ৰেছত ছপা কৰে আৰু ইয়াৰ প্ৰকাশক হ'ল শ্ৰীৰামপুৰ মিছন। ১৮৩৯ চনত প্ৰথম প্ৰকাশ পোৱা ৰবিন্সনৰ এই ছপা ব্যাকৰণখন সম্প্ৰতি পাবলৈ নাই। কলিকতাৰ নেচনেল লাইব্ৰেৰীত ইয়াৰ কপি এসময়ত পোৱা গৈছিল যদিও সিও আজিকালি নাইকিয়া হৈ পৰিল। অৱশ্যে নেচনেল লাইব্ৰেৰীৰ এই কপিটোৰ পৰা এসময়ত সংগ্ৰহ কৰা প্ৰতিলিপিৰ আধাৰতেই সম্প্ৰতি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে ১৯৯৬ চনত পুথিখন ছপা কৰি প্ৰকাশ কৰিছে। সেই পুথিখনৰ আধাৰতেই ৰবিন্সনৰ ব্যাকৰণৰ সম্পৰ্কে এটি আলোচনা তৈয়াৰ কৰিব পাৰি। ইপিনে ৰবিন্সনৰ ব্যাকৰণ ন বছৰৰ ব্যৱধানত ১৮৪৮ চনত পৰৱৰ্তী ব্যাকৰণ এখন ডক্টৰ নাথান ব্ৰাউনে প্ৰস্তুত কৰে। ডক্টৰ নাথান ব্ৰাউনৰ 'Grammatical Notices of the Assamese Language' (1848 A.D.) নামৰ ব্যাকৰণখন ১৮৪৮ খ্ৰীষ্টাব্দত শিৱসাগৰ মিছন প্ৰেছৰ পৰা প্ৰকাশ পাইছিল। ১৮৯৩ চনলৈকে ব্ৰাউনৰ ব্যাকৰণখনৰ তিনিটা সংস্কৰণ প্ৰকাশ পাইছিল যদিও সম্প্ৰতি সেই মূল ছপা পুথিবিলাক দুষ্প্ৰাপ্য হৈ পৰিল। অৱশ্যে মূল ব্যাকৰণখনক পুনৰীক্ষণ (Revised) কৰি ১৮৯৩ চনত P. H. Mooreএ 'Grammatical Notes on the Assamese Language' নাম দি তৃতীয় সংস্কৰণটি প্ৰকাশ

কৰে। P. H. Mooreৰ এই তৃতীয় সংস্কৰণটি নগাঁৱৰ 'আমেৰিকান বেপ্টিষ্ট মিছনেৰি ইউনিয়ন' এ ১৮৯৩ চনত ছপা কৰি প্ৰকাশ কৰে। অৱশ্যে এই ছপাপুথিবিলাক আজিকালি পাবলৈ নাই। তথাপি এই দুষ্প্ৰাপ্য পুথিখনিৰ তৃতীয় সংস্কৰণৰ পুনৰ্মুদ্ৰণ এটি ১৯৮২ চনতে অসম সাহিত্য সভাই ছপা কৰি প্ৰকাশ কৰিছে। এই তৃতীয় সংস্কৰণৰ পুনৰমুদ্ৰণৰ আধাৰতে বেভাৰেণ্ড ডক্টৰ নাথান ব্ৰাউনৰ 'Grammitical Notices on the Assamese Language' নামৰ ব্যাকৰণখনৰ সম্পৰ্কে আলোচনা কৰিব পৰা যায়। এইখিনিতে উল্লেখযোগ্য যে বেভাৰেণ্ড উইলিয়ম ৰবিন্সন আৰু বেভাৰেণ্ড ডক্টৰ নাথান ব্ৰাউন দুয়োজনেই অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰণেতা হিচাপে যথাক্ৰমে প্ৰথম আৰু দ্বিতীয় ব্যক্তি হিচাপে স্বীকৃত হৈছে। অতিয়া সকলোৰে মনত এটা প্ৰশ্ন জাগিব পাৰে যে ৰবিন্সনৰ ব্যাকৰণৰ ন বছৰৰ পিছত ড° ব্ৰাউনে দ্বিতীয়খন অসমীয়া ভাষাৰ ব্যাকৰণ কিয় লিখিব লগা হ'ল। ড° নাথান ব্ৰাউনে তেওঁৰ ব্যাকৰণখনক অসমীয়া ভাষাৰ সম্পূৰ্ণ ব্যাকৰণ বুলি ক'ব খোজা নাই বৰঞ্চ টোকা বুলিহে কব বিচাৰিছে। ব্যাকৰণখনৰ 'Introduction'ত তেওঁ লিখিছে— "The following Notes donot claim to be regarded as a grammar of the Assamese language; nor were they prepared with a view to publication in their present state .... But the work having extended beyond what was anticipated, it may not be unsuitable to prefix a few introductory remarks" গতিকেই ড° ব্ৰাউনৰ ব্যাকৰণখনত অসমীয়া ভাষাৰ ব্যাকৰণৰ বিভিন্ন নিয়মৰ কথা কোৱাৰ উপৰিও কেইটামান সাৰুৱা মন্তব্য কৰি গৈছে। ড° ব্ৰাউনে মন্তব্য কৰি কৈছে যে যিসকলে অসমলৈ অহাৰ আগতেই বঙলা ভাষাৰ লগত পৰিচিত হৈছে তেওঁলোকে বঙলা ভাষাৰ শব্দৰ লগত সাদৃশ্য দেখি পূৰ্বধাৰণাৰ বশৱৰ্তী হৈ অসমীয়া ভাষাক ভঙলা ভাষাৰে এটি অশুদ্ধৰূপ (corrupt form) বুলি কোৱাৰ চেষ্টা কৰিছে। তেওঁলোকে অসমীয়া আৰু বঙলা ভাষাৰ মূল যে একেই সংস্কৃত ভাষা সেই কথা বিবেচনা কৰি চোৱা নাই। ড° ব্ৰাউনৰ ভাষাত কবলৈ গ'লে— "The Assamese is often regarded as merely a corrupt form of the Bengali, by persons who become acquinted with that language previous to their arrival in Assam, Finding So Large a portion of words common to Bengali and Assamese, and not considering that this Similarity necessarily results from the derivation of these languages from Sanskrit, the common parent of both, it has been hastily concluded that the Assamese is but an uncouth Jargon, formed by incorporation of Bengali with the various dialects of the country" অসমীয়া ভাষাক বঙলা ভাষাৰ বহতীয়া ভাষা বুলি খৰখেদাকৈ কৰা মন্তব্যৰ বিপৰীতে ড° নাথান ব্ৰাউনে

যুক্তিসহকাৰে বঙলা ভাষাক অসমীয়া ভাষাৰ পিতৃ-ভাষা নহয় বুলি দেখুৱাবৰ প্ৰয়াস কৰিছে। ড° ব্ৰাউনৰ যুক্তি হ'ল বঙালীসকল অসমলৈ প্ৰব্ৰজন কৰাৰ বহু পূৰ্বেই অসমীয়া ভাষাই স্বকীয় বৈশিষ্ট্যৰে প্ৰতিষ্ঠা লাভ কৰিছে। উচ্চাৰণৰ দিশতো অসমীয়া ভাষাই সংস্কৃত ভাষাৰ ধাৰাবাহিকতাহে যে ৰক্ষা কৰিছে তাক উপযুক্ত উদাহৰণেৰে সৈতে দেখুওৱাৰ প্ৰয়াস কৰিছে। এনে আলোচনাৰ ভেটিত ড° ব্ৰাউনে মন্তব্য কৰিছে যে "The opinion that the present language of Bengali is the parent of Assamese, is irreconcilable with facts" ড° ব্ৰাউনৰ উল্লিখিত মন্তব্যখিনিৰ আধাৰতেই তেওঁৰ 'Grammatical Notices of the Assamese language' নামৰ দ্বিতীয় অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰণয়নৰ উদ্দেশ্য আৰু কাৰণ নিহিত হৈ আছে। ড° ব্ৰাউনৰ এইখিনি মন্তব্য পোৱাৰ পিছত আমি ৰেভাৰেণ্ড উইলিয়ম ৰবিন্সনৰ 'A Grammar of the Assamese Language' নামৰ অসমীয়া ভাষাৰ প্ৰথমখন ব্যাকৰণৰ কাষ চাপিব পাৰোঁ।

ৰেভাৰেণ্ড উইলিয়ম ৰবিন্সনে উইলিয়ম কেৰীৰ দ্বাৰা প্ৰণীত 'A Grammar of the Bengalee Language' নামৰ ব্যাকৰণৰ আৰ্হিতেই ১৮৩৯ চনত 'A Grammar of the Assamese Language' প্ৰকাশ কৰে। উইলিয়ম কেৰীয়ে অষ্টাদশ উনবিংশ শতিকাত বংগত খ্ৰীষ্টান মিছনেৰিক নেতৃত্ব দিছিল। সেই সময়তেই ৰবিন্সনেও মিছনেৰিৰ এজন কৰ্মী হিচাপে দাৰ্জিলিং আৰু উত্তৰ বংগত সেৱা আগবঢ়াইছিল। কিছু বছৰৰ পিছত কেৰীয়ে তেওঁক মিছনেৰিৰ কামৰ বাবে অসমলৈ পঠিয়াইছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে মিছনেৰিসকলে ইষ্ট ইণ্ডিয়া কোম্পানী অৰ্থাৎ বৃটিছ প্ৰশাসকৰ লগত সুন্দৰ সম্পৰ্ক ৰাখিছিল। ৰবিন্সনে সেয়ে বঙলা ভাষা ভালকৈ জানিছিল আৰু অসমলৈ আহি অসমীয়া ভাষা শিকি ভাষাটোৰ প্ৰথম ব্যাকৰণখন ৰচনা কৰিছিল। অসমীয়া ভাষা সম্পৰ্কে ধাৰণা— ৰবিন্সনে তেওঁ ব্যাকৰণখনত এনেদৰে ব্যক্ত কৰিছে— 'The characters of the Assamese language demand our first attention, they are for the most part the same as the characters used in Bengal, and were probably introduced by the Brahmins' অসমীয়া ভাষাৰ বহুলাংশ বৈশিষ্ট্যই বঙলাৰ আৰু ব্ৰাহ্মণসকলেই ইয়াক অসমত সূচনা কৰে বুলি দিয়া ৰবিন্সনৰ মন্তব্যৰ বিপৰীতে নাথান ব্ৰাউনৰ এই উক্তি তথা যুক্তিটো মন কৰিবলগীয়া— "It is wellknown that there had been no influx of Bengalis into this province, prior to the Mahammedan invasion; at which time the language was established in its present form. Very few of the Brahmans of Assam have any connection or fellowship with those of Bengal;...." ব্ৰাউনৰ এই যুক্তিৰ পৰা অনুমান কৰিব পাৰি যে অসমীয়া ভাষাৰ সম্পৰ্কে

ৰবিন্সনে দিয়া মন্তব্য তেওঁ গ্ৰহণ কৰিব পৰা নাছিল আৰু সেয়েহে ইয়াক যুক্তি আৰু তথ্যৰে সৈতে নাথান ব্ৰাউনে সাব্যস্ত কৰিব বিচাৰিছিল।

উইলিয়ম ৰবিন্সনে ব্যাকৰণখন বৃটিছ সাম্ৰাজ্যবাদীসকলৰ উপকাৰৰ বাবেহে যে ৰচনা কৰিছিল সেই কথা পৰিষ্কাৰকৈ তেওঁৰ কথাতে প্ৰকাশ পাইছে। অসমীয়া ভাষাৰ মোহত পৰি ৰবিন্সনে ভাষাটোৰ উন্নতিকল্পে ব্যাকৰণখন ৰচনা কৰা নাছিল। বৃটিছ ব্যৱসায়ী গোষ্ঠীটোৱে অসমৰ মানুহৰ লগত যাতে ভাব বিনিময় কৰি বন্ধুভাৱেৰে ব্যৱসায়িক সুবিধাবোৰ গ্ৰহণ কৰিব পাৰে সেই উদ্দেশ্যেৰে তেওঁৰ ব্যাকৰণখন ৰচনা কৰিছিল। কাৰণ ৰবিন্সনে নিজে উল্লেখ কৰিছে যে অসমৰ মাটিৰ অসাধাৰণ উৰ্বৰতা প্ৰচুৰ উৎপাদিত সামগ্ৰী আৰু অনুদ্ঘাটিত হৈ থকা খনিজ দ্ৰব্যৰ ভাণ্ডাৰে বৃটিছ চৰকাৰক প্ৰচুৰ মূল্যবান সম্পদৰ যোগান ধৰিব পাৰে। ৰবিন্সনৰ ভাষাত ক'বলৈ গ'লে— "The country itself is known fast rising importance. The extra ordinaty fertility of the soil, ils varied productions, among which the plant ranks as the most important, its extensive and hither to unexplored mineral treasures, all tends greatly to augment its value and to render it a highly valuable acquisition to the British Government.

An acquintance therefore with the language of the country must be acknowledged to be important especially to those who may enter it on mercantile speeulations, for beside affording an intelligible medium of negotiation with the people, it will likewise furnish facilities for friendly intercourse with them whereby extensive information may be gleaned respecting the commercial advantages which the country affords" ৰবিন্সনৰ নিজা ভাষাৰ পৰা উদ্ধৃত এই কথাখিনিৰ তেওঁৰ ব্যাকৰণ ৰচনাৰ উদ্দেশ্য সম্পৰ্কে স্পষ্ট ছবিখন দাঙি ধৰে। প্ৰসংগক্ৰমে উল্লেখ কৰি থব পাৰি যে অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ লেখক উইলিয়ম ৰবিন্সনে অসমৰ স্কুল-আদালতত অসমীয়া ভাষা প্ৰচলনৰ বিপক্ষে মাত মাতিছিল আৰু তাৰ ঠাইত শিক্ষাৰ মাধ্যম আৰু চৰকাৰী কাম-কাজৰ বাবে বঙলা ভাষা ব্যৱহাৰ কৰাৰ সপক্ষে মত দিছিল। এইখিনিতে মন কৰিবলগীয়া কথা যে ৰবিন্সন আছিল বঙলা ভাষাত অভ্যস্ত এজন বৃটিছ মেছনেৰি আৰু তেওঁৰ Fort william ৰ পৰা অসমলৈ আহিছিল। অন্যহাতেদি ডক্টৰ নাথান ব্ৰাউন, ডক্টৰ মাইলছ ব্ৰন্সন আদি আছিল আমেৰিকান বেপ্টিষ্ট মিছন আৰু তেওঁলোক ব্ৰহ্মদেশৰ মাজেদি অসমলৈ আহিছিল। সেয়ে ড° নাথান ব্ৰাউনে অসমীয়া ভাষা সম্পৰ্কে অধ্যয়ন কৰি নিজাববীয়াকৈ এটি নিৰপেক্ষ সিদ্ধান্ত

দিবলৈ সক্ষম হৈছিল। তেনে নিৰপেক্ষতাৰ পৰা ৰবিন্সন মুক্ত হ'ব পৰা নাছিল। আমেৰিকান বেপ্তিষ্ট মিছনেৰিসকল য'লৈকে গৈছিল সেই ঠাইত ভাষা শিকি, পুথি ছপাই প্ৰাথমিক শিক্ষাৰ জৰিয়তে থলুৱা লোকক তেওঁলোকৰ প্ৰতি আকৰ্ষিত কৰিছিল। অসমলৈ আহি তেওঁলোকে সেয়ে অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষা আৰু ধৰ্মপ্ৰচাৰৰ কাম কৰিবলৈ আৰম্ভ কৰিলে। গতিকে দেখা যায় বৃটিছ মিছনেৰিসকলে বঙলা ভাষাৰ সপক্ষে লাগি থাকিলেও আমেৰিকান বেপ্তিষ্ট মিছনেৰিসকল অসমীয়া ভাষাৰ পক্ষত দৃঢ়ভাৱে থিয় দিলে। সেয়ে নাথান ব্ৰাউনে যুক্তিৰে সৈতে অসমীয়া আৰু বঙলা ভাষাৰ পাৰ্থক্য নিৰ্দেশ কৰিছিল। তেওঁ উল্লেখ কৰিছে যে সংস্কৃত শ, ষ, স এই কেইটা অসমীয়া ভাষাত কণ্ঠ্য 'হ' নাইবা 'খ'ৰ দৰে উচ্চাৰণ হয়; যিটো গ্ৰীক ভাষাত 'X' আখৰেৰে লিখিব পাৰি কিন্তু বঙলা ভাষাত তেনে উচ্চাৰণ পাবলৈ নাই। সেয়ে তেওঁ মন্তব্য কৰি কৈছে— যদি বঙলা ভাষাৰ পৰা অসমীয়া ভাষাৰ সূত্ৰপাত বুলি কোৱা হয় তেন্তে এনে উচ্চাৰণ বঙলা ভাষাত থাকিব লাগিছিল। তেনেদৰে অসমীয়া ভাষাত 'ব' আৰু 'ৱ' দুটা ভিন্ন উচ্চাৰণ পোৱা যায় কিন্তু বঙলা ভাষাত কেৱল 'ব'ৰ উচ্চাৰণহে পোৱা যায়, 'ৱ'ৰ উচ্চাৰণ পোৱা নাযায়। এইবোৰ পাৰ্থক্য দেখুৱাই আলোচনা কৰাৰ অন্তত ড° নাথান ব্ৰাউনে এটি অৰ্থপূৰ্ণ আৰু সাৰুৱা মন্তব্য আগবঢ়াই সিদ্ধান্ত দিলে যে কোমলতা আৰু মনোহাৰিত্বৰ দিশৰ পৰা অসমীয়া ভাষা বঙলা ভাষাতকৈ শ্ৰেষ্ঠ। "For beauty and softness, the Assamese language is much superior to the Bengali ;. . . it is not inferior, in copiousness, to any of the Indian language, and is capable of indefinite extension by additions from the Sanskrit"

প্ৰচুৰ পৰিমাণৰ অসমীয়া উদাহৰণ অসমীয়া আখৰেৰে দি ৰচনা কৰা দুয়োখন ব্যাকৰণেই কিন্তু ইংৰাজী ভাষাতহে লিখা। হলেও দুয়োখনৰে ৰচনাৰ উদ্দেশ্য আৰু লক্ষ্য যে সুকীয়া আছিল সেই কথা ওপৰৰ আলোচনাৰ পৰাই ধৰিব পাৰি। বৰ্তমান আলোচনাত দুয়োখন ব্যাকৰণৰ বিষয়বস্তুৰ আলোচনালৈ নগৈ মাত্ৰ উদ্দেশ্য সম্পৰ্কেহে সামান্য আলোকপাত কৰাৰ চেষ্টা কৰা হৈছে।

# পৰিশিষ্ট

# হেমকোষ

## হেমচন্দ্র গোস্বামী

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই "অসমীয়া হেম-কোষ" অভিধান আৰু "অসমীয়া ভাষাৰ ব্যাকৰণ" লিখি অসমীয়া ভাষাৰ আৰু সাহিত্যৰ কি যুগমীয়া উপকাৰ কৰি গ'ল তাক হেজাৰ মুখেৰে কৈও সাং কৰিব নোৱাৰি। হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাত কেইবাখনো কিতাপ লেখি থৈ গৈছে। অসমীয়া ভাষাৰ প্ৰথম কথৰ কিতাপ আদিপাঠ লিখে হেমচন্দ্ৰ বৰুৱাই, প্ৰথম ধেমেলীয়া নাট 'কানীয়াৰ কীৰ্ত্তন' লেখে হেমচন্দ্ৰ বৰুৱাই, প্ৰথম ধেমেলীয়া সামাজিক উপন্যাস "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি" লেখে হেমচন্দ্ৰ বৰুৱাই। এইবোৰ কিতাপৰ নিমিত্তে যদিও অসমীয়া ভাষা তেওঁৰ ওচৰত চিৰকাল ধৰুৱা থাকিব, তথাপি তেওঁ ব্যাকৰণ আৰু অভিধান এই কিতাপ দুখন লিখি থৈ নোযোৱাহেঁতেন অসমীয়া ভাষা কিজানি চিৰকাল লোকৰ লাথি খোৱা অৱস্থাতে থাকিলহেঁতেন। এই পুৰুষৰ ভিতৰত এনে এখন অভিধান আৰু এনে এখন ব্যাকৰণ লিখিবপৰা মানুহ আমাৰ ভিতৰত যে নায়েই অহা পুৰুষতো যে ওলাব তাৰো ঠিকনা নাই। তেওঁৰ ব্যাকৰণৰ গুনাগুণ সম্বন্ধে আলচ কৰা আজি আমাৰ অভিপ্ৰায় নহয়; তেওঁৰ অভিধান 'হেমকোষ' সম্বন্ধেহে কেইআষাৰমান কথা ক'ব খুজিছোঁ। অসমীয়া মানুহৰ ভিতৰত সাহিত্য সেৱকৰ লেখ নিচেই তাকৰ, সেইগুণে যি মানুহে অসমীয়া ভাষাত লিখা-পঢ়াৰ চৰ্চ্চা নকৰে তেওঁ অৱশ্যে হেমকোষৰ মোল নুবুজিব পাৰে কিন্তু যি মানুহে অসমীয়া ভাষাত শুদ্ধকৈ কিবা লিখিব খোজে, তেওঁ ভালকৈ বুজে, অসমীয়া সাহিত্য সেৱকৰ পক্ষে হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' কেনে কণাৰ লাখুটি। হেমচন্দ্ৰ বৰুৱাৰ এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ আগেয়ে, অসমীয়া ভাষা ঠিক এখন গুৰীয়াল নাইকিয়া নাৱৰ নিচিনা আছিল; কিন্তু ইংৰাজী ১৯০০ চনত এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ পাছৰপৰা আৰু তাৰ সেই অৱস্থা নাই। আমাৰ ওচৰচুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক বাহিৰলৈ উলিয়াবলৈ তুলসীৰ গুৰি আঁতাইছিল আৰু কাঠ-সংস্কাৰ কৰিবলৈ কাঠ গোটাইছিল, কিন্তু কলঢোপ কলঢোপ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে কৰ যমদূত কলৈ গল তাৰ চিন নাই, বাৰীৰ চুকত পৰি "নিওঁ" "নিওঁ" কৰি চিঞৰি থকা নিয়তী চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হ'ল আৰু দক্ষিণা ল'বলৈ আশা পালি থকা বাপুসকলও এখোজ দোখোজকৈ ঘৰমুৱা হ'ল। মুঠতে কবলৈ গলে, হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ; সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া

ভাষাই যদি আজিকালি-দিনে দিনে ঠন ধৰি উঠিছে আৰু নন ঠালঠেঙুলি মেলিছে, সি কেৱল 'হেমকোষৰ' যহতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাব পৰা হয়, সিও নিশ্চয় হেমকোষৰ যহতে হ'ব। হেমকোষ অসমীয়াৰ অমূল্য সম্পত্তি।

এই অভিধানখনি হেমচন্দ্ৰ বৰুৱাৰ জীৱন ব্যাপী পৰিশ্ৰমৰ ফল। তেওঁ ডেকা কালতে এই অভিধান লিখিবলৈ হাতত লয় আৰু তেওঁৰ মৃত্যুৰ কেইবছৰ মান আগেয়েই তাক লিখি শেষ কৰে।

তেখেতে ১৯৯১ চনত, চেপ্তেম্বৰ মাহত লিখকলৈ এইদৰে লিখিছিল ঃ— "I am glad to read three articles in the last number of the Jonaki headed অসমীয়া ভাষা and শাৰিৰিক পৰিশ্ৰম and a piece of poetry designated ব্ৰহ্মপুত্ৰ. I should like to know the names of their authors, but more of these hereafter. I cannot redeem the promise of writing in the Jonaki, until winter sets in. It is still very hot at Gauhati, but I am glad that I shall now be able to pay undivided attention to the Dictionary, which has of late, been very much neglected." তেওঁ অভিধানখন ২টা কি ৩টা ডাঙৰ বহিত লিখিছিল। বহি কেইটা দীঘলে-পুতলে ফুলস্কেপ কাগজৰ সমান আছিল। আগৰ দিনত ফুলস্কেপ কাগজৰ সমান এবিধ নিচেই পাতল কাগজ আছিল, মানুহে তাক শ্ৰীৰামপুৰীয়া কাগজ বুলিছিল। অভিধান লিখা বহিকেইটা এই কাগজৰ আছিল। তেওঁ ঘৰৰ যি কোঠালিত বহি লেখা-পঢ়া কৰিছিল অভিধানৰ বহি কেইটা সদাই সেই খোটালিৰ মেজত ৰাখিছিল আৰু যেতিয়াই কোনো এটা কথা তেওঁৰ মনত পৰিছিল, ততালিকে তাক সেই বহিত লিখিছিল। এই লিখকক তেওঁ এদিন কৈছিল যে তেওঁ ৰাতি সাৰ পাওঁতে কোনো কথা মনত পৰিলেও তেওঁ তেতিয়াই পাটীৰপৰা উঠি তাক বহিত লিখিছিল। আন কি অফিচত কাম কৰি থাকোঁতে কোনো কথা মনত পৰিলে, তেতিয়াই তাৰ টোকা ৰাখি; ঘৰলৈ উভতি গৈ প্ৰথমে তাকেহে বহিত লিখিছিল; তেওঁ মানুহৰ লগত কথাবাৰ্ত্তা পাতি থাকোতে হঠাৎ যে তাৰপৰা কেতিয়াবা উঠি গৈছিল, অভিধানৰ কিবা কথা মনত পৰাত তাকেহে বহিত লিখিবলৈ গৈছিল। এইদৰে খাওঁতে, শোওঁতে, উঠোতে, বহোঁতে, কথা পাতোঁতে আৰু অফিচৰ কাম কৰোঁতে, সকলো সময়তে, হেমকোষেই তেওঁৰ ধ্যানৰ বস্তু আছিল; হেমকোষেই তেওঁৰ দিনত চিন্তাৰ বিষয় আৰু ৰাতি সপোনৰ বিষয় আছিল। তেওঁ অভিধানৰ প্ৰত্যেকটো শব্দক কতবাৰ লিখিছিল আৰু কতবাৰ কাটিছিল তাৰ ঠিক নাই; লিখি আঁতাই ভাল নেলাগিলেই আকৌ তাক কাটি নকৈ লিখিছিল; এইদৰে কটাকটি কৰোঁতে বহিৰ পাতবিলাকত লিখিবলৈ ঠাই নাইকিয়া হোৱাত আগৰ কটাৰ ওপৰতে আকৌ কাকতৰ তাপলি লগাই লিখিছিল। এইদৰে বহুত দিনৰপৰা লিখোঁতে লিখোঁতে বহিকেইটা দেখাত একেবাৰেই জুৰুলা হৈছিল। এই লিখকে বহি কেইটাৰ এনে অৱস্থা দেখি এবাৰ বৰুৱা

ডাঙৰীয়াক বহি কেইটা নকল কৰাই লবলৈ দিহা দিছিল, কিন্তু তেওঁ তেনে নকল কৰাবলৈ সাহ নকৰিলে, কিয়নো যেয়ে সেয়ে তেওঁৰ এই কাটকুটবিলাক ভালকৈ পঢ়ি শুদ্ধকৈ নকল কৰিব পাৰিব বুলি তেওঁ বিশ্বাস নকৰিছিল আৰু এজনে অশুদ্ধকৈ নকল কৰিলে, তাক আকৌ শুদ্ধ কৰিবৰ নিমিত্তে তেওঁৰ গাত বল নাছিল। বহুত দিনৰপৰা তেওঁৰ আঁঠুত আৰু হাত ভৰিৰ গাঠিত বাত-বিষ হোৱাত তেওঁ বৰ কষ্ট পাইছিল, সেইগুণে তেওঁ প্ৰায় ঘৰৰপৰা বাজেই নহৈছিল। তেওঁ, তেওঁৰ জীৱনৰ শেহ ভাগাত বছেৰেকৰ ভিতৰত এদিন অৰ্থাৎ বিজয়া দশমীৰ দিনা মাথোন বাটত ফুৰিবলৈ ওলাইছিল; নহলে সদাই ঘৰতে থাকি পঢ়িছিল বা লিখিছিল। তেওঁক এনেই বহি থকা, কোনেও কেতিয়াও দেখা নাই।

তেওঁৰ অভিধান প্ৰকাশ হোৱাৰ আগেয়েই অসমদেশৰ সকলো মানুহে তেওঁ এনে এখন অভিধান লিখিছে বুলি ভু পাইছিল আৰু সকলোৱে অতি আগ্ৰহেৰে সৈতে কেতিয়া তেওঁৰ অভিধান প্ৰকাশ হয়, তালৈ বাট চাই আছিল। আমাৰ দেশত অভিধান ছপাবপৰা ছাপাখানা এতিয়াই নাই, তেতিয়া আৰু নাছিল। তেওঁ ভাবিছিল যে তেওঁ নিজে কলিকতালৈ গৈ তাতে থাকি কিতাপখন ছাপা কৰাব আৰু নিজে প্ৰুফ সংশোধন কৰিব। তেওঁ যেই-সেই লেখা সম্বন্ধে বৰ্ণাশুদ্ধিৰ দোষ বৰকৈ ধৰিছিল আৰু এবাৰ এই প্ৰবন্ধৰ লিখকলৈ সেই বিষয়ে এইদৰে লিখিছিল "One mistake in a sentence is sufficient to knock out the brain of the whole sentence." তেওঁৰ বিষ বেমাৰ ক্ৰমে বেছি হৈ অহাত তেওঁৰ পক্ষে কলিকতালৈ যোৱা অসম্ভৱ হৈ উঠিল। এনেকুৱা কেইবাটাও কাৰণত তেওঁ জীয়াই থকা কালত আৰু 'হেমকোষ' ছপা হৈ ওলাব নোৱাৰিলে। এবাৰ পুৰণা জোনাকীত, সম্পাদকে "হেমকোষ" প্ৰকাশ হৈ নোলোৱাত বেজাৰ পাই অলপ ধেমেলীয়া ভাৱে উল্লেখ কৰিছিল যে, "হেম-কোষ" কিজানি চিৰকাল জগন্নাথৰ মূৰ্ত্তিৰদৰেই থাকিব। এই কথাত বৰুৱা ডাঙৰীয়াৰ ইমান তমোময় খং উঠিছিল যে জোনাকীৰ সম্পাদকক আগত নেপাই জোনাকী কাকতৰ সেই সংখ্যাৰ ওপৰতে খঙৰ পোটক তুলিছিল। এনে সামান্য কথা এটাত তেখেতৰ নিচিনা গহীন মানুহ এজনৰ এনে খং উঠা দেখি এই প্ৰবন্ধৰ লিখক আচৰিত হৈছিল আৰু পেটে পেটে হাঁহি সামৰিব নোৱাৰিছিল। আচল কথা হৈছে যে অভিধানখন তেওঁৰ ইমান আদৰৰ বস্তু আছিল যে তাৰ বিষয়ে কোনেও একাবাৰ নিমৰমীয়ালে কথা কোৱা তেওঁ সহিব নোৱাৰিছিল। তেওঁৰ ইমান মৰমৰ হেমকোষক, যাক তেওঁ অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে আৰু অসমীয়া মানুহৰ উপকাৰৰ নিমিত্তে বুকুৰ তেজেৰে লিখাৰ নিচিনাকৈ লিখিছিল, তাক প্ৰকাশ কৰি অসমীয়া ৰাইজৰ হাতত নৌ দিবলৈ পাওঁতেই তেওঁ ইহ সংসাৰ এৰি যাব লগাত পৰিল, ইয়াতকৈ আৰু ডাঙৰ বেজাৰৰ কথা কি হব পাৰে।

১৮৯৬ চনত যেতিয়া বৰুৱা ডাঙৰীয়া ঢুকায়, তেতিয়া এই প্ৰবন্ধৰ লিখক জয়জয়ন্তে চৰ্বডিপুটী কলেক্টৰ কামত ভৰ্ত্তি হৈ, মিষ্টৰ গেইটৰ লগত ছিলঙত আসামৰ ঐতিহাসিক অনুসন্ধান

সম্বন্ধীয় কাৰ্য্য কৰিছিল। মিষ্টৰ গেইট তেতিয়া, আসামৰ চীফ কমিচনৰ চাহাব বাহাদুৰৰ প্ৰধান চেক্ৰেটৰি আছিল। গুৱাহাটীত বৰুৱা ডাঙ্গৰীয়া হানি পৰিবৰ দিনাই এই প্ৰবন্ধৰ লিখকে, ঘৰৰপৰা এই নিদাৰুণ বাতৰি দিয়া চিঠি এখন পাই, ততালিকে সেই বাতৰি মিষ্টৰ গেইটক জনায়। মিষ্টৰ গেইটে বৰুৱা ডাঙ্গৰীয়াক আগৰেপৰা ভালকৈ জানিছিল আৰু তেওঁক বৰা শ্ৰদ্ধা কৰিছিল। তেওঁৰ মৃত্যু বাতৰি পাই মিষ্টাৰ গেইটে অন্তৰেৰে সৈতে বেজাৰ প্ৰকাশ কৰিলে। তেতিয়া লিখকে মিষ্টাৰ গেইটক বৰুৱা ডাঙ্গৰীয়াই লিখি থৈ যোৱা ছপা নোহোৱা কিতাপ কেইখনৰ, বিশেষকৈ "হেমকোষ"ৰ কথা উনুকিয়াই, ছপা নোহোৱা কিতাপ কেইখন যেনেতেনে মতে নষ্ট নোহোৱাকৈ ৰক্ষা কৰিবলৈ অনুৰোধ কৰে। আৰু "হেমকোষ'ৰ নিচিনা কিতাপ এখন নষ্ট হ'ব লাগিলে যে অসমীয়া জাতিৰ আৰু অসমীয়া ভাষাৰ কি অসীম হানি হ'ব তাকো তেওঁক বুজাই কয়, আৰু এই দিহা দিয়ে যে কামৰূপ জিলাৰ ডিপুটি কমিচনৰলৈ লিখি সোনকালে কিতাপ কেইখন গবৰ্ণমেণ্টৰ জিম্মালৈ অনা হওক, যাতে যেই সেই মানুহৰ হাতত পৰি কিতাপ কেইখন নষ্ট নহয়। সেই অনুৰোধ মতে মিষ্টৰ গেইটে তেতিয়াই কামৰূপ জিলাৰ ডিপুটি কমিচনৰলৈ এখন বেচৰ্কাৰি চিঠি লিখে। ডিপুটি কমিচনৰে মিষ্টাৰ গেইটৰ চিঠি পোৱা মাত্ৰকে কিতাপ কেইখন তেওঁৰ জিম্মালৈ আনি সেই কথা মিষ্টাৰ গেইটক জনায়। গুৱাহাটীৰ "আসাম" কাকতত স্বৰ্গীয় কালিৰাম বৰুৱাই এই কথা ভুপাই, মিষ্টৰ গেইটৰ প্ৰশংসা কৰি এটি টোকা লিখে আৰু গবৰ্ণমেণ্টে যাতে "হেমকোষ" ছপা কৰি উলিয়ায় তাৰ নিমিত্তে গবৰ্ণমেণ্টক অনুৰোধ কৰে। "আসামৰ" সেই টোকা পঢ়ি মিষ্টৰ গেইটে লিখকক মাতি নি সেই বিষয়ে পৰামৰ্শ কৰে আৰু লেখকৰ মুখে হেমচন্দ্ৰ বৰুৱাই এখন উইল কৰি তাত কেইজন মান উচি মকৰৰ কৰি থৈ গৈছে বুলি শুনি, লেখকক কয় যে, তেওঁ নিজে গবৰ্ণমেণ্টক "হেমকোষ" প্ৰকাশ কৰি উলিয়াবলৈ প্ৰস্তাৱ কৰাতকৈ, হেমচন্দ্ৰ বৰুৱাৰ উচিবিলাকে গবৰ্ণমেণ্টক সেই বিষয়ে আবেদন কৰাটোহে ভাল কথা। তেতিয়া লিখকে, হেমচন্দ্ৰ বৰুৱাৰ উইলৰ এজন উচি দুলালচন্দ্ৰ চৌধুৰীলৈ এই বিষয়ে চিঠি লিখি, "হেমকোষ" ছপাই উলিয়াবৰ নিমিত্তে গবৰ্ণমেণ্টক প্ৰাৰ্থনা কৰিবলৈ অনুৰোধ কৰে। স্বৰ্গীয় দুলালচন্দ্ৰ চৌধুৰীয়ে হেমচন্দ্ৰ বৰুৱাৰ ওৱাৰিচবিলাকৰ লগত পৰামৰ্শ কৰি লিখকক জানিবলৈ দিয়ে যে বৰুৱা ডাঙ্গৰীয়াৰ ওৱাৰিচে গবৰ্ণমেণ্টক "হেমকোষ" ছপাৰ নিমিত্তে দিব নোখোজে; কিয়নো পাৰিলে, তেওঁবিলাকে তাক নিজেই ছপাই উলিয়াব খোজে আৰু নোৱাৰিলে তেতিয়া কলিকতাত থকা অসমীয়া ছাত্ৰবিলাকে তাক ছপাবৰ প্ৰস্তাৱ কৰাত তেওঁবিলাকক দিব খোজে। দুলালচন্দ্ৰ চৌধুৰীৰ এই চিঠি পাই লিখক মহা চিন্তাত পৰে। ওৱাৰিচবিলাকৰ এনে আপত্তি আছে বুলি জানিলে আৰু দেশৰ মানুহেই কিতাপখন ছাপা কৰি উলিয়াব খুজিছে বুলি শুনিলে মিষ্টৰ গেইটে আৰু সেই বিষয়লৈ কেতিয়াও আগ নেবাঢ়িব এই ভাবি লিখকে এই চিঠিৰ কথা মিষ্টৰ গেইটক নজনোৱাকৈয়ে, আকৌ দুলালচন্দ্ৰ চৌধুৰীলৈ এই বুলি চিঠি লিখিলে "গবৰ্ণমেণ্টক যদি এই কিতাপখন ছপাবলৈ দিয়া নহয় তেনেহলে সি

